# ভূমিকা

সৰ্বভাৰতীয় ক্ষেত্ৰত মহাত্মা গান্ধীৰ মহান নেতৃত্বৰ প্ৰতি সশ্ৰদ্ধ আনুগত্য প্ৰদৰ্শন কৰি, গান্ধীজীৰ অমৰ বাণীৰ দ্বাৰা উদ্বুদ্ধ হৈ যিসকল আত্মত্যাগী, ব্যক্তিত্ববান, দেশপ্ৰাণ পুৰুষে ভাৰতৰ বিভিন্ন প্ৰান্তত দেশপ্ৰেমৰ জ্বলন্ত আদৰ্শ আৰু অনুপ্ৰেৰণাৰে স্বদেশবাসীক অনুপ্ৰাণিত কৰি দেশৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীত তেওঁলোকৰ অক্ষয় কীৰ্তি স্বৰ্ণাক্ষৰে লেখি থৈ গ'ল, দেশভক্ত তৰুণৰাম ফুকন সেইসকল মহাপ্ৰাণ পুৰুষৰ অন্যতম। দেশবাসীলৈ আগ বঢ়োৱা তেওঁৰ অমৰ বাণী—"তৰিলে দেশ, মৰিলে স্বৰ্গ"—আজি জন্মশত-বাৰ্ষিকীৰ পুণ্যদিনত আমি শ্ৰদ্ধাৰে স্মৰণ কৰিছো।

আজিৰপৰা ঠিক এশ বছৰৰ আগতে, ১৮৭৭ চনৰ ২২ জানুৱাৰীৰ দিনা দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম হৈছিল। ফুকন আছিল একাধাৰে এগৰাকী বিচক্ষণ ৰাজনীতিজ্ঞ, সুবক্তা, পাকৈত চিকাৰী আৰু সৰ্বোপৰি এগৰাকী কৃতী সাহিত্যিক। ৰাজনৈতিক ক্ষেত্ৰত তেওঁৰ বিশিষ্ট অৱদান হ'ল, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু চন্দ্ৰনাথ শৰ্মাৰ সহযোগত অসমক সৰ্বভাৰতীয় ৰাজনৈতিক সংগ্ৰামৰ লগত পৰিপূৰ্ণভাৱে সংযুক্ত কৰা আৰু একেলগে আগুৱাই নিয়া। এই তিনিগৰাকী নেতা আছিল অসমৰ ত্ৰি-মুকুট স্বৰূপ।

ৰাজনৈতিক ক্ষেত্ৰ অতিক্ৰম কৰি গৈ, সুদৰ্শন আৰু সুবক্তা ফুকনে সমাজ-সেৱামূলক কামতো নিজৰ আত্মত্যাগ আৰু নিঃস্বাৰ্থ সেৱাৰ চিনাকি দিছিল। আনহাতে তেওঁ আছিল সাহিত্যৰ অন্যতম সাধক। কবিতা, গীত, বিবিধ প্ৰবন্ধ আদি সাহিত্যৰ যি বিভাগতেই তেওঁ হাত দিছিল তেওঁৰ অমৃতময়ী লেখনীৰ কল্যাণ-স্পৰ্শত সি এক সুন্দৰ শিল্প-কৰ্মলৈ ৰূপান্তৰিত হৈছিল। তেওঁৰ চিকাৰী-জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰ মনোলোভা বিৱৰণ 'চিকাৰ কাহিনী' অসমীয়া সাহিত্যৰ প্ৰথম আৰু স্বৰূপাৰ্থত একমাত্ৰ চিকাৰ-সাহিত্য যাক একমাত্ৰ জিম কৰবেটৰ চিকাৰ-সাহিত্যৰ লগতহে তুলনা কৰিব পাৰি। সাহিত্য জগতত তেওঁৰ স্মৰণীয় অবদানৰ বাবেই অসমবাসীয়ে তেওঁক অসম সাহিত্য সভাৰ ১৯২৭ চনত অনুষ্ঠিত গোৱালপাৰা অধিবেশনৰ সভাপতিৰ আসনত বহুৱাইছিল।

দেশভক্ত ফুকনৰ জীৱন এগৰাকী সাধকৰ আত্মত্যাগৰ জীৱন। চৰম সুখ বা দুখ একোৱেই তেওঁৰ আদৰ্শ আৰু সঙ্কল্পক টলাব নোৱাৰিছিল। তেওঁৰ হৃদয় আছিল হিমালয়ৰ দৰে বিশাল আৰু গম্ভীৰ। কঠোৰ শ্ৰম, জ্বলন্ত দেশপ্ৰেম আৰু অতুলনীয় কৰ্ম-ক্ষমতাৰ বাবে তেওঁ সেই কালৰ সৰ্বভাৰতীয় বিশিষ্ট নেতাসকলৰ সমান স্থানত নিজকে প্ৰতিষ্ঠা কৰিব পাৰিছিল।

দেশভক্ত ফুকনৰ জন্মৰ শতবৰ্ষ পূৰ্তিত তেওঁৰ বহুমুখী প্ৰতিভাৰ বিভিন্ন দিশত আলোকপাত কৰি স্বাধীনতা সংগ্ৰামত তেখেতৰ কেইগৰাকী-মান বিশিষ্ট সহযোদ্ধা আৰু গুণমুগ্ধ ব্যক্তিয়ে লেখা কেইখনমান ৰচনাৰ এই সঙ্কলনখনি পঢ়ুৱৈসমাজৰ আগত নিবেদন কৰিব পাৰি আমি গৌৰব অনুভব কৰিছোঁ আৰু সেইসকল বিশিষ্ট ব্যক্তিৰ প্ৰতি আমাৰ পৰম কৃতজ্ঞতা প্ৰকাশ কৰিছো।

গ্ৰন্থখনিৰ প্ৰবন্ধসমূহ দেশভক্ত তৰুণৰাম ফুকন শতবাৰ্ষিকী সম্পাদনা সমিতিৰ বিশিষ্ট সদস্য শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীসতীশচন্দ্ৰ কাকতীয়ে বিশেষ যত্নৰে চাই দি আমাক পৰম উপকৃত আৰু অনুগৃহীত কৰিছে। তেখেতসকলৰ প্ৰতিও আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছো।

শেষত অসমৰ মুখ্যমন্ত্ৰী তথা অসম প্ৰকাশন পৰিষদৰ সভাপতি শ্ৰীশৰৎচন্দ্ৰ সিংহদেৱে সক্ৰিয় সহযোগিতা আৰু অনুপ্ৰেৰণাৰে আমাক এই মহৎ কৰ্মত অনুপ্ৰাণিত কৰিছে। তেখেতলৈ আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা প্ৰকাশ কৰিছো।

গুৱাহাটী
২২ জানুৱাৰী, ১৯৭৭

চন্দ্ৰপ্ৰসাদ শইকীয়া

# সুচী


| | | | |
|---|---|---|---|
| দেশভক্ত তৰুণৰাম ফুকন | ··· | মহেন্দ্ৰমোহন চৌধুৰী | ১ |
| দেউতাক মই যিদৰে জানিছিলো | ··· | বলেনৰাম ফুকন | ২৪ |
| দেশভক্ত ফুকনৰ বৈশিষ্ট্য | ··· | বিজয়চন্দ্ৰ ভাগৱতী | ৩৩ |
| দেশভক্ত ফুকনক মই যিভাৱে জানো | ··· | ৰজনীকান্ত গোস্বামী | ৩৭ |
| দেশভক্ত ফুকনক মই যেনেকৈ জানিছিলো | ··· | দেবেশ্বৰ শৰ্মা | ৫০ |
| দেশভক্তৰ স্মৃতিত | ··· | সতীশচন্দ্ৰ কাকতী | ৬০ |
| দেশভক্তৰ অমৰ বাণী— 'তৰিলে দেশ, মৰিলে স্বৰ্গ' | ··· | গৌৰীশঙ্কৰ ভট্টাচাৰ্য | ৭০ |
| দেশভক্ত ফুকনৰ বিচিত্ৰ জীৱন-কাহিনী | · | হৰেন্দ্ৰনাথ বৰুৱা | ৮০ |
| দেশভক্ত ফুকনৰ সাহিত্য | ··· | অতুলচন্দ্ৰ হাজৰিকা | ১২৪ |
| দেশভক্ত ফুকনৰ সান্নিধ্যত | ··· | ৰজনীকান্ত চৌধুৰী | ১৫২ |
| দদাইদেউক মই যেনেদৰে জানিছিলো | ··· | ললিতা ফুকন | ১৬৮ |
| দেশভক্ত ফুকনৰ লগত কেইবছৰমান | ·· | ৰাধিকাৰাম দাস | ১৭৪ |
| ফুকনৰ প্ৰতিভা আৰু ইয়াৰ পূৰ্ণ বিকাশৰ প্ৰতিবন্ধক | ··· | তীৰ্থনাথ শৰ্মা | ১৮১ |
| খুৰাদেউক চিকাৰী হিচাপে মই যেনেদৰে জানিছিলো | ··· | বীৰেন্দ্ৰৰাম ফুকন | ১৯৭ |



ডেকা কালত তৰুণৰাম ফুকন



দেশভক্ত তৰুণৰাম ফুকন

জন্ম : ২২ জানুৱাৰী, ১৮৭৭

মৃত্যু : ২৮ জুলাই, ১৯৩৯

# দেশভক্ত তৰুণৰাম ফুকন

**মহেন্দ্ৰ মোহন চৌধুৰী**

যেতিয়া পৃথিবীত হেৰাই যাবলৈ ধৰা সত্য এটা পুনৰ প্ৰতিষ্ঠা কৰিবলৈ এগৰাকী মহাপুৰুষৰ জন্ম হয় তেতিয়া তেওঁ লগতে লৈ আহে সেই অমূল্য সত্য প্ৰচাৰ কৰিবলৈ, নাইবা তাক নব ৰূপ দি উদ্ভাসিত কৰিবলৈ, এদল অলৌকিক শক্তিসম্পন্ন পুৰুষ, যি সকলৰ প্ৰভাৱত মহাপুৰুষৰ বাণী কাৰ্যত ৰূপায়িত হৈ লুপ্তপ্ৰায় সত্য প্ৰতিষ্ঠা সম্ভৱ হৈ উঠে। মহাত্মা গান্ধীৰ জীৱনতো আমি সেই ঘটনাৰে পুনৰাবৃত্তি দেখা পাওঁহক। তেখেতৰ জন্মৰ অগা-পিছাকৈ ভালেমান নেতাৰ সমগ্ৰ ভাৰতবৰ্ষতেই জন্ম হৈছিল। সেই সকলৰ ভিতৰত অন্যতম হিচাপে দেশভক্ত তৰুণৰাম ফুকনদেৱো ভাৰতৰ পূব সীমান্ত অসম প্ৰদেশত জন্ম গ্ৰহণ কৰিছিল।

১৮৬৯ চনৰ দুই অক্টোবৰত ভাৰতবৰ্ষৰ পশ্চিম চুকৰ এখন সৰু চহৰ পোৰবন্দৰত মহাত্মা গান্ধীয়ে জন্ম গ্ৰহণ কৰে। তাৰ প্ৰায় কুৰি বছৰ পিছত জন্ম গ্ৰহণ কৰিলে ভাৰতৰ পূব মূৰে প্ৰাগজ্যোতিষপুৰত ১৮৭৭ চনত সাহসী বীৰ, দৃঢ়মনা দেশপ্ৰেমিক, সুদৰ্শন পুৰুষ, দেশভক্ত তৰুণৰাম ফুকনে। ফুকনৰ দেউতাক আছিল বলৰাম ফুকন, মাক আছিল ভাগীৰথী দেৱী। অসমৰ আহোম স্বৰ্গদেওসকলৰ ৰাজত্ব কালত তেখেতৰ পূৰ্ব-পুৰুষসকল কেবাটাও খিতাপ লোৱাৰ শেহত গুৱাহাটীত ফুকনৰ গাদীত অধিষ্ঠিত হৈছিল। যথেষ্ট ধন আৰু ভূ-সম্পত্তিৰ গৰাকী হিচাপে শৌৰ্য-বীৰ্য, সমৃদ্ধি-সম্পদ লৈ জন্ম গ্ৰহণ কৰিছিল ফুকনদেৱে। সাহ-পিত, বল-বীৰ্য, খেল-ধেমালি, মালযুঁজ, ৰসিকতা আদি সকলো গুণতে তৰুণৰামে সমবয়সীসকলক সহজে চেৰ পেলাব পাৰিছিল। চাৰিজন ভাই-ককাইৰ ভিতৰত দেশভক্ত ফুকন আৰু নবীনৰাম ফুকন দুয়োগৰাকী অভিন্ন হৃদয় আছিল। ফুকনৰ ইংৰাজী শিক্ষা আৰম্ভ হৈছিল গুৱাহাটীৰ কলেজিয়েট হাইস্কুলত। তেখেতে সেই স্কুলৰপৰা এণ্ট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেছিডেন্সি কলেজত ভৰ্তি হৈছিল। তেখেতে কবিতা প্ৰতিযোগিতাত আৰু ইংৰাজীত হোৱা বিতৰ্ক-সভাবিলাকত যোগদান কৰি বিশেষ সুনাম অৰ্জন কৰিছিল।

ইংৰাজী আৰু বঙলা কবিতা প্ৰতিযোগিতাত তেখেতে প্ৰথম স্থান লাভ কৰিছিল, তৰ্কসভাতো তেখেতে প্ৰথম স্থান লাভ কৰিছিল। খেল-ধেমালি ক্ৰীড়া-কৌতুক আদিতো তেখেতে যথেষ্ট সুনাম অৰ্জন কৰিব পাৰিছিল। তেখেতে এফ. এ. পাছ কৰাৰ পিছত বিলাতলৈ বাৰিষ্টাৰী পঢ়িবৰ কাৰণে গৈছিল। চাৰি বছৰ বিলাতত থাকি তাৰপৰা বাৰিষ্টাৰী পৰীক্ষা পাছ কৰি ঘূৰি আহি কলিকতা উচ্চ ন্যায়ালয়তে বাৰিষ্টাৰী ব্যৱসায় আৰম্ভ কৰিছিল। সৰুৰেপৰা দেশভক্ত ফুকনদেৱ স্বাধীনচিতীয়া আৰু দেশপ্ৰেমিক আছিল। দেশভক্তই কলিকতাত বাৰিষ্টাৰী কৰিবলৈ বেছি দিন সময় নেপালে। তেখেতে বাৰিষ্টাৰী ব্যৱসায় আৰম্ভ কৰোতেই বঙ্গদেশত আৰম্ভ হ'ল বঙ্গ ভঙ্গ বা Bengal Partition আন্দোলন।

১৮৮৫ চনত দেশভক্ত তৰুণৰাম ফুকনৰ জন্মৰ আঠ বছৰ পিছত জন্ম হ'ল ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ (Indian National Congress)। আৰম্ভণিতে কংগ্ৰেছ মহাসভাৰ উদ্দেশ্য চৰকাৰৰ বিৰুদ্ধে সংগ্ৰামমুখী নাছিল। তেতিয়া ইয়াৰ উদ্দেশ্য আছিল চৰকাৰৰ লগত সহযোগ কৰি ক্ৰমে ক্ৰমে যাতে ভাৰতবৰ্ষই স্বায়ত্ত-শাসন পাব পাৰে, ভাৰতীয় লোকসকলে যাতে উচ্চ পৰ্যায়ৰ পদ আদিত অধিষ্ঠিত হ'ব পাৰে, সৈন্যবাহিনীৰ সকলো পৰ্যায়তে যাতে ভাৰতীয়সকলেও বৃটিছ সেনানীসকলৰ সমমৰ্যাদা লাভ কৰিব পাৰে তাৰ কাৰণে বছৰে বছৰে বৰদিনৰ বন্ধত অধিবেশন পাতি আলোচনা কৰি প্ৰস্তাৱ পাছ কৰি সেই প্ৰস্তাৱবিলাকৰ প্ৰতিলিপি কৰ্তৃপক্ষৰ ওচৰত দাঙি ধৰা। কিন্তু ক্ৰমে ক্ৰমে দেশৰ অৱস্থা আৰু বৃটিছ চৰকাৰৰ সাম্ৰাজ্যবাদী লিপ্সাই কংগ্ৰেছৰ গতি সলনি কৰিলে। কংগ্ৰেছৰ প্ৰতিনিধিৰ সংখ্যা বাঢ়িবলৈ ধৰিলে আৰু কংগ্ৰেছৰ কাৰ্যকলাপে জনসাধাৰণক কংগ্ৰেছৰ প্ৰতি আকৃষ্ট কৰিব ধৰিলে। বৃটিছ চৰকাৰৰ মনোবৃত্তিৰো তাৰতম্য ঘটিল। ৰাণী ভিক্টোৰিয়াই দিয়া আৰু তাৰ পিছতো বৃটিছ চৰকাৰে নিজেই ভাৰতবৰ্ষ সম্পৰ্কে ঘোষণা কৰা দায়িত্বশীল শাসনৰ প্ৰতিশ্ৰুতিবিলাকলৈ ভ্ৰূক্ষেপ নকৰা হ'ল। সেই সকলোবিলাক পেৰা-কাকতৰ বাকচত (archives) গাপ মাৰি থোৱা হ'ল।

কংগ্ৰেছৰ জন্মৰ তেৰ বছৰ পিছত অৰ্থাৎ ১৮৯৮ চনত ভাৰতবৰ্ষলৈ ভাইচ-ৰয় নিযুক্ত হৈ আহিল এগৰাকী ডেকা ইংৰাজ, লৰ্ড কাৰ্জন। লৰ্ড কাৰ্জন

এগৰাকী বৰ উগ্ৰ সংৰক্ষণশীল লোক আছিল। তেওঁৰ মতে বৃটিছ সাম্ৰাজ্যৰ ভেটি দৃঢ় কৰি ৰাখিবলৈ হলে বৃটিছৰ ভাৰতৰ ওপৰত গঢ়ি উঠা কৰ্তৃত্ব স্থায়ী ভেটিত ৰক্ষা কৰিব লাগিব। এজন ইংৰাজ জীয়াই থকালৈকে সেই কৰ্তৃত্ব ঢিলা কৰি দিয়া উচিত নহ'ব। যদি ভাৰতবৰ্ষ কেতিয়াবা বৃটিছৰ হস্তচ্যুত হৈ যায়, তেনেহলে সেইদিনাখনেই বৃটিছ সাম্ৰাজ্য ধূলিৰ লগত মিহলি হৈ যাব, যিটো অৱস্থালৈ বৃটিছক কেতিয়াও যাব দিয়া উচিত নহ'ব।

কিন্তু যেতিয়া লৰ্ড কাৰ্জনে এনেবোৰ সপোন দেখিছিল, তেতিয়া তেওঁ কল্পনা কৰিবও নোৱাৰিছিল যে আগন্তুক পঞ্চাছ বছৰ নৌ পাৰহওঁতেই ভাৰতবৰ্ষ বৃটিছৰ হস্তচ্যুত হৈ যাব আৰু ভাৰতবৰ্ষৰপৰা বৃটিছ আঁতৰি যাব লাগিব। অৱশ্যে যেতিয়া এটা জাতিৰ পতনৰ সূচনা হয়, তেতিয়া এনেকৈয়ে কিছুমান অদূৰদৰ্শীলোকৰ কাৰ্যই সেই পতন ঘনীভূত আৰু ত্বৰান্বিত কৰে।

১৯০৪ চনৰ বাজেট বক্তৃতাত লৰ্ড কাৰ্জনে দাম্ভিকতাৰে ঘোষণা কৰি কৈছিল যে কংগ্ৰেছৰ চৰকাৰী বিষয়বাব ভাৰতীয়কৰণৰ দাবী কেতিয়াও বৃটিছ চৰকাৰে মানি লব নোৱাৰে। সকলো বিষয়বাব ইংৰাজ-সকলৰ হাতত কটকটীয়াকৈ ৰাখিব লাগিব। ভাৰতীয় মানুহৰ সেইবিলাক বিষয়বাব গ্ৰহণ কৰিবলৈ কোনো যোগ্যতা নাই। লগতে কৈছিল যে কংগ্ৰেছৰ স্বায়ত্ত-শাসনৰ দাবীও বৃটিছ চৰকাৰৰ বিবেচনালৈ কেতিয়াও আহিব নোৱাৰে। যিবিলাকে এইবিলাক দাবী উত্থাপন কৰিছে সেইবিলাক লোক বিপথগামী বা ভ্ৰান্তপথাৱলম্বী, সেইসকল লোক বাস্তবজ্ঞানৰহিত আৰু জনসাধাৰণৰ স্বাৰ্থৰ লগত সম্পূৰ্ণ সম্পৰ্কশূন্য।

লৰ্ড কাৰ্জনৰ মনত এটা ভ্ৰান্ত বিশ্বাস হৈছিল যে কংগ্ৰেছ অনুষ্ঠানটো দুৰ্বল হৈ গৈছে আৰু সেই দুৰ্বলতাৰ সুযোগ লৈ কংগ্ৰেছক সম্পূৰ্ণভাৱে ধ্বংস কৰিব তেওঁ সহজেই পাৰিব। আটাইতকৈ ডাঙৰ দুৰাকাঙ্ক্ষা তেওঁৰ আছিল শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ প্ৰভাৱ ধ্বংস কৰা। তেওঁৰ প্ৰধান বিদ্বেষ আছিল বঙালী শিক্ষিত লোকসকলৰ বিৰুদ্ধে। সেই উদ্দেশ্য সন্মুখত ৰাখি প্ৰথমতে কলিকতা পৌৰসভাৰ নিৰ্বাচিত সদস্যৰ সংখ্যা হ্ৰাস কৰি পোনপটীয়াকৈ ইংৰাজ প্ৰতিনিধিৰ সংখ্যা বঢ়াই সেইসকলৰ হাতত কলিকতা পৌৰসভাৰ শাসন গতাই দিলে। দ্বিতীয়তে শিক্ষা সংস্কাৰৰ নামত কলিকতা বিশ্ববিদ্যালয়খনক এটা চৰকাৰী বিভাগত ৰূপান্তৰিত কৰি বিশ্ববিদ্যালয়ৰ

পৰিচালনা চৰকাৰী নিয়ন্ত্ৰণলৈ আনিলে। এই সম্পৰ্কৰ সকলো জনমত পদদলিত কৰি ১৯০৪ চনত আইন প্ৰণয়ন কৰি বিশ্ববিদ্যালয়ৰ ওপৰত থকা সকলো বেচৰকাৰী কৰ্তৃত্ব সম্পূৰ্ণ খৰ্ব কৰিলে। তাতেই ক্ষান্ত নেথাকি বঙ্গদেশক সম্পূৰ্ণ হাতৰ মুঠিত আনিবৰ কাৰণে এটা অভিনৱ উপায় আবিষ্কাৰ কৰিলে। সেইটো আছিল বঙ্গদেশখনক দ্বিখণ্ড কৰাৰ সিদ্ধান্ত। সেই সিদ্ধান্তৰ উদ্দেশ্য আছিল যিহেতু বঙ্গদেশৰ লোকে, বিশেষকৈ হিন্দুসকলে কংগ্ৰেছৰ নেতৃত্ব মানি চলে আৰু চৰকাৰৰ বিৰোধিতা কৰে, সেইহেতু প্ৰদেশখনত গঢ়ি উঠা ৰাজনৈতিক সংহতি ধ্বংস কৰা আৰু লগতে বৃটিছ চৰকাৰে কেনেদৰে ভাৰতৰ জনমত হেলাৰঙে পদদলিত কৰিব পাৰে সেইটো প্ৰমাণ কৰি দেখুৱা। আৰু এটা এই সিদ্ধান্তৰ লগত গূঢ় তথ্য অন্তৰ্নিহিত হৈ আছিল, সেইটো আছিল হিন্দু-মুছলমানৰ ভিতৰত বিভেদ আৰু বিৰোধ সৃষ্টি কৰা।

১৯০৪ চনৰ ছেপ্তেম্বৰ মাহৰ শেষভাগত বঙ্গ ভঙ্গৰ শেষ প্ৰস্তাবটো বাতৰি কাকতত প্ৰকাশ পালে। সেই প্ৰস্তাৱ অনুসৰি ১৮৭৪ চনৰপৰা চিফ্ কমিশ্যনাৰৰ অধীনত থকা গোৱালপাৰা, কাছাৰ আৰু শ্ৰীহট্ট জিলাৰ সৈতে অসমৰ অস্তিত্ব লোপ কৰি পূৰ্ববঙ্গৰ পোন্ধৰখন জিলাৰ লগত চামিল কৰি এক কোটি দহ লাখ মানুহক লৈ এখন নতুন প্ৰদেশ পূৰ্ববঙ্গ আৰু অসম নাম দি গঠন কৰা আৰু বাকী অংশ বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যা প্ৰদেশ লৈ আন এখন প্ৰদেশ বঙ্গদেশ গঠন কৰা। সেই প্ৰস্তাবটোৰ বিৰুদ্ধে ভাৰতবৰ্ষ বিয়পি তুৰ্যোৰ প্ৰতিবাদ হৈছিল কলিকতা আৰু বঙ্গদেশৰ বাতৰি কাকতবিলাকে প্ৰস্তাবটোৰ তীব্ৰ নিন্দা কৰিলে। অসমতো প্ৰস্তাবটোৰ প্ৰতিক্ৰিয়া অৱশ্যে হৈছিল। আসাম এছোচিয়েচনে বঙ্গ বিচ্ছেদৰ অনুকূলে মত প্ৰকাশ কৰিছিল, কিন্তু শ্ৰীহট্ট জিলাৰপৰা প্ৰস্তাৱটোৰ প্ৰতিবাদ কৰা হৈছিল। প্ৰস্তাৱটোৰ প্ৰতিবাদ সংক্ৰান্তত যিবিলাক সভা-সমিতি কলিকতা আৰু বঙ্গদেশৰ নানান ঠাইত হৈছিল, সেইবিলাকৰ কোনো কোনোটোৰ অসমীয়া মানুহৰ বিৰুদ্ধে বহুতো ব্যঙ্গসূচক ভাষা বাতৰি কাকতত প্ৰকাশ পাইছিল। এনেবিলাক অপমানসূচক মন্তব্যৰ বিৰুদ্ধে প্ৰতিবাদকল্পে দেশভক্ত ফুকনদেৱে কলিকতা উচ্চ ন্যায়ালয়ৰ ওকালতি বাদ দি অসমলৈ ঘূৰি অহাৰ সিদ্ধান্ত কৰিছিল। ফুকন ডাঙৰীয়া তেতিয়া অবিবাহিত আছিল।

বহুতো বঙালী ভদ্ৰ পৰিয়ালে আনকি ঠাকুৰ পৰিয়ালেও তেখেতলৈ বিয়া দিবলৈ ছোৱালী যাচিছিল। দেশভক্ত ফুকনদেৱে সেই সকলো প্ৰলোভন উপেক্ষা কৰি অসমলৈ উলটি আহিল।

১৯০৫ চনৰ পহিলা ছেপ্তেম্বৰত বঙ্গ ভঙ্গৰ প্ৰস্তাবত সম্মতি জনাই বিলাতত ৰাজ ঘোষণা (King's Proclamation) প্ৰচাৰিত হ'ল আৰু সেই প্ৰস্তাব ১৯০৫ চনৰ যোল্ল অক্তোবৰৰপৰা কাৰ্যকৰী কৰা হ'ল। অসম প্ৰদেশৰ স্বকীয়া অস্তিত্ব লোপ হল আৰু অসম, পূৰ্ববঙ্গ আৰু অসমৰ এটা ডিভিজনভুক্ত হ'ল। পূৰ্ববঙ্গ আৰু অসমৰ ৰাজধানী হল ঢাকা।

সেইকালছোৱাত ভাৰতবৰ্ষত সন্ত্ৰাসবাদী শক্তিৰ প্ৰাদুৰ্ভাব বৰকৈ বাঢ়িছিল। ১৯০৮ চনত বঙ্গদেশৰ এগৰাকী যুবক ক্ষুদিৰাম বসুৱে চাহাবলৈ বোমা নিক্ষেপ কৰোতে ভুলতে দুগৰাকী ইংৰাজ মহিলাক হত্যা কৰিছিল। তাৰ পিছতে যি সন্ত্ৰাসবাদৰ সৃষ্টি হৈছিল তাত প্ৰায় ডেৰলাখ যুবকে যোগ দিছিল আৰু বৃটিছৰ গুলী আৰু ফাঁচি-মঞ্চত প্ৰায় ছহেজাৰ যুবকে প্ৰাণ বলি দিছিল আৰু হেজাৰ হেজাৰ যুবকক নানান শাস্তি দি জেলত হত্যা কৰা হৈছিল।

সন্ত্ৰাসবাদী আন্দোলন অসমতো শিপাইছিল। অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী, ৰক্তিম বৰা, ত্ৰিগুণাপ্ৰসাদ বৰুৱা প্ৰমুখ্যে সেইসময়ৰ দেশপ্ৰেমিক যুবক কেবাগৰাকীও সেই আন্দোলনত জড়িত হৈছিল। বঙ্গদেশৰ এটা পলাতক সন্ত্ৰাসবাদীৰ দল গুৱাহাটীত ধৰা পৰিছিল আৰু তেওঁলোকৰ বিচাৰ গুৱাহাটীতে হৈছিল। সেই বিচাৰৰ ফুকনদেৱ এগৰাকী 'এছেছৰ' আছিল। চিটাগং অস্ত্ৰাগাৰ লুণ্ঠনৰ আচামী সূৰ্য সেনে অসমত আশ্ৰয় গ্ৰহণ কৰিছিল আৰু অসমৰ চাহ-বাগিচাবিলাকত সন্ত্ৰাসবাদী আন্দোলন সংগঠন কৰিছিল। তেওঁলোকৰ দলটোকো গ্ৰেপ্তাৰ কৰি চিটাগঙলৈ বিচাৰৰ বাবে লৈ যোৱা হৈছিল আৰু বিচাৰত সূৰ্য সেনৰ ফাঁচি হৈছিল।

দেশভক্ত তৰুণৰাম ফুকন এগৰাকী অদ্বিতীয় বাগ্মী পুৰুষ আছিল। আজিলৈকে তেনে বাগ্মী পুৰুষ অসমত জন্ম গ্ৰহণ কৰা নাই। তেখেতে ওকালতি ব্যৱসায়তো অসীম সুনাম অৰ্জন কৰিছিল আৰু অৰ্থ উপাৰ্জনো কৰিছিল যথেষ্ট। তেখেত বৰ খৰচী লোক আছিল। উপাৰ্জন তেখেতে যিমান কৰিছিল সদায় খৰচ কৰিছিল তাতকৈ বহুত বেছি। পোছাক-

পৰিচ্ছদত প্ৰথম অৱস্থাত অৰ্থাৎ অসহযোগত যোগদান কৰাৰ পূৰ্বলৈকে তেখেত এগৰাকী নিখুঁত য়ুৰোপীয় আছিল। তেখেতে ডিব্ৰুগড়ৰ পৰশুৰাম খাউণ্ডৰ কন্যা বিদ্যুৎপ্ৰভা দেৱীক বিয়া কৰিছিল। তেখেতৰ দুজন ল'ৰা—বলেন্দ্ৰৰাম ফুকন আৰু নৃপেন্দ্ৰৰাম ফুকন। দুই গৰাকী জীয়েকো আছিল, কিন্তু বৰ্তমানে ঢুকাইছে।

কুৰি শতিকাৰ প্ৰথম দশকলৈকে অসমৰ জনমত বুলি কোনো কথা নাছিল। স্বৰ্গীয় জগন্নাথ বৰুৱাৰ প্ৰচেষ্টাত যোৰহাটত জনসাধাৰণৰ কল্যাণৰ উদ্দেশ্যে সাৰ্বজনীন সভা বুলি এখন সভা থাকিলেও সেই সভাখনৰ কৰ্মৰ পৰিসৰ তেনেই সীমাবদ্ধ আছিল। তাৰ লগে লগে গোটেই অসমতে ৰাজনৈতিক চেতনা জাগ্ৰত কৰিবৰ কাৰণে জগন্নাথ বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱাদেৱৰ প্ৰচেষ্টাত আসাম এছোচিয়েচনৰ জন্ম হৈছিল। ১৯০৭ চনত জগন্নাথ বৰুৱাৰ পৰলোকৰ পিছত মাণিকচন্দ্ৰ বৰুৱাদেৱে সেই অনুষ্ঠানৰ গুৰি ধৰিছিল। অসমৰ এগৰাকী কৃতী সন্তান গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱাদেৱৰ সভাপতিত্বত আসাম এছোচিয়েচনৰ প্ৰথম অধিবেশন ডিব্ৰুগড়ত ১৯০৫ চনৰ এপ্ৰিল মাহত বহিছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ কিছুকাল আসাম এছোচিয়েচনৰ প্ৰধান সম্পাদক আছিল। তেখেতৰ নেতৃত্বত অসমক মণ্টফোৰ্ড ৰিফৰ্মৰ অন্তৰ্ভুক্ত কৰিবৰ কাৰণে ডিব্ৰুগড়ৰ প্ৰসন্ন কুমাৰ বৰুৱাক জইণ্ট পালিয়ামেণ্টৰী কমিটীত সাক্ষাৎ দিবলৈ বিলাতলৈ পঠিয়াইছিল। কৰ্মবীৰ বৰদলৈদেৱে অসমৰ দাবী বিলাতত কৃতকাৰ্যতাৰে দাঙি ধৰিছিল আৰু তাত জয়লাভ কৰি আহিছিল। ১৯১৫ চনত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দেৱে আসাম এছোচিয়েচনৰ বছৰেকীয়া অধিবেশনত সভাপতিত্বও কৰিছিল।

১৯১৪ চনত প্ৰথম মহাসমৰ আৰম্ভ হৈছিল। সেই বছৰতে মহাত্মা গান্ধীয়ে দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহ আন্দোলনত জয় লাভ কৰি ভাৰতলৈ প্ৰত্যাবৰ্তন কৰিছিল। অহিংসাৰ পূজাৰী হৈয়ো মহাত্মা গান্ধীয়ে ভাৰতবৰ্ষই বৃটিছক যুদ্ধ প্ৰচেষ্টাত সহায় কৰিব লাগে বুলি আবেদন জনাইছিল কিয়নো বৃটিছে যুদ্ধত জয়লাভ কৰিলে ভাৰতবৰ্ষক স্বায়ত্ত-শাসন দিব বুলি আশ্বাস দিছিল। যুদ্ধত বৃটিছ জয়ী হ'ল, কিন্তু ভাৰতবৰ্ষই স্বায়ত্ত-শাসন পাবৰ প্ৰত্যাশাত বৃটিছক যুদ্ধত ধনে-প্ৰাণে সহায় কৰাৰ বিনিময়ত পালে ৰাওলাট আইন আৰু সেই আইনৰ প্ৰতিবাদ কৰিবলৈ সমবেত হোৱা নিৰস্ত্ৰ জনতাৰ ওপৰত চলিল

পঞ্জাবৰ অমৃতসৰৰ জালিয়ানৱালাবাগত ১৯১৯ চনৰ ১৩ এপ্ৰিল তাৰিখে বহাগী পূৰ্ণিমাৰ দিনাখন নিৰ্মম নিষ্ঠুৰ হত্যাকাণ্ড। লগে লগে অনন্যোপায় ক্ৰমে সূত্ৰপাত হ'ল মহাত্মা গান্ধীৰ নেতৃত্বত অহিংস আৰু শান্তিপূৰ্ণ অসহযোগ আন্দোলন। মহাত্মা গান্ধীৰ নেতৃত্বত জালিয়ানৱালাবাগতেই ভাৰতৰ মুক্তি সংগ্ৰামৰ গুটি সিঁচা হ'ল। পাঞ্জাব কেশৰী লালা লাজপত-ৰায়ৰ সভাপতিত্বত বহা জাতীয় কংগ্ৰেছৰ কলিকতাৰ বিশেষ আৰু নাগপুৰ কংগ্ৰেছ অধিবেশনে মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনলৈ অকুণ্ঠ সমৰ্থন জনালে।

১৯২০ চনৰ ছেপ্তেম্বৰ মাহত আসাম এছোচিয়েচনৰ এখন বিশেষ অধিবেশন শ্ৰীছবিলাল উপাধ্যায়ৰ সভাপতিত্বত গুৱাহাটীত বহে আৰু তাত এছোচিয়েচনে কংগ্ৰেছত যোগ দিয়াৰ সিদ্ধান্ত কৰে। এই সিদ্ধান্তত তেজপুৰত বহা আসাম এছোচিয়েচনৰ বছৰেকীয়া সভাই অনুমোদন জনায়। তাৰ পিছৰপৰাই আসাম এছোচিয়েচন নিস্তেজ হৈ পৰে। অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীত ইয়াৰ মুখিয়ালসকলে যোগ দিয়ে।

কলিকতাত বহা কংগ্ৰেছৰ বিশেষ অধিবেশনৰ প্ৰস্তাব কাৰ্যকৰী কৰিবৰ কাৰণে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ ফালৰপৰা অভিযান আৰম্ভ হ'ল। অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ প্ৰধান আৰু প্ৰথম উদ্যোক্তা আছিল দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা। কৰ্মবীৰ বৰদলৈদেৱে প্ৰায় লগে লগে দেশপ্ৰাণ শৰ্মাৰ লগত হাত মিলাইছিল। দেশপ্ৰাণ শৰ্মা বৰ তেজস্বী নেতা আছিল। তেখেত আৰু কৰ্মবীৰ বৰদলৈদেৱ এই দুইগৰাকী নেতাই পোন প্ৰথমে অসমত ওকালতি বৰ্জন কৰি আশাশুধীয়াকৈ কংগ্ৰেছৰ কামত আত্মনিয়োগ কৰিছিল। ভাৰতীয় জাতীয় আন্দোলন গঢ়ি উঠাৰ লগে লগেই শৰ্মাদেৱৰ অকাল মৃত্যু হ'ল। তেখেতৰ অকাল মৃত্যু অসমৰ জাতীয় জীৱনত এটা অপূৰণীয় ক্ষতিকৰ ঘটনা।

১৯১৪ চনত গুৱাহাটীত আৰ্ল ল কলেজ প্ৰতিষ্ঠা হৈছিল আৰু জ্ঞানদাভিৰাম বৰুৱা সেই কলেজৰ অধ্যক্ষ নিযুক্ত হৈছিল। তেখেত দেশভক্ত ফুকনৰ ভ্ৰাতৃতুল্য আছিল। তেখেতৰ অনুৰোধক্ৰমে দেশভক্ত ফুকন ডাঙৰীয়াই তাত অধ্যাপকৰ নিযুক্তিত সম্মতি জনাইছিল। ১৯২০ চনৰ লগে লগেই গোটেই ভাৰতবৰ্ষতে অসহযোগৰ বহ্নি জ্বলি

উঠিছিল আৰু বহুতো চৰকাৰী আৰু আধা চৰকাৰী চাকৰিয়ালে চাকৰি ইস্তফা দিছিল। স্কুল-কলেজৰ বহুতো ছাত্রই স্কুল-কলেজ বর্জন কৰি-ওলাই আহিছিল। শর্মা আৰু বৰদলৈদেৱৰ অনুৰোধত দেশভক্ত ফুকনেও ১৯২১ চনত ল কলেজৰ অধ্যাপকৰ চাকৰি ইস্তফা দি আৰু ওকালতি বর্জন কৰি কংগ্রেছত যোগদান কৰে। তেতিয়াৰপৰা অসম কংগ্রেছত দেশভক্ত ফুকনক অবিসম্বাদী নেতা বুলি আমাৰ সকলো শ্রেণী আৰু সম্প্রদায়ৰ লোক নির্বিশেষে গ্রহণ কৰিছিল। ফুকন অসম প্রাদেশিক কংগ্রেছ কমিটীৰ সভাপতি নির্বাচিত হয় আৰু সেই পদত তেখেত নিগাজিকৈ ১৯৩০ চনৰ জানুৱাৰী মাহলৈ অর্থাৎ সেই পদ ইস্তফা নিদিয়ালৈকে অধিষ্ঠিত আছিল। তেখেতৰ নিমন্ত্রণত মহাত্মা গান্ধী অসহযোগৰ বাণী প্রচাৰৰ কাৰণে অসমলৈ আহিছিল আৰু তেখেতৰ ঘৰতে আলহী হৈছিল।

মহাত্মা গান্ধীৰ আগমন উপলক্ষে দেশভক্ত ফুকনৰ হাউলিৰ সন্মুখৰ মৈদানখনত এখন বিৰাট ৰাজহুৱা সভা হৈছিল। মহাত্মা গান্ধীয়ে সেই সভাত ভাষণ দিছিল। মহাত্মাই তেখেতৰ ভাষণ হিন্দিত দিছিল আৰু সেই ভাষণ দেশভক্ত ফুকনে তেখেতৰ ওজস্বিনী বাগ্মিতাৰে অসমীয়াত অনুবাদ কৰি ৰাইজক বুজাই দিছিল। গান্ধীজীৰ মূল ভাষণতকৈ ফুকনৰ অনুবাদ ভাষণ তেজস্বী আৰু হৃদয়গ্রাহী হৈছিল। বক্তৃতা শেষ হলত আৰম্ভ হ'ল বিলাতী বস্ত্র-দাহ যজ্ঞ। দেশভক্ত ফুকনৰ ঘৰৰপৰা সেই সময়ত পাঁচ হেজাৰ টকাতকৈয়ো অধিক মূল্যৰ বিলাতী কাপোৰৰ দ'ম এটা সজোৱা হ'ল আৰু তাত অগ্নি সংযোগ কৰিলে স্বয়ং মহাত্মা গান্ধীয়ে। জুই দপ্‌দপকৈ জ্বলি উঠিল লগে লগে উপস্থিত ৰাইজৰ ফালৰপৰা আৰম্ভ হ'ল বস্ত্র-আহুতি। ৰাইজৰ উৎসাহ আৰু আবেগ ইমান ওপৰলৈ উঠিছিল যে কিছুমান মানুহে গাত পিন্ধি থকা চোলা আদিৰ উপৰিও চুৰিয়াখনকো আধা ফালি সেই যজ্ঞত আহুতি দিছিল আৰু উপস্থিত সমজুৱাৰ বহুতো লোকে আধা নঙঠা হৈ ঘৰলৈ ঘূৰি গৈছিল। বস্ত্র-যজ্ঞৰ জুই পিছদিনাখন ৰাতিপুৱালৈকে নুমোৱা নাছিল। কিমান বিলাতী কাপোৰ সেই যজ্ঞত আহুতি দিয়া হৈছিল ইয়াৰপৰাই অনুমান কৰিব পাৰি।

সেই যাত্ৰাত মহাত্মা গান্ধী অসমৰ আৰু কেবাঠাইলৈকো গৈছিল। দেশভক্ত ফুকন তেখেতৰ সহযাত্ৰী আছিল। সকলো ঠাইতে বস্ত্ৰ-যজ্ঞ অনুষ্ঠিত হৈছিল আৰু ৰাইজে তাত বিলাতী বস্ত্ৰ আহুতি দিছিল। মহাত্মা গান্ধীৰ অসম যাত্ৰাৰ পিছত অসমবাসীয়ে অসহযোগ আন্দোলনত জপিয়াই পৰিছিল। অসম সদায় লাহে লাহে চলে আৰু আন প্ৰদেশত কিবা এটা হলেহে অসমৰ গা লৰে বুলি বহুতে ভাবে। কিন্তু সেই কথা যে সত্য নহয় অসহযোগ আন্দোলনত সকলোতকৈ আগেয়ে আগভাগ লৈ অসমে সেই উক্তিৰ অসত্যতা গোটেই ভাৰতবৰ্ষতে প্ৰমাণ কৰি দেখুৱাইছিল। মহাত্মা গান্ধী অসমৰপৰা উভতি গ'ল আৰু যাবৰ সময়ত কৈ গ'ল যে অসমৰ দৰে যদি সকলো প্ৰদেশতে তেনেকুৱা জাগৰণৰ সৃষ্টি হয়, তেনেহলে তেখেতৰ পৰিকল্পিত শান্তিপূৰ্ণ আৰু অহিংস অসহযোগৰ জয় অনিবাৰ্য। মহাত্মা গান্ধীয়ে অসমত যিটো কথা দেখি বিশেষভাৱে মুগ্ধ হৈছিল সেইটো আছিল যে অসমৰ আইসকলে ঘৰে ঘৰে তাত বয়, সূতা কাটে, এৰী, মুগা, পাট পোহে আৰু তাৰপৰা সূতা কাটি কাপোৰ বৈ সেই কাপোৰ নিজেও পিন্ধে, পুৰুষসকলকো পিন্ধায়।

অসমৰ এই নৱজাগৰণৰ আগশাৰীৰ নেতা আছিল দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু তেখেতসকলৰ অনুগামী নেতা আৰু একনিষ্ঠ কৰ্মীসকলৰ অক্লান্ত প্ৰচেষ্টা। অসম প্ৰদেশ ফুকন-বৰদলৈৰ জয়ধ্বনিৰে মুখৰিত হৈ উঠিছিল। অসহযোগৰ মূলমন্ত্ৰ আছিল: চৰকাৰী চাকৰি বৰ্জন, আদালত বৰ্জন, চৰকাৰী উপাধি বৰ্জন, স্কুল-কলেজ বৰ্জন, বিধানসভা বৰ্জন, বিশেষকৈ বিলাতী বস্ত্ৰ বৰ্জন ইত্যাদি। লগে লগে চৰকাৰৰ লগত সকলো সহযোগৰপৰা আঁতৰত থাকি কানি, ভাং, মদ এইবিলাক প্ৰচলনৰ বিলোপ সাধন কৰা। ঘৰে ঘৰে যঁতৰৰ প্ৰচলন কৰা আৰু খদ্দৰৰ বাহিৰে আন কোনো কাপোৰ ব্যৱহাৰ নকৰা আৰু স্বেচ্ছাসেৱকবাহিনী ভুক্ত হোৱা। গাৱেঁ গাৱেঁ পঞ্চায়ত গঠন কৰি তাৰ জৰিয়তে গাৱঁৰ সকলো দন-হাই-কাজিয়া, টকা-পইচাৰ লেনদেন আদি নিষ্পত্তি কৰা আৰু মহাত্মা গান্ধীৰ ঘোষিত তিলক স্বৰাজ্য ভাণ্ডাৰলৈ অৰ্থ সংগ্ৰহ কৰা।

উপৰোক্ত কাৰ্যক্ৰম লৈ দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ

বৰদলৈ প্ৰমুখ্যে অসমৰ সকলো নেতা আৰু কৰ্মীসকলে গাৱেঁ গাৱেঁ সন্ন্যাস ব্ৰত গ্ৰহণ কৰি পদযাত্ৰা আৰম্ভ কৰিছিল। সমগ্ৰ প্ৰদেশখনতে এটা ৰাজনৈতিক ধুমুহাৰ সৃষ্টি হৈছিল। দেশভক্ত ফুকন ডাঙৰীয়া যলৈকে গৈছিল, নগৰে-চহৰে গাৱেঁ-ভুঁয়ে সকলো ঠাইতে ৰাইজে তেখেতক ঐশ্বৰিক শক্তিসম্পন্ন বুলি সেৱা জনাই সভক্তিৰে মন্ত্ৰমুগ্ধ হৈ তেখেতৰ সিংহ-নিনাদ যেন অসহযোগৰ বাণী শুনিছিল। সকলো সভাতেই হিন্দু, মুছলমান, শিখ, খ্ৰীষ্টিয়ান, বুঢ়া-বুঢ়ী, যুৱক-যুৱতীয়ে যোগদান কৰিছিল। যি-বিলাক ঠাইৰ মানুহৰ ফুকন-বৰদলৈদেৱক দেখাৰ সৌভাগ্য-সুযোগ নহল, সেইবিলাক ঠাইৰ মানুহে তেখেতসকলৰ প্ৰতিকৃতি থাপনা কৰি পূজা-অৰ্চনা কৰিছিল। অসহযোগৰ বাণীয়ে অসমীয়া জাতিক মতলীয়া কৰি তুলিছিল আৰু কোনো কোনো ঠাইত মানুহে স্বেচ্ছাপ্ৰবৃত্ত হৈ খাজনা বন্ধ আন্দোলনলৈকো প্ৰস্তুত হৈছিল। কামৰূপ জিলাৰ দক্ষিণ পাৰৰ বকো অঞ্চলত ৰাভা আৰু বড়ো জনজাতীয় লোকসকলে প্ৰকৃততে খাজনা বন্ধ কৰাৰ সিদ্ধান্ত লৈ খাজনা দিবলৈ অমান্তি হৈছিল। বৃটিছ চৰকাৰে অসমৰ এই জাগৰণক যে সুদৃষ্টিৰে নেচাইছিল সেইটো সকলোৰে জনাজাত কথা। অসমত ধৰ-পাকৰ আৰম্ভ হৈছিল আৰু খাজনা দিবলৈ অমান্তি হোৱাৰ বাবে জনজাতীয় লোকসকলৰ ওপৰত অমানুষিক অত্যাচাৰ চলিছিল জনজাতীয় লোকসকলৰ নেতাসকলক গ্ৰেপ্তাৰ কৰি ধৰি নি পুহমহীয়া জাৰত উদং গাৰে ককাললৈকে ব্ৰহ্মপুত্ৰৰ পানীত বুৰাই ৰাখিছিল। কিন্তু তথাপিও তেওঁলোকে বৃটিছ সাম্ৰাজ্যবাদৰ ওচৰত নতি স্বীকাৰ কৰা নাছিল। দেশভক্ত ফুকন আৰু বৰদলৈ ডাঙৰীয়াকো গ্ৰেপ্তাৰ কৰা হৈছিল আৰু বিচাৰত ফুকনৰ এবছৰ আৰু বৰদলৈদেৱৰ ডেৰ বছৰ কাৰাবাসৰ হুকুম হৈছিল আৰু তেওঁলোকক যথাক্ৰমে শিলচৰ আৰু ছিলেট জেলত বন্দী কৰি ৰখা হৈছিল। বন্দী অৱস্থাত থাকোতে শিলচৰ জেলত দেশভক্ত ফুকনৰ দাঁতৰ অসুখ হোৱাত তেখেতক চিকিৎসাৰ কাৰণে কলিকতালৈ যাবলৈ সাময়িকভাৱে মুক্তি দিছিল। মুক্তি দিয়াৰ সময়ত তেখেতে অসহযোগ আন্দোলন সমৰ্থন কৰি আৰু মহাত্মা গান্ধীৰ নেতৃত্বত গভীৰ আস্থা প্ৰকাশ কৰি বাতৰি কাকতত এটা বিবৃতি দিছিল আৰু মহাত্মালৈ এখন চিঠিও লেখিছিল। সেই

চিঠিখনৰ উত্তৰত গান্ধীয়ে তেখেতৰ 'Young India' কাকতত 'Brave Leader of the Brave Assamese' (সাহসী অসমীয়াৰ সাহসী নেতা) বুলি এটা প্ৰবন্ধ লেখিছিল। এই প্ৰবন্ধত গান্ধীয়ে দেশভক্ত ফুকনৰ বীৰত্ব, অদম্য সাহ আৰু অসহযোগ আন্দোলনত অসমবাসীৰ ত্যাগৰ কথা উল্লেখ কৰিছিল।

১৯২২ চনৰ ৩০ নৱেম্বৰ তাৰিখে শিলচৰ জেলৰপৰা দেশভক্ত ফুকনে এবছৰৰ মিয়াদ শেষ হোৱাত মুক্তি পায়। তেখেতে মুক্তি পাই গুৱাহাটীলৈ অহাত শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াৰ নেতৃত্বত তেখেতৰ হাউলিতে এখন ৰাজহুৱা সভাত তেখেতক অভিনন্দিত কৰা হৈছিল। সভাত অসমৰ সকলো ঠাইৰেপৰা ধৰ্ম-সম্প্ৰদায়, বয়স আৰু পুৰুষ-মহিলা নিৰ্বিশেষে অসংখ্য লোকৰ সমাগম হৈছিল। অভিনন্দনৰ উত্তৰত তেখেতে দিয়া বক্তৃতাৰ একাংশ উদ্ধৃত কৰাৰ লোভ সামৰিব নোৱাৰিলো:

"জেললৈ গ'লে স্বৰাজ পাম, এই আশা বুকুত বান্ধি যিমান ৰংমনে জেললৈ গৈছিলো, আজি এবছৰ জেল খাটিও এই আনন্দ আৰু আশা নিৰ্মূল হোৱা নাই। ঈশ্বৰৰ কৃপাৰ শলাগ লৈছো। দেশবাসীৰ ওচৰত মূৰ দোৱাই আগলৈকো দেশসেৱাত ব্ৰতী কৰি ৰাখিবলৈ আশীৰ্বাদ মাগিছো ...... স্বৰাজ মোৰ জন্মস্বত্ব আৰু তাৰপৰা আমাক বঞ্চিত কৰি ৰাখিবৰ কাৰো অধিকাৰ নাই।

"মহাত্মা গান্ধীৰ অসহযোগ বীজ-মন্ত্ৰত কংগ্ৰেছক দীক্ষিত কৰাৰ পিছতেই সেই মন্ত্ৰত পোনতে দীক্ষিত হৈছিল নবীনচন্দ্ৰ বৰদলৈ আৰু চন্দ্ৰনাথ শৰ্মা। কৰ্মী চন্দ্ৰনাথ আজি স্বৰ্গবাসী হৈছে। আমি সকলোৱে তেখেতৰ আত্মাৰ সদগতি কামনা কৰিছোঁ। চন্দ্ৰনাথে যে স্বদেশৰ কাৰণে প্ৰাণ উছৰ্গি গ'ল তাক সকলোৱে জানে। তেওঁ মুক্তি লাভ কৰিছে। তাত আমি শোক কৰা উচিত নহয়। বৰদলৈ আজিও আশ্ৰমবাসী (জেলত)। তেওঁ যে অসমৰ অসহযোগৰ প্ৰাণ তাক সকলোৱে জানে। তেওঁৰ স্বাৰ্থত্যাগৰ তুলনা অসমত নাই! ঈশ্বৰে তেওঁক সুস্থ শৰীৰে মুক্ত কৰি আনক আৰু দেশ হিত ব্ৰতত নিয়োজিত কৰি ৰাখক, ইয়াকে সকলোৱে মিলি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাওঁ।

"গোললিও, চক্রেটিছ আদিয়ে সত্যৰ কাৰণে প্ৰাণ দিয়াটো যদি অযথা বুলি কোৱা হয়; যীশুখ্ৰীষ্ট, হজৰত মহম্মদ, প্ৰহলাদৰ সত্য প্ৰচাৰৰ কাৰণে প্ৰথমে যন্ত্ৰণা ভোগ আৰু আত্মত্যাগ যদি অযথা বুলি কোৱা হয়, তেনেহলে স্বৰাজৰ কাৰণে দুখ-কষ্ট স্বীকাৰ কৰাও অযথা হব পাৰে। সত্যৰ কাৰণে যি দুখ-কষ্ট স্বীকাৰ কৰা হয়, তাৰপৰা সত্যৰেই প্ৰাণ প্ৰতিষ্ঠা কৰা হয়।···সত্য একেদিনাই প্ৰতিষ্ঠা কৰা টান। আমাৰ অসহযোগে পূৰ্ণ সত্য প্ৰতিষ্ঠা কৰিব পৰা নাই দেখিয়েই অসহযোগ অকৃতকাৰ্য হ'ল বুলি যিসকলে কয়, সেইসকলক মই কব খোজো যে ধূপ পুৰি যায়, কিন্তু এৰি যায় চাৰিওফালে তাৰ গোন্ধ।

"যিজনা মহাপুৰুষৰ নেতৃত্বত ভাৰতবাসী আজি ইমান আগবাঢ়িব পাৰিছে, সেই মহাত্মাৰ জয় হওক বুলি আজিলৈ বিদায় মাগিছো।"······

চৌৰিচৌৰাত ঘটা দুৰ্ঘটনাৰ পিছত মহাত্মা গান্ধীয়ে শান্তিপূৰ্ণ সত্যাগ্ৰহ উঠাই লয় আৰু গোটেই ভাৰতবৰ্ষতে আন্দোলন বন্ধ হৈ যায়। পিছত গান্ধীৰ ছবছৰ কাৰাদণ্ড হয়।

১৯২৩ চনত গয়াত ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশন বহে। সেই অধিবেশনত দেশবন্ধু চিত্তৰঞ্জন দাস সভাপতি আছিল। সেই অধিবেশনত দেশবন্ধু দাস, মতিলাল নেহৰু প্ৰমুখ্যে নেতাসকলৰ নেতৃত্বত স্বৰাজ্য পাৰ্টি গঠন হ'ল। দেশভক্ত তৰুণৰাম ফুকন সেই দলত দেশবন্ধু দাস আৰু পণ্ডিত মতিলাল নেহৰুৰ সোঁহাত স্বৰূপ আছিল। মহাত্মা গান্ধীৰ নিৰ্দেশক্ৰমে কংগ্ৰেছৰ যি অংশ নেতাই স্বৰাজ দলৰ আৰু বিধান সভাত প্ৰবেশ কৰাৰ বিৰুদ্ধে আছিল, সেইসকলে গঠনমূলক কামত আত্মনিয়োগ কৰিবলৈ সিদ্ধান্ত কৰে। গোটেই ভাৰতবৰ্ষ ব্যাপি স্বৰাজ্য পাৰ্টিৰ কাৰণে সমৰ্থন বিচাৰি প্ৰচাৰ কাৰ্য আৰম্ভ হ'ল। এই প্ৰচাৰ কাৰ্যত দেশভক্ত ফুকনে ভাৰতবৰ্ষৰ কেইবাখন প্ৰদেশলৈয়ো গৈছিল। মাদ্ৰাজলৈ তেখেতে দেশবন্ধু দাসৰ লগত একেলগে গৈছিল। সকলো ঠাইতে দেশভক্ত ফুকনৰ বক্তৃতাই বিশেষ প্ৰভাব বিস্তাৰ কৰিছিল আৰু স্বৰাজ্য দলৰ শক্তি বৃদ্ধি কৰাত সহায় কৰিছিল। ফুকনৰ নাম ডাঙৰ ডাঙৰ নেতাৰ শাৰীত স্থান পাইছিল। অসমতো তেখেতৰ নেতৃত্বত স্বৰাজ্য পাৰ্টি গঠন হৈছিল। মণ্টফোৰ্ড শাসন-সংস্কাৰ আইন অনুসৰি কেন্দ্ৰীয় আৰু ৰাজ্যিক বিধান সভাৰ কাৰণে

হোৱা দ্বিতীয় সাধাৰণ নিৰ্বাচনত কংগ্ৰেছে আশানুৰূপ কৃতকাৰ্যতা লাভ কৰিছিল। অসম বিধান সভাৰ নিৰ্বাচনতো স্বৰাজ্য পাৰ্টিয়ে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিছিল আৰু তাৰ দলপতি আৰু উপদলপতি ক্ৰমে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু ব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰী নিৰ্বাচিত হৈছিল। দেশভক্ত ফুকন কেন্দ্ৰীয় বিধান সভালৈ নিৰ্বাচিত হৈছিল।

১৯১২ চনত বৃটিছ চৰকাৰে বঙ্গ ভঙ্গৰ সিদ্ধান্ত—যিটো সিদ্ধান্ত settled fact (শেষ সিদ্ধান্ত) বুলি কৈছিল—সেইটো unsettled (পৰিবৰ্তন) কৰিবলগীয়া হ'ল। বঙ্গদেশক পুনৰ সংহতিবদ্ধ কৰি বেলেগ প্ৰদেশ কৰা হ'ল। অসমৰো তেনেদৰে কাছাৰ আৰু শ্ৰীহট্ট জিলাক লৈ পুনৰ এখন চিফ কমিশ্যনাৰ প্ৰদেশ কৰা হ'ল আৰু বঙ্গদেশৰপৰা বিহাৰ, উৰিষ্যা প্ৰদেশক এখন বেলেগ প্ৰদেশ হিচাপে স্বীকৃতি দিয়া হ'ল। তাৰ লগে লগে ভাৰতবৰ্ষৰ ৰাজধানী কলিকতাৰপৰা দিল্লীলৈ স্থানান্তৰিত কৰা হ'ল। চতুৰ্থ দশকত উৰিষ্যাকো বিহাৰৰপৰা আঁতৰাই এখন নতুন প্ৰদেশ গঠন কৰিবৰ কাৰণে পাৰ্লিয়ামেণ্টে সিদ্ধান্ত লোৱাত এটা আয়োগ গঠিত হৈছিল আৰু দেশভক্ত ফুকন সেই আয়োগৰ এগৰাকী সদস্য হিচাপে মনোনীত হৈছিল। সেই সংক্ৰান্ততে তেখেতে বিহাৰ আৰু উৰিষ্যা ব্যাপকভাৱে ভ্ৰমণ কৰিছিল আৰু তেখেতৰ কাৰ্যই উৰিষ্যাবাসীৰ হৃদয় জয় কৰিব পাৰিছিল। আজিও উৰিষ্যাৰ সেই সময়ৰ বহুতো লোকে ফুকনৰ গুণৰ শলাগ লয়।

দেশভক্ত ফুকন ডাঙৰীয়াই অসহযোগ আন্দোলনত যোগ দিয়াৰ সময়ৰেপৰা নিখুঁত খদ্দৰ পৰিধান কৰিছিল। তথাপিও তেখেতৰ সাজ-পোছাক সকলোৰে চকুত লগা আছিল। তেখেতৰ সুন্দৰ সৌম্যমূৰ্তি খদ্দৰৰ মাজেদি সোণত-সুৱগা চৰাৰ দৰে জিলিকি উঠিছিল। জাৰকালি তেখেতে এখন এৰী চাদৰ ব্যৱহাৰ কৰিছিল। ফুকনে এদিন কোৱা মনত আছে যে তেখেতৰ তেনেকুৱা এখন এৰী চাদৰ দেখি পণ্ডিত মতিলাল নেহৰুৱে তেখেতৰ কাশ্মীৰী চাদৰখনৰ লগত সলনি কৰি লৈছিল। দেশভক্ত ফুকনে ব্যৱহাৰ কৰাত খদ্দৰ আৰু এৰী কাপোৰৰ সৌন্দৰ্য আৰু মূল্য বহুত পৰিমাণে বৃদ্ধি পাইছিল। সাজ-পোছাকত অ'ৰু চেহেৰা-পাতিত পণ্ডিত মতিলাল নেহৰু এগৰাকী চকুত লগা নেতা আছিল। একমাত্ৰ

ফুকনেহে ৰূপ-সৌন্দৰ্য আৰু পোছাক-পৰিচ্ছদত যেখেতৰ সমকক্ষ আছিল বুলি প্ৰমাণ কৰি দেখুৱাব পাৰিছিল। পণ্ডিত নেহৰু কেন্দ্ৰীয় বিধানসভাৰ কংগ্ৰেছ দলৰ দলপতি আছিল। দেশভক্ত ফুকনদেৱেও সেই দলৰ এগৰাকী বিশিষ্ট সভ্য হিচাপে যথেষ্ট সুনাম অৰ্জন কৰিব পাৰিছিল।

অসমত কংগ্ৰেছৰ জন্মৰ দিনৰেপৰাই ১৯৩০ চনৰ পহিলা জানুৱাৰী-লৈকে একেৰাহে দেশভক্ত ফুকন ডাঙৰীয়া অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি আছিল। সেই কালছোৱাত ফুকন অসমৰ মুকুটবিহীন সম্ৰাট আছিল। অসম প্ৰাদেশিক কংগ্ৰেছৰ অনুমোদনক্ৰমে ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশন গুৱাহাটীত পাতিবলৈ স্বৰ্গীয় ৰোহিণীকান্ত হাতীবৰুৱাই নিমন্ত্ৰণ জনাইছিল আৰু কংগ্ৰেছ মহাসভাই সেই নিমন্ত্ৰণ গ্ৰহণ কৰিছিল। অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীয়ে কংগ্ৰেছ অধিবেশন গুৱাহাটীত পতাৰ সিদ্ধান্ত গ্ৰহণ কৰি দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈদেৱক যথাক্ৰমে অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদক নিৰ্বাচিত কৰিছিল। ১৯২৬ চনৰ ২২ ডিচেম্বৰ তাৰিখে বৰ সমাৰোহেৰে কংগ্ৰেছৰ অধিবেশন গুৱাহাটীৰ পাণ্ডুৰ নগৰত ( গুৱাহাটীত বহা কংগ্ৰেছৰ নগৰখনক পাণ্ডুৰ নগৰ হিচাপে অভিহিত কৰা হৈছিল। ) বহে। লালা লাজপত ৰায়ৰ মৃত্যু আৰু স্বামী শ্ৰদ্ধানন্দৰ হত্যাই গুৱাহাটী কংগ্ৰেছৰ জাক-জমকতা বহুপৰিমাণে ম্লান কৰিছিল। সেই সময়ত কেন্দ্ৰীয় বিধান সভাৰ স্বৰাজ্য দলৰ দলপতি বিদেশ ভ্ৰমণলৈ যোৱাত অধিবেশনত সভাপতিত্ব কৰিছিল বিধান সভাৰ অস্থায়ী দলপতি মাদ্ৰাজৰ শ্ৰীনিবাস আয়েঙ্গাৰে। অভ্যৰ্থনা সমিতিৰ অভিভাষণত দেশভক্ত ফুকনৰ এটা কথাই বিশেষকৈ সকলো দৰ্শক আৰু প্ৰতিনিধিৰে মনোযোগ আকৰ্ষণ কৰিছিল। সেইটো আছিল "সবৰমতীৰ ভেৰাৰখীয়াৰ (shephred) পৰিচালনাত ভেৰাৰ দৰে পুনৰ কংগ্ৰেছক কাৰ্যক্ষম কৰি গঢ়ি তুলিব লাগিব।" সভাপতিৰ অভিভাষণত ভাৰতবৰ্ষত যে Diarchy ( দ্বৈত শাসন ) অকৃতকাৰ্য হৈছে, সেইটো যে এটা ভেকোভাওনা তাক স্পষ্টভাৱে প্ৰমাণ কৰি দেখুৱাইছিল। দুৰ্ভাগ্যবশতঃ উপযুক্ত পৰিমাণে অৰ্থ সংগ্ৰহ কৰিব নোৱাৰাৰ বাবে আৰু কংগ্ৰেছৰ অধিবেশনত ৰাতিৰপৰাই ধাৰা সাৰে বৰষুণ হোৱাৰ কাৰণে

কংগ্ৰেছ অধিবেশন ততাতৈয়াকৈ ভাঙি দিবলগীয়া হোৱাত অভ্যৰ্থনা সমিতিয়ে যি পৰিমাণে প্ৰতিনিধি আৰু দৰ্শকসকলৰপৰা পইচা পাম বুলি হিচাপ কৰিছিল, সেইটো নেপালে। তাৰ পিছত কংগ্ৰেছ অধিবেশনৰ কাৰণে প্ৰায় ৩৫ হেজাৰ টকাৰ ধাৰ লাগিছিল। নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ-পৰাও অভ্যৰ্থনা সমিতিয়ে ১০ হেজাৰ টকাৰ সাহায্য পাইছিল। সেই ধাৰৰ বোজা বিশেষকৈ দেশভক্ত ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ ওপৰত পৰিছিল আৰু সেই ধাৰ পৰিশোধৰ বাবে যদিও কিছু বৰঙণি পোৱা হৈছিল, তথাচ সেই দুগৰাকী নেতাই তেওঁলোকৰ বহুতো ভূ-সম্পত্তি বিক্ৰী কৰিবলগীয়া হৈছিল। এই কথাখিনি অসমৰ সকলো ৰাইজে জানে। আমি লক্ষ্য কৰিছিলো, তেখেতসকলে ভূ-সম্পত্তি বিক্ৰী কৰি ঋণ পৰিশোধ কৰিবলগীয়া হোৱাত কোনো আক্ষেপ প্ৰকাশ কৰা নাছিল।

অসম ছাত্ৰ সন্মিলন সেই সময়ত অসমত এটা সামাজিক, সাংস্কৃতিক অনুষ্ঠান আছিল। ১৯৩০ চনৰপৰা কানিংহাম চাকুৰ্লাৰৰ প্ৰতিবাদ কৰিবলগীয়া হোৱাত এই অনুষ্ঠানে ৰাজনৈতিক ৰূপ ধাৰণ কৰে। তাৰ পিছতো মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা স্বাধীনতাৰ সংগ্ৰামত এই সন্মিলনে সক্ৰিয় ৰাজনৈতিক ভূমিকা গ্ৰহণ কৰিছিল। ১৯২৮ চনত অসম ছাত্ৰ সন্মিলনৰ অধিবেশন তেজপুৰত পতাৰ সিদ্ধান্ত কৰা হয়। সেই সন্মিলনত প্ৰথমতে সাধু টি. এন ভাস্বানীদেৱ সভাপতি হোৱাৰ কথা আছিল। কিন্তু তেখেতৰ শৰীৰ অসুস্থ হোৱাৰ কাৰণে আহিবলৈ অপাৰগ হোৱাত অসম ছাত্ৰ সন্মিলনৰ কাৰ্যকৰী সভাৰ অনুৰোধক্ৰমে দেশভক্ত তৰুণৰাম ফুকনদেৱে সেই সভাত সভাপতিত্ব কৰিবলৈ মান্তি হৈছিল। সেই অধিবেশন ১৯২৮ চনৰ ১৭/১৮ নবেম্বৰ তাৰিখে বহিছিল। সভাপতিৰ আসনৰপৰা তেখেতে যি বাগ্মিতা-পূৰ্ণ আৰু গঠনমূলক ভাষণ দিছিল তাৰদ্বাৰা কেৱল ছাত্ৰসকলেই নহয়, তাত উপস্থিত থকা সকলো পুৰুষ আৰু মহিলাই অনুপ্ৰেৰণা লাভ কৰিছিল। তেখেত এগৰাকী ৰব ৰসিক পুৰুষ আছিল আৰু ভাষণত মাজে মাজে ৰসিকতা কৰি সমজুৱাৰ মাজত হাঁহিৰ ৰোল তুলিছিল। তেখেতে যিমানেই বক্তৃতা দিছিল সিমানেই আগ্ৰহ আৰু ঔৎসুক্যৰে শ্ৰোতাসকলে

মনোযোগ দি শুনিছিল। তেখেতে বাগ্মিতাত কেৱল অসমৰে নহয়, ভাৰতবৰ্ষৰো বহুতো নেতাকে চেৰ পেলাইছিল। তেখেতৰ বক্তৃতাৰ অন্তত সকলো ছাত্ৰ আৰু দৰ্শকে স্বীকাৰ কৰিছিল যে সাধু ভাস্বানীৰ পৰিবৰ্তে ফুকনদেৱে ছাত্ৰ সম্মিলনৰ সভাপতি হোৱাত ছাত্ৰ সম্মিলনৰ যে গুৰুত্ব বাঢ়িছে, তাত অকণো ভুল নাই। ছাত্ৰসকলক উদ্দেশ্য কৰি দেশভক্ত ফুকনদেৱে কৈছিল—"দুখীয়াৰ দুখ নিবাৰণ কৰিবৰ কাৰণে আত্ম উছৰ্গা কৰিবলৈ প্ৰস্তুত থাকিব লাগিব, পৰিশ্ৰমৰ মৰ্যাদা বুজিব লাগিব. কলাজ্বৰ, মেলেৰীয়া, কলেৰা আৰু নৈসৰ্গিক বিপদ-আপদত তেওঁলোকে দুখীয়ালোকক সহায় কৰিব লাগিব। অনুশাসন মানি চলিব লাগিব আৰু খাদী. কুটীৰশিল্প প্ৰচলনৰ কামত আত্মনিয়োগ কৰিব লাগিব। মাতৃসকলে বৈ দিয়া বস্ত্ৰ পৰিধান কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হোৱা অসমত ঘৰে ঘৰে এটিকৈ খাদী সংঘ আছে। আমাৰ অৱহেলাৰ কাৰণে এইবিলাক শক্তিশালী হৈ গঢ়ি উঠা নাই। সেই-বিলাকক শক্তিশালী ৰূপ দিব লাগিব। খদ্দৰৰ দাম বেছি বুলি তেওঁলোকে আপত্তি কৰা উচিত নহব। কাৰণ তোমালোকে এইটো হৃদয়ঙ্গম কৰিব লাগিব যে খদ্দৰৰ যি পইচা খৰচ কৰা, তাৰ প্ৰতিটো পাই দুখীয়া মানুহৰ দুখ নিবাৰণ কৰিবৰ কাৰণে আৰু তেওঁলোকৰ নিযুক্তিৰ কাৰণে খৰচ কৰিছা। তোমালোক সংযত হ'বা। বান্দৰৰ দৰে অনুকৰণ নকৰিবা। ভাই-বন্ধুলৈ মৰম নেৰিবা। ওচৰ-চুবুৰীয়াৰ দুখত সহানুভূতি দেখুৱাবা। তোমালোকৰ মাজত মতভেদ হোৱাটো স্বাভাৱিক। য'ত মতভেদ নাই, তাত মতৰ ফল নাই, তাত জীৱন নাই। সাম্প্ৰদায়িক চিন্তাধাৰা মনৰপৰা দূৰতে বিদূৰ কৰি দিবা। দেশৰ অৰ্থে তিৰোতাৰ শক্তি উদ্ভূত নহলে পুৰুষসকলে একো কৰিব নোৱাৰে। কাৰণ শক্তি মানে স্ত্ৰী শক্তিকে বুজায়। তোমালোকে সেই কাৰণে স্ত্ৰী শক্তি জাগৰণত মনোযোগ দিবা।"

এই উক্তিবিলাক ১৯২৮ চনত যেনে সত্য আছিল আজিও তেনে সত্য হৈয়েই আছে। ইয়াৰদ্বাৰা দেশভক্ত ফুকনদেৱৰ দূৰদৰ্শিতা প্ৰমাণিত হৈছে। সেই চনৰে দুই ডিচেম্বৰত অসম ছাত্ৰ সম্মিলনৰ সম্পাদক শ্ৰীৰজনী গোস্বামীৰ আহ্বানত দেশভক্ত ফুকনৰ সভাপতিত্বত এখন সভা হৈছিল। সেই সভাত আমি উপস্থিত আছিলো। দেশভক্তই সেই সভাত ছাত্ৰসকলে খদ্দৰ ব্যৱহাৰ কৰাৰ ওপৰত গুৰুত্ব দিছিল।

তেখেতে ধেমালিৰ সুৰত কৈছিল যে ল'ৰাই যদি মোটা কাপোৰ নিপিন্ধে তেন্তে ফিৰফিৰীয়া চুৰিয়াৰ লগত চেমিজটোও পিন্ধা ভাল। তেখেতে ছাত্ৰক মতা মানুহৰ উপযোগী খেল খেলিবলৈ উদগ'নি দিছিল আৰু এই সংক্ৰান্তত নাওখেল, ঘোঁৰা দৌৰৰ কথা উল্লেখ কৰিছিল। দেশভক্ত ফুকনৰ সেই বক্তৃতা শুনি আমি বহুতেই আমাৰ ব্যৱহাৰী সকলো কাপোৰ খদ্দৰৰ কৰিম বুলি সংকল্প লৈছিলো।

১৯২৮ চনত কংগ্ৰেছে ভাৰতৰ ভৱিষ্যত সংবিধান সম্পৰ্কে প্ৰতিবেদন দাখিল কৰিবলৈ পণ্ডিত মতিলাল নেহৰুৰ নেতৃত্বত এটা সৰ্বদলীয় কমিটী গঠন কৰি দিছিল। সেই কমিটীত দেশভক্ত ফুকনৰ লগতে মহম্মদ আলী জিন্নাও এগৰাকী সদস্য আছিল কিন্তু পিছত জিন্নাই সেই সভ্যপদ ইস্তফা দিয়ে। নেহৰু কমিটীয়ে ১৯২৮ চনৰ কলিকতা কংগ্ৰেছৰ আগে আগে দাখিল কৰা প্ৰতিবেদনত ফুকন ডাঙৰীয়াও এগৰাকী স্বাক্ষৰকাৰী আছিল।

উল্লেখযোগ্য যে দেশভক্ত ফুকন ১৯২৭ চনত ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ কাৰ্যকৰী সমিতিৰ (ৱাৰ্কিং কমিটী) সদস্য নিৰ্বাচিত হৈছিল। তাৰ আগতে অসমৰ কোনো নেতাই এই সন্মান লাভ কৰিব পৰা নাছিল। ১৯২৯ চনৰ ২৯ ডিচেম্বৰ তাৰিখে পণ্ডিত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশন বহিছিল। সেই অধিবেশনলৈ দেশভক্ত তৰুণৰাম ফুকন, স্বৰ্গীয় ৰোহিণী কুমাৰ চৌধুৰী, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, শ্ৰীদেবেন্দ্ৰ নাথ শৰ্মা, শ্ৰীপবিত্ৰ নাথ শৰ্মা, মই আৰু দুগৰাকীমান আন বন্ধু প্ৰতিনিধি হিচাপে যোগ দিছিলো। সেই কংগ্ৰেছ অধিবেশনতে ভাৰতীয় জাতীয় মহাসভাৰ লক্ষ্য যে পূৰ্ণ স্বাধীনতা, সেইটো সিদ্ধান্ত হৈছিল আৰু সেই লক্ষ্য লাভৰ কাৰণে যেনেকুৱা আন্দোলন কৰিব লাগে সেই আন্দোলনৰ কাৰ্যক্ৰম আৰু তাৰ ৰূপ দিবলৈ মহাত্মা গান্ধীৰ ওপৰত সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰা হৈছিল। তেতিয়া আমাৰ সকলোৰে বিশ্বাস হৈছিল যে ১৯২০-২১ চনৰ অসহযোগ আন্দোলনৰ দৰে আগন্তুক আন্দোলনতো দেশভক্ত ফুকনদেৱৰ নেতৃত্বত অসমে বিশিষ্ট স্থান অধিকাৰ কৰিব পাৰিব। কিন্তু তাৰ কেইদিনমান পিছতে আমি বাতৰি কাকতত দেশভক্ত ফুকনে দিয়া এটা বিবৃতি দেখি হতাশ হৈছিলো। সেই বিবৃতিত কোৱা হৈছিল যে অসমৰ বিধান সভাৰ কংগ্ৰেছ সদস্যসকলে তেওঁলোকৰ

সদস্যপদ ইস্তফা দি খালী হোৱা আসনৰ বাবে পুনৰ স্বতন্ত্ৰভাৱে নিৰ্বাচনপ্ৰাৰ্থী হ'ব লাগে। কাৰণ অসমৰ জাতীয়তাবাদী লোকসকল বিধানসভাৰপৰা আঁতৰি থাকিলে প্ৰতিক্ৰিয়াশীল লোকসকলে বিধান-সভালৈ গৈ অসমৰ সামূহিক স্বাৰ্থ ক্ষুন্ন কৰিব। ইতিমধ্যে তেখেতে কেন্দ্ৰীয় বিধানসভাৰ সভ্য পদ ইস্তফা দিয়াৰ লগে লগে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি পদৰপৰাও অব্যাহতি লৈছিল। প্ৰাদেশিক বিধানসভাৰ স্বৰাজ্য পাৰ্টিৰ সকলো স্বৰাজ্যদলৰ সদস্যই সভ্য পদ ইস্তফা দিলেও কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, ৰোহিণী কুমাৰ চৌধুৰী প্ৰমুখ্যে কেইগৰাকী-মান বিশিষ্ট সদস্যই নিৰ্বাচনত পুনৰ প্ৰাৰ্থী হ'ব বুলি ঘোষণা কৰিছিল। ১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে ভাৰতীয় জাতীয় কংগ্ৰেছৰ নিৰ্দেশত জাতীয় পতাকাৰ তলত সমবেত হৈ যিটো পূৰ্ণ স্বাধীনতাৰ সংকল্প গ্ৰহণ কৰা হৈছিল, গুৱাহাটী জুবিলী পাৰ্কৰ সেই সমাবেশত ফুকনদেৱেই নেতৃত্ব কৰিছিল।

অসমৰ দুৰ্ভাগ্য যে অসমৰ দুয়োগৰাকী সিংহ পুৰুষ দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ কংগ্ৰেছ আন্দোলনৰপৰা আঁতৰি গ'ল। বহুতে সেই সময়ত বিশ্বাস কৰিছিল যে অসমৰ ৰাইজে কংগ্ৰেছ কি নাজানে, তেওঁলোকে মাত্ৰ ফুকন-বৰদলৈকহে জানে। সেইসকলে বোধকৰো বিশ্বাস কৰিছিল যে এই দুইগৰাকী নেতাৰ অবিহনে অসমত কংগ্ৰেছৰ বিলুপ্তি সাধন হ'ল। কিন্তু তেওঁলোকৰ পিছত অসমত যি ঘটনা ঘটিল, তাৰ দ্বাৰা সেই ভুল ভাগিছিল। অসমৰ ৰাইজে যে ব্যক্তি পূজা নকৰে আৰু অনুষ্ঠানকহে অনুসৰণ কৰে, এই কথা প্ৰমাণ কৰি দিলে। উপনিৰ্বাচনত ফুকন ডাঙৰীয়াই কেন্দ্ৰীয় বিধানসভাৰ সদস্য পদৰ বাবে প্ৰাৰ্থী হৈছিল আৰু নিৰ্বাচনত জয়যুক্তও হৈছিল। কৰ্মবীৰ বৰদলৈদেৱৰ সৌভাগ্যৰ গুণতেই হওক বা দুৰ্ভাগ্যৰ গুণতেই হওক নিৰ্বাচনত পৰাজিত হৈছিল। ৰোহিণী কুমাৰ চৌধুৰীয়ে নিৰ্বাচনত জয়লাভ কৰিছিল।

সেই সময়ত অসম কংগ্ৰেছ এটা সংকটৰ সন্মুখীন হ'বলগা হৈছিল। শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই আগবাঢ়ি আহি ফুকনে ইস্তফা দিয়াত খালী হোৱা অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি হোৱাত অৱশ্যে সেই সঙ্কটৰপৰা ৰক্ষা পৰিল।

দেশভক্ত তৰুণৰাম ফুকনৰ জীৱনৰ শেষ দহ বছৰ বৰ করুণ আছিল। তেখেতৰ সাংসাৰিক জীৱনত বহুতো দুৰ্যোগ উপস্থিত হ'ল। তেখেতে কেন্দ্ৰীয় বিধান সভাৰ সভ্য হলেও তাত মনোযোগ দি কাম কৰিব নোৱাৰা হ'ল। তেখেতৰ মৰমৰ প্ৰথমা কন্যাক যক্ষ্মা ৰোগে আক্ৰমণ কৰিলে আৰু সেই ৰোগৰপৰা তেওঁক ৰক্ষা কৰিবলৈ কৰা সকলো চেষ্টা ব্যৰ্থ হ'ল। তাৰ পিছতেই তেখেতৰ প্ৰিয়তমা ভাৰ্যা শ্ৰীমতী বিদ্যুৎপ্ৰভা দেৱীও সেই একে ৰোগতে আক্ৰান্ত হয়। তেখেতক চিকিৎসাৰ বাবে বহুতো ঠাইলৈ নিয়া হৈছিল। কিন্তু কোনো চিকিৎসাই একো গুণ নিদিলে। তেখেতৰো ১৯৩২ চনৰ বিজয়া দশমীৰ দিনাখন কলিকতাত মৃত্যু হ'ল। তেখেতৰ বৰজোঁৱাই দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাদেৱো এই একে ৰোগতে আক্ৰান্ত হৈছিল। তেখেত চিকিৎসাৰ কাৰণে কলিকতালৈ গৈছিল আৰু তেখেতৰ এটা হাওফাও অস্ত্ৰোপচাৰ কৰি কাটি পেলোৱাত অলপ সুস্থ হৈ গুৱাহাটীলৈ ঘূৰি আহি দেশভক্ত ফুকনৰ ঘৰতে আছিল। আমি তেতিয়া ১৯৩২ চনত জেলৰপৰা ওলাই আহি দেশভক্ত ফুকনৰ ঘৰলৈ অহা যোৱা কৰিছিলো। জীৱনত এনেবিলাক বিপৰ্যয় হোৱা সত্ত্বেও বাহিৰত তেওঁক বৰ নিৰ্বিকাৰ যেন দেখা গৈছিল। কিন্তু অন্তৰত তেখেতৰ প্ৰিয়তমা ভাৰ্যাৰ শোকে যে সকলো সময়তে শেলে হনা দি হানি আছিল সেইটো জানিছিলো। এদিন কথাৰ ছলতে তেখেতে কৈছিল, "মোৰ প্ৰাণৰ প্ৰতিমাক বিজয়াৰ দিনাখনেই বিসৰ্জন দি আহিছো।" এই কথাষাৰৰ-পৰাই আমাৰ বুজিবলৈ বাকী নাছিল যে তেখেতৰ অন্তৰখন কেনেকুৱা শোকত ডেই-পুৰি আছিল। দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাৰ ৰোগ পুনৰ উক দিলে আৰু সেই ৰোগতে তেখেতৰ লোকান্তৰ হ'ল। তদুপৰি তেখেতৰ জ্যেষ্ঠ সহোদৰ নবীনৰাম ফুকনদেৱৰো অকাল মৃত্যু ঘটিল। ইমান বিলাক দুৰ্ভাগ্য আৰু বিপৰ্যয়ৰ মাজত ফুকন ডাঙৰীয়াৰ মন ভাঙি নগলেও অন্তৰখন যে জৰ্জৰিত হৈছিল তাত কোনো সন্দেহ নাই। এইবিলাক দুৰ্ঘটনাৰ লগে লগে ১৯৩৪ চনত কেন্দ্ৰীয় বিধান সভাৰ সাধাৰণ নিৰ্বাচন হৈছিল। এই নিৰ্বাচনত কংগ্ৰেছৰ মনোনয়ন পাবৰ কাৰণে তেখেতে কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী বোৰ্ডলৈ দৰ্খাস্ত কৰিছিল। ১৯৩২ চনৰ আইন-অমান্য-আন্দোলনত কাৰাবৰণ কৰা কৰ্মবীৰ বৰদলৈদেৱেও কংগ্ৰেছৰ মনোনয়ন পাবৰ কাৰণে দৰ্খাস্ত

কৰিছিল। অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীয়ে কৰ্মবীৰ বৰদলৈৰ নাম কেন্দ্ৰীয় কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী বোৰ্ডলৈ অনুমোদনৰ কাৰণে পঠিয়াইছিল। কেন্দ্ৰীয় পাৰ্লিয়ামেণ্টৰী বোৰ্ডে প্ৰাদেশিক কংগ্ৰেছ কমিটীক তেওঁলোকৰ প্ৰস্তাৱ পুনৰ বিবেচনা কৰিবৰ কাৰণে ঘূৰাই পঠিয়াইছিল। কিন্তু ইতিমধ্যে ফুকনদেৱে পণ্ডিত মদনমোহন মালব্যৰ দ্বাৰা গঠিত কংগ্ৰেছ নেশ্যনেলিষ্ট পাৰ্টীত যোগ দি এই পদৰ প্ৰাৰ্থী মনোনীত হ'ল। কৰ্মবীৰ বৰদলৈদেৱে কেন্দ্ৰীয় কংগ্ৰেছৰ মনোনয়ন লাভ কৰাত কৃতকাৰ্য হ'ল। সেই সময়ত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত কেন্দ্ৰীয় বিধানসভাৰ কাৰণে এটা মাত্ৰ অমুছলমান সমষ্টি আছিল আৰু সেই সমষ্টিটোৰ সদস্যপদৰ কাৰণে অসমৰ সৰ্বজনপ্ৰিয় দুই গৰাকী নেতাৰ ভিতৰত তয়াময়া যুঁজ লাগিল। নিৰ্বাচন যুদ্ধত ফুকন ডাঙৰীয়াই পৰাজয় বৰণ কৰিবলগা হ'ল আৰু বৰদলৈ ডাঙৰীয়া জয়ী হ'ল। তাৰ পিছৰপৰাই- ফুকন ডাঙৰীয়া কংগ্ৰেছৰপৰা আঁতৰি গ'ল। কংগ্ৰেছ কিছু দুৰ্বল হ'ল, কিন্তু ফুকনৰো শক্তি নেবাঢ়িল।

তাৰ পিছত আহিল ১৯৩৫ চনৰ ভাৰত শাসন আইন (Government of India Act, 1935)। এই আইন অনুসৰি ১৯৩৬ চনৰ আৰম্ভণিতে নিৰ্বাচন পতাৰ স্থিৰ হৈছিল। ৰোহিণী কুমাৰ চৌধুৰীয়ে ফুকনক হাতত লৈ কংগ্ৰেছৰ বিৰুদ্ধে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবৰ কাৰণে 'মিলিত জনসংঘ' নামে এটা সংগঠনক গঢ় দিলে। ফুকন ডাঙৰীয়াক কংগ্ৰেছলৈ ঘূৰাই আনিবৰ কাৰণে বহুতো চেষ্টা কংগ্ৰেছৰ পক্ষৰপৰা চলোৱা হৈছিল। নিৰ্বাচনত মনোনয় পত্ৰ দাখিল কৰাৰ আগে আগে তেজপুৰত ভুলাভাই দেশাইৰ সভাপতিত্বত অসম প্ৰাদেশিক ৰাজনৈতিক সম্মিলন বহিছিল। দেশাই তালৈ আহি দেশভক্ত ফুকনক কংগ্ৰেছলৈ আনিবলৈ বিশেষ প্ৰচেষ্টা চলোৱাৰ কাৰণে তেখেতক তেজপুৰলৈ নিমন্ত্ৰণ কৰি মাতি নিছিল। কিন্তু যিকোনো কাৰণতে নহওঁক সেই আলোচনা ব্যৰ্থ হৈছিল আৰু ফুকন ডাঙৰীয়াই কংগ্ৰেছত যোগ নিদিওঁ বুলি কৈ তাৰপৰা বিদায় লৈ আহিছিল। সেই নিৰ্বাচনত তেখেতৰ প্ৰতিদ্বন্দ্বী আছিল তেখেতৰে নাতি জোঁৱাই সিদ্ধিনাথ শৰ্মাদেৱ। নিৰ্বাচনৰ দিনাখন দেশভক্ত ফুকনদেৱে ৰঙিয়া ডাক-বঙলাত জিৰণি লৈ আছিল। কিন্তু যেতিয়া তেখেতে দেখিলে ভোটাৰবিলাকে দলে দলে কংগ্ৰেছৰ পতাকা হাতত লৈ কংগ্ৰেছৰ জয়ধ্বনি

কৰি ভোট দিবলৈ আহিছে, তেতিয়া তেখেতৰ ১৯২০৷২১ চনৰ কথাবিলাক মানসপটত উদয় হোৱাত আৰু সেই কংগ্ৰেছ যে তেখেতৰে সৃষ্টি এনেভাৱ মনলৈ অহাত "কংগ্ৰেছৰে জয়" "কংগ্ৰেছৰ জয়ে মোৰো জয়" বুলি কৈ বস্ত্ৰ-বাহানি সামৰি লৈ ঘৰলৈ উভতি আহিল। নিৰ্বাচনত বিপুল ভোটাধিক্যত কংগ্ৰেছ জয়ী হ'ল আৰু ফুকনদেৱৰ পৰাজয় হ'ল। সেই পৰাজয়ৰ গ্লানিও তেখেতে অম্লানবদনে গ্ৰহণ কৰিব পাৰিছিল। তাৰ পিছৰপৰা তেখেতৰ মিলিত জনসংঘৰ নেতাসকলৰ লগত মনোমালিন্যৰ সৃষ্টি হ'ল আৰু তেখেতে তেখেতৰ পুৰণি ঘৰ কংগ্ৰেছলৈ ঘূৰি আহিবৰ কাৰণে চিন্তা কৰিলে। ১৯৩৮ চনত অসমত যুক্ত মন্ত্ৰীসভা গঠন হ'ল। সেই মন্ত্ৰীসভা গঠনত ফুকন ডাঙৰীয়াই উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল।

ইয়াৰ পিছত দেশভক্ত ফুকনদেৱ পুনৰ কংগ্ৰেছলৈ ঘূৰি আহে। তেখেতে কংগ্ৰেছলৈ ঘূৰি আহিবলৈ দিয়া দৰ্খাস্তখন সৌভাগ্যবশতঃ মই আৰু মোৰ প্ৰিয় বন্ধু খগেন্দ্ৰনাথ নাথে প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ অফিচত টাইপ কৰি লৈ তেখেতৰ দস্তখত লবলৈ গৈছিলো। তেখেতে দৰ্খাস্তখন পঢ়ি নোচোৱাকৈয়ে দস্তখত দি আমাক বিদায় দিছিল। তেতিয়া আশা কৰিছিল অসম কংগ্ৰেছত পুনৰ এটা নতুন অধ্যায়ৰ সৃষ্টি হ'ল। কিন্তু নিয়তিৰ বিধি অলঙ্ঘ্য। ইয়াৰ গতি ৰোধ কৰা মানুহৰ শক্তিৰ বাহিৰত।

কাৰাবাসৰ কালতে তেখেতে অসমীয়া সাহিত্যত প্ৰসিদ্ধি লাভ কৰা 'স্তুতিমালা' কিতাপখন ৰচনা কৰিছিল আৰু সেইখন কাৰাগাৰৰপৰা ওলাই আহি প্ৰকাশ কৰি অসমীয়া ৰাইজক উপহাৰ দিছিল। তেখেতে আন এখন গ্ৰন্থ 'যৌন-তত্ত্ব' প্ৰকাশ কৰিছিল। বাতৰি কাকতত আৰু আলোচনী আদিত তেখেতে ভাবগধুৰ আৰু তাৎপৰ্যপূৰ্ণ প্ৰবন্ধ লেখিছিল। তেখেতৰ 'হাতী চিকাৰ' প্ৰবন্ধটো তাৰে এটা নিদৰ্শন। আসাম এছোচিয়েচন, অসম সাহিত্য সভা, অসম ছাত্ৰ সম্মিলন, জয়মতী তিথি মহোৎসৱ আদি নানান অনুষ্ঠানত সভাপতি হিচাপে ভাবগধুৰ অভিভাষণ দিছিল। ১৯২৮ চনত কামৰূপ অলিম্পিক এছোচিয়েচনৰ উদ্বোধন প্ৰসঙ্গত তেখেতে যুৱকসকলক খেল-ধেমালি যুযুৎসু আদিত পাৰদৰ্শিতা লাভ কৰিবৰ কাৰণে জনোৱা আহ্বান সঁচাকৈয়ে বৰ প্ৰেৰণাদায়ক আছিল।

দেশভক্ত ফুকন ডাঙৰীয়াই গুৱাহাটী মিউনিচিপালিটি আৰু লোকেল-বোৰ্ডৰ চেয়াৰমেন হিচাপে বহুত গঠনমূলক কাম কৰিছিল। তেখেতৰ যত্নত গুৱাহাটীত এটি কুষ্ঠৰোগী চিকিৎসা আৰু আবাস-কেন্দ্ৰ স্থাপিত হৈছিল। তেখেতৰ মৃত্যুৰ পিছত সেই কেন্দ্ৰটো 'দেশভক্ত ফুকন কুষ্ঠাশ্ৰম' নামেৰে নামকৰণ কৰা হৈছিল। আজি সেই কুষ্ঠাশ্ৰমখন গুৱাহাটীৰ পৰা বকোলৈ স্থানান্তৰিত কৰা হৈছে। যেতিয়া দেশভক্ত ফুকনদেৱে এই কামটো হাতত লৈছিল তেতিয়া অসমৰ কোনেও কুষ্ঠৰোগীসকলক চিকিৎসা কৰা বা সেইসকলৰ বাবে আশ্ৰয়ৰ ব্যৱস্থা কৰাৰ কথা কল্পনাও কৰা নাছিল। সেই অনুষ্ঠানটো আৰ্ত-মানৱৰ সেৱাৰ কাৰণে তেখেতৰ নিজৰ মস্তিষ্কৰপৰা আৱিষ্কৃত হৈছিল।

দেশভক্ত তৰুণৰাম ফুকন মহাত্মা গান্ধীৰ বৰ প্ৰিয় আছিল। তেখেতে অসহযোগৰ জৰিয়তে অসমীয়া জাতিক ভাৰতবৰ্ষৰ লগত পৰিচয় কৰাই দিছিল। তেখেতে সদায় ব্যায়াম কৰিছিল, ডেকাসকলৰ লগত পাঞ্জা খেলিছিল আৰু ব্ৰহ্মপুত্ৰত সাঁতুৰিছিল। তেখেতে ছাত্ৰাৱস্থাত ফুটবল আৰু ক্ৰিকেট খেলিছিল। টেনিছ খেলা তেওঁৰ জীৱনৰ শেষলৈ বৰ প্ৰিয় আছিল। তাচ খেলা, ডবা খেলাতো তেওঁ যশস্যা অৰ্জন কৰিছিল। তেখেত যে কিমান গুণৰ অধিকাৰী আছিল, কিমান মহান আছিল, কেনেকুৱা সদানন্দ জীৱন যাপন কৰিছিল আৰু সাংসাৰিক নানা ঘাত-প্ৰতিঘাতৰ মাজতো অচল অটল হৈ থাকিব পাৰিছিল সেই কথা ভাবিবলৈকে টান লাগে।

১৯৩৯ চনৰ ২৮ জুলাইৰ দিনটো অসম বুৰঞ্জীত এটা অতীব করুণ আৰু শোকাবহ দিন। সেইদিনা সামান্যভাৱে অসুস্থ হৈ অপ্ৰত্যাশিত আৰু আকস্মিকভাৱে দেশভক্ত ফুকনৰ দেহাবসান ঘটে। অসমবাসীৰ মূৰত বিনামেঘে বজ্ৰপাত হয়। নিমিষতে এই শোকৰ বাতৰি সমগ্ৰ দেশতে ৰাষ্ট্ৰ হৈ পৰে। লোকপ্ৰিয় বৰদলৈ প্ৰমুখ্যে মন্ত্ৰীসকল চিলঙৰপৰা দেশভক্তক শেষ শ্ৰদ্ধা জনাবলৈ উধাতু খাই আহে। হেজাৰ-বিজাৰ জনতাই তেওঁলোকৰ অতি মৰমৰ নেতাগৰাকীক হেৰুৱাই বিহ্বল হৈ পৰে। সেইদিনা অসমৰ জাতীয় জীৱনৰ যি বিৰাট ক্ষতি হ'ল, সেই ক্ষতি আজিও বহু পৰিমাণে অপূৰণীয় হৈ আছে।

আজি তেখেতৰ শতবাৰ্ষিকী উপলক্ষে শ্ৰদ্ধা নিবেদন কৰিবলৈ গৈ তেখেতক মই তেখেতৰ মহাপ্ৰয়াণৰ সাত দিন আগতে বৰপেটা মহকুমাৰ পাঠশালাৰ এটা সৰু লোকেল বোৰ্ডৰ বঙলাত লগ পোৱাৰ কথা মনত পৰিছে। তেখেতে বজালীৰ যুৱকসকলৰ নিমন্ত্ৰণক্ৰমে এখন ৰাজহুৱা সভাত যোগ দিবলৈ যাওঁতে মই তেখেতক লগ ধৰি শ্ৰদ্ধা নিবেদন কৰিবলৈ গৈছিলো। মই তেতিয়া বৰপেটাত ওকালতি আৰম্ভ কৰিছিলো। তাত তেতিয়া তেখেত অকলে আছিল। তেখেতে মোৰ লগত সেই সৰু বঙলাটোৰ বাৰাণ্ডাখনত টহল দি কথা পাতিছিল। কথা প্ৰসঙ্গত তেখেতে এষাৰ তাৎপৰ্যপূৰ্ণ কথা মোক কৈছিল, সেই কথাষাৰ মই ইয়াত পুনৰাবৃত্তি কৰাৰ লোভ সামৰিব নোৱাৰিলো। তেখেতে কৈছিল, "আজি অসমত মুছলীম লীগ মন্ত্ৰীসভা হলে ৰোহিণী মন্ত্ৰী হয় আৰু কংগ্ৰেছ মন্ত্ৰীসভা হলে গোপী প্ৰধান মন্ত্ৰী হয়, আৰু মই তৰুণৰাম ফুকন তোমালোকৰ কোনো নহয়। তুমি জানা, মহেন্দ্ৰ, এওঁলোকে মোৰ আগৰ ৰাস্তাটো এৰি পাছফালৰ ৰাস্তাটো লৈছিল।" এইখিনি কথা তেখেতে বৰ আবেগেৰে কৈছিল, গতিকে মই আৰু তেখেতক সেইবিলাক কথা পাহৰি যাবলৈ কৈয়ে প্ৰসঙ্গটো সামৰিলো। তথাপি সেই কথাবিলাক আজিলৈকে মোৰ কাণত বাজি আছে। এনেকুৱা চিন্তাবিলাকেও যে তেখেতৰ মৃত্যু কাষ চাপি অহাত সহায় কৰিছিল, তাত কোনো ভুল নাই।

সদৌ শেষত তৰুণ স্মৃতি তৰ্পণ উপলক্ষে আমাৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদৰ বাণীটোৰে এই প্ৰবন্ধৰ সামৰণি মাৰিলো: "শ্ৰীফুকনৰ মৃত্যুৰ বাতৰি পাই মই মৰ্মাহত হৈছো। সেই তাহানি অসহযোগ আন্দোলনৰ সময়ৰপৰাই মই তেওঁক জানিবলৈ সুযোগ পাইছিলো। তেওঁ এগৰাকী সাহসী আৰু বিদগ্ধ যোদ্ধা আছিল আৰু দেশৰ কাৰণে বিস্তৰ ত্যাগ কৰিব পাৰিছিল। এসময়ত তেওঁ এই প্ৰদেশৰ অবিসম্বাদী নেতা আছিল; আৰু যদিও শেষৰ কাল তেখেতৰ সহকৰ্মীসকলৰ লগত মত-বিৰোধ হৈ অকলশৰীয়া জীৱন যাপন কৰিছিল, তথাপি দেশকৰ্মী আৰু প্ৰসিদ্ধ নেতা হিচাপে তেওঁৰ স্থান অকণো নমা নাছিল। এই সন্ধিখনত তেওঁৰ মৃত্যু এটা ডাঙৰ ক্ষতি।"

# দেউতাক মই যিদৰে জানিছিলো

**বলেনৰাম ফুকন**

দেউতা ঢুকোৱাৰ সময়ত মোৰ বয়স মাথোন ২১ বছৰ হৈছিল। স্কুলীয়া কালছোৱাৰ সৰহখিনি সময় মই ঘৰৰপৰা আঁতৰি থাকিবলগীয়াত পৰিছিলো। সেই সময়ত আমাৰ ঘৰখন আছিল ৰাজনীতিৰ এক কেন্দ্ৰস্থল স্বৰূপ। পঢ়া-শুনাত ব্যাঘাত হ'ব বুলি ভাবি ছাত্ৰাৱস্থাত মোক প্ৰথমে আমাৰ ককাদেউতা পৰশুৰাম খাউণ্ডৰ লগত আৰু তাৰ পিছত আমাৰ ভিনিহিদেউ লক্ষ্মীধৰ শৰ্মাৰ লগত থৈছিল। লক্ষ্মীধৰ শৰ্মাৰ পত্নী, আমাৰ বাইদেউ প্ৰতিভা দেৱীৰ অসুখ হোৱাতহে মই পুনৰ গুৱাহাটীলৈ উভতি আহি কটন কলেজিয়েট স্কুলৰ দশম-মান শ্ৰেণীত নাম লগাওঁ। তাৰ পিছত মই মাত্ৰ ৫।৬ বছৰমানহে দেউতাৰ লগত থকাৰ সুযোগ পাওঁ। গতিকে খুব বেছি দিন দেউতাৰ সান্নিধ্যলৈ অহাৰ সৌভাগ্য মোৰ ঘটা নাছিল।

আমি দেউতাক সদায়ে খুব ভয় আৰু ভক্তি কৰিছিলো। তেখেতে যি আদেশ কৰিছিল, সেই আদেশ অমান্য কৰাৰ সাহস আমাৰ পৰিয়ালৰ কাৰো নাছিল—মোৰতো কথাই নাই। তেখেতৰ বিৰাট ব্যক্তিত্বৰ আগত কোনেও মূৰ তুলি কথা ক'ব নোৱাৰিছিল। দেউতাৰ আমাৰ প্ৰতি অপৰিসীম মৰম-স্নেহ আছিল, সেই কথা আমি উপলব্ধি কৰিছিলো যদিও কোনোদিনে সেই কথা তেখেতৰ মুখেৰে প্ৰকাশ নাপাইছিল। অন্তৰৰ মৰম অন্তৰতে ৰাখি বাহিৰত কঠোৰভাৱে ল'ৰা-ছোৱালীক শিক্ষা দিয়াটোৱে দেউতাৰ উদ্দেশ্য আছিল। বহুতো ৰজা-জমিদাৰৰ লগত দেউতাৰ ঘনিষ্ঠতা আৰু মিত্ৰতা আছিল। তেখেতসকলৰ চলন-ফুৰণ, কথা-বতৰা, থকা-মেলা আদি কৰি সকলো কথাই আমাৰ বাবে আচহুৱা আচহুৱা লাগিছিল। গতিকেই দেউতাৰ লগত ৰজা-জমিদাৰ থকা ঠাইলৈ আমি যাবলৈ ভাল নাপাইছিলো। মই কিছু লাজকুৰীয়াও আছিলো বাবে মোক সেইবোৰ ঠাইলৈ কেতিয়াবা মোৰ ইচ্ছাৰ বিৰুদ্ধে লৈ গৈছিল আৰু কিছুদিনৰ বাবে তাত থৈ আহিছিল। আপত্তি বা প্ৰতিবাদ কৰাৰ সাহস মোৰ নাছিল। আনকি সৰুতে দেউতাৰ অনুমতি নোলোৱাকৈ

থিয়েটাৰ বা খেল চোৱাৰভো প্ৰশ্নই নুঠে, ঘৰৰ সমুখৰ নৈৰ পাৰলৈকে ফুৰিবলৈ যোৱা মনত নপৰে। পঢ়া-শুনাৰ উপৰিও দেউতাই আমাক আচাৰ-ব্যৱহাৰ, খেলা-ধূলা, ঘোঁৰাত উঠা, মাছ মৰা, চিকাৰ কৰা আদি নানা ধৰণৰ ভাল শিক্ষা দিবলৈ চেষ্টা কৰিছিল।

দেউতা চৌখীন প্ৰকৃতিৰ মানুহ আছিল। তেওঁ চুৰিয়া-পাঞ্জাবীচাদৰ, কোট-টাই-পেণ্টৰ বাহিৰে ঘোঁৰাত উঠা, চিকাৰ কৰা আদি অভিযানত ভিন্ ভিন্ ধৰণৰ সাজ-পোছাক পিন্ধিছিল। তেনেকৈ পোছাকৰ লগত মিলাকৈ বিভিন্ন ধৰণৰ জোতাও আছিল। সুন্দৰ সুঠাম দেহাৰ অধিকাৰী দেউতাই যিহকে পিন্ধিছিল তাতেই শুৱাইছিল।

দেউতাৰ শৰীৰত শক্তিও আছিল প্ৰচুৰ। তেওঁ নিয়মিতভাৱে কিছু সময় ব্যায়াম কৰিছিল। বুঢ়া বয়সতো আমাৰ নেপালী গুৱাল কৃষ্ণ বাহাদুৰৰ লগত পাঞ্জা খেলিছিল আৰু নিজৰ হাতখন ওপৰলৈ তুলি বাহাদুৰক তললৈ নমাবলৈ কৈছিল। সৰ্বশক্তি প্ৰয়োগ কৰিও কৃষ্ণ বাহাদুৰে পৰাজয় বৰণ কৰিবলৈ বাধ্য হৈছিল।

সাহসী আৰু সুদক্ষ চিকাৰী হিচাপে দেউতাৰ খ্যাতি সৰ্বজনবিদিত। চিকাৰৰ লক্ষ্য তেওঁৰ সদায় অব্যৰ্থ আছিল।

চিকাৰ কৰা বৰ কষ্টৰ কাম। চিকাৰ কৰিবলৈ যাওঁতে কিমান বিপদৰ সন্মুখীন হৈছিল, কত দুখ-কষ্ট সহিবলগাত পৰিছিল, সেই বিষয়ে দেউতাই চিকাৰ কাহিনীত বিতংকৈ লেখিছিল। চিকাৰ কৰিবলৈ যাওঁতে এবোদিন চিনা-জোকৰ কামোৰত কাপোৰ-কানি তেজেৰে ৰাঙলী হৈছিল, চেৰেপা পোকৰ কামোৰত গা ডবলাডবল হৈছিল; কিন্তু সেইবিলাকলৈ দেউতাই ভ্ৰূক্ষেপ নকৰিছিল। চিকাৰৰ নামত মতলীয়া হৈ হাঁহিমুখে সকলো প্ৰকাৰ কষ্ট সহিছিল। এসময়ত দেউতাই কৈছিল, "মোৰ বয়স তিনিকুৰি পাৰ হ'ল। তথাপি এতিয়াও কবিৰ বাক্য এশাৰীৰ সাৰ্থকতা মানি চলিছো: মৃগয়াসিদৃক বিনোদঃ কুতঃ।" আৰু এঠাইত লেখি থৈছিল, "মই যেতিয়াই যিহকে ধৰো তাক ভালকৈয়ে ধৰো। মানুহে শুনিলে বেয়া পায়, কিন্তু তাৰ প্ৰতি মোৰ আসক্তি দিনে দিনে বাঢ়িহে যায়। বাইচাইকেল কিনিলো ১৮৯৬ চনত। কিনাৰ পিছৰেপৰা ৰাতিয়ে দিনে কেৱল চাইকেলতহে ধাউতি। বিলাতলৈ যোৱাতো সেই ধাউতি কমা নাছিল।

কলিকতা পাই ঘোঁৰাৰ চখে লগ ললে। ইটো কিনো, সিটো বেচো। এইদৰে সাতোটা কিনা-বেচাৰ পিছত কিনিলো প্ৰিন্সক। সেইটো মোৰ শেষ ঘোঁৰা। বহুতো সুখ-দুখৰ স্মৃতি অন্তৰত উদ্ভৱ হৈ লয় পালে, কিন্তু প্ৰিন্সৰ স্মৃতি এতিয়াও হিয়াৰ আদ্খন জুৰি আছে। এতিয়াও প্ৰিন্সৰ সুৰদি সপোন প্ৰায়ে দেখো। প্ৰিন্স যোৱাৰ পিছত ধৰিলো মাছ মৰাত। মাছ মাৰি কুমাৰীকাৰপৰা শদিয়ালৈ ভৰমি ফুৰিলো। মাছ এৰি ধৰিলো ঘৰিয়াল মৰাত, আচলতে মৰাত নহয় জীয়াই জীয়াই ধৰাত। তাকো ধৰিলো অসংখ্য” ইত্যাদি ইত্যাদি।

ওপৰৰ কথাখিনিৰপৰা বুজিব পাৰি যে সময়ৰ লগে লগে বেলেগ বেলেগ চখে দেউতাৰ ল'গ লৈছিল আৰু সেই চখৰপৰা তেওঁ তৃপ্তি লাভ কৰিছিল।

দেউতাৰ বাগ্মিতাৰ শক্তি আৰু উপস্থিত বুদ্ধিৰ প্ৰখৰতা আছিল অসাধাৰণ। সান্নিধ্যলৈ অহা যিকোনো লোকেই অতি সহজে তেওঁৰ আপোন হৈ পৰিছিল। কৰ্মব্যস্ততাৰ মাজতে যেতিয়া অকণমান আহৰি উলিয়াব পাৰিছিল, তেতিয়াই দেউতা গাৱঁলৈ গৈছিল। গাৱঁত থাকি সৰল গাৱঁলীয়া লোকসকলৰ লগত নিভাজ গাৱঁলীয়া ভাষাৰে কথা পাতি তেওঁ-লোকৰে এজন হৈ পৰিছিল। তাতে থাকি চিকাৰৰ সময়ত চিকাৰ, অন্য সময়ত লেখা-পঢ়া কৰিছিল। গঞা ৰাইজৰ দেউতা ইমান প্ৰিয় আছিল যে ফুকন আহিব বুলি শুনিলে গাৱঁৰ সভা-সমিতিত ল'ৰা-বুঢ়া সকলোৱে দলে দলে যোগ দিছিল, মানুহৰ ভিৰত বাট পাবলৈ টান হৈছিল। তেওঁৰ বক্তৃতা আৰু কথা-বতৰাত সৰ্বসাধাৰণ ইমান আকৰ্ষিত আৰু মুগ্ধ হৈছিল যে তেওঁৰ গুণানুকীৰ্তন কৰি কিছুমান ঠাইত আয়তীসকলে নাম গোৱাও শুনা গৈছিল। অসমৰ ৰাজনীতিত ফুকন-বৰদলৈ আছিল এক যুগল মূৰ্তি আৰু তেওঁলোকৰ আহ্বানত ডেকা-গাভৰু, বুঢ়া-মেথা হেজাৰ-বিজাৰ জনতাই কঠোৰ নিৰ্যাতন হাঁহি মুখে বৰণ কৰি স্বাধীনতা সংগ্ৰামত জপিয়াই পৰিছিল।

দেউতাৰ বাগ্মিতাই মহামানৱ মাহাত্মা গান্ধী প্ৰমুখ্যে আগশাৰীৰ বৰেণ্য দেশনেতাসকলৰ মন আকৰ্ষণ কৰিছিল। ইংৰাজী, বঙলা, হিন্দী, উৰ্দু, সংস্কৃত আদি নানা ভাষাত দেউতাৰ ব্যুৎপত্তি আছিল আ'ৰু সুন্দৰ বক্তৃতা দিব পাৰিছিল।

গান্ধীজী যেতিয়া অসমলৈ আহি সভাত বক্তৃতা দিছিল, তেতিয়াই লগে লগে মহাত্মাৰ বক্তৃতা সুন্দৰ অসমীয়া ভাষাত অনুবাদ কৰি শুনাই উপস্থিত ৰাইজক দেউতাই তবধ লগাইছিল।

সংস্কৃত পণ্ডিতসকলৰ সৈতে সংস্কৃততে আলোচনাত যোগ দিছিল। মোল্লাসকলৰ লগত কোৰাণ আৰু ব্ৰাহ্মণ পণ্ডিতৰ লগত বেদ্ আদি শাস্ত্ৰৰ বিষয়ে আলোচনা কৰিছিল।

১৯২৬ চনত পাণ্ডুৰ কংগ্ৰেছ অধিবেশনত যোগ দিবলৈ অহা মহাত্মা গান্ধী, সৰোজিনী নাইডু, মৌলানা চৌকত আলি, মৌলানা মহম্মদ আলি, সুভাষ চন্দ্ৰ বসু, মদনমোহন মালব্য, মতিলাল নেহৰু আদি অনেক বিশিষ্ট সৰ্বভাৰতীয় নেতাৰ পদধূলি আমাৰ ঘৰত পৰিছিল আৰু আমাৰ সেইসকল মহৎ লোকৰ লগত পৰিচয় হোৱাৰ সৌভাগ্য ঘটিছিল। প্ৰথমবাৰ মহাত্মা গান্ধীয়ে ঘৰতেই আতিথ্য গ্ৰহণ কৰিছিল। তেখেতৰ দৰ্শনৰ বাবে অহা মানুহৰ বিৰাট সমাগমত আমাৰ হাউলিটো এক তীৰ্থস্থানত পৰিণত হৈছিল।

সেই সময়ত মই সৰু আছিলো যদিও আমাৰ হাউলিতে পতা বিলাতী কাপোৰ দহনৰ মহাযজ্ঞ দেখা মোৰ মনত পৰে সেই যজ্ঞত আহুতি দিয়া হৈছিল আমাৰ ঘৰৰ আৰু ৰাইজৰ বহুমূলীয়া চৌখীন বিলাতী কাপোৰবোৰ। সেই বিলাতী কাপোৰৰ পাহাৰৰ শৃঙ্গত আছিল আমাৰ বাইদেউৰ ছিল্কৰ এটা ফুলাম ছাতি।

দেউতাৰ বিষয়ে লেখিবলৈ লওঁতে আমাৰ পৰিয়ালৰ দুগৰাকী অসাধাৰণ মহিলাৰ —যি দুগৰাকী মহিলাই দেউতাৰ জীৱনত সততে বিশেষ প্ৰভাৱ পেলাইছিল—কথা মনলৈ আহিছে। তেওঁলোকে অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি আমাৰ সৰু সংসাৰখনৰ সকলো জঞ্জাল মূৰ পাতি লৈ দেউতাক সংসাৰী জঞ্জালবোৰৰপৰা মুক্ত কৰি একনিষ্ঠভাৱে দেশসেৱাত আত্মনিয়োগ কৰিবলৈ সুযোগ দিছিল আৰু উৎসাহিত কৰিছিল। তেখেতসকলৰ এগৰাকী হ'ল আমাৰ পৰম পূজনীয়া মাতৃ বিদ্যুৎপ্ৰভা দেৱী। মা আছিল অতি সৰল, উদাৰ আৰু শান্ত প্ৰকৃতিৰ আৰু কোনো দিনে ঘৰৰ কোনো অভাৱ-অনাটনৰ কথা দেউতাক জানিবলৈ নিদিছিল। নিজৰ সকলো মূল্যবান অলঙ্কাৰ-পাতি মহাত্মাৰ আহ্বানত দেশৰ বাবে দান কৰিছিল। ডিঙিৰ হাৰ এডালৰ বাহিৰে নিজৰ বাবে মাই একো ৰখা

নাছিল। মা আছিল প্ৰকৃত অৰ্থত দেউতাৰ সহধৰ্মিণী। মৃত্যুৰ পিছত মাৰ ফটোখনৰ তলত নিজ হাতে লেখি থোৱা মাত্ৰ দুশাৰী কথাই মাৰ প্ৰতি দেউতাৰ মনৰ ভাব সুন্দৰকৈ প্ৰকাশ কৰিছিল ঃ

"মোৰ সপোনৰ সজাগৰ মোহিনী মূৰুতি
নিৰাশাৰ ডাৱৰৰ বিজুলী জেউতি।"

আনগৰাকী স্মৰণীয়া মহিলা আছিল আমাৰ জেঠাইদেউ গিৰিজা সুন্দৰী দেৱী। যৌৱনৰ আৰম্ভণিতে তেওঁৰ প্ৰিয়তম স্বামীয়ে জেঠাইক চিৰদিনৰ বাবে এৰি যায় আৰু তেতিয়াৰেপৰা জীৱনৰ বাকী কেইটাদিন তেখেতৰ ভায়েক দেউতাৰ লগত আছিল। জেঠাইদেউ দেউতাতকৈ মাত্ৰ ২।৩ বছৰে ডাঙৰ আছিল। কিন্তু দেউতাই জেঠাইদেউক মাতৃবৎ জ্ঞান কৰিছিল। জেঠাইদেউৰ চৰণ চুই সেৱা নকৰাকৈ দেউতা ক'লৈকো নগৈছিল আৰু উভতি আহি পুনৰ তেওঁক সেৱা কৰিহে ঘৰ সোমাইছিল। জেঠাইদেৱে যি কৈছিল, সি দেউতাৰ বাবে আছিল ব্ৰহ্মবাক্য। তাৰ কোনো লৰচৰ নহৈছিল। জেঠাইদেৱেও দেউতাক নিজৰ পুত্ৰৰ নিচিনা স্নেহ কৰিছিল। দেউতাৰ মৃত্যুত জেঠাইদেৱে কান্দি কান্দি কৈছিল, "তৰুণৰ মৰম-সাদৰে মোৰ স্বামী আৰু সন্তানৰ অভাৱ পাহৰাই ৰাখিছিল।" এই দুগৰাকী মহিলাই নিজৰ সুখ-সম্ভোগ তিয়াগি, অশেষ ত্যাগ স্বীকাৰ কৰি দেউতাক সকলো সময়তে দেশ সেৱাত আত্মনিয়োগ কৰাত উৎসাহিত কৰিছিল।

আত্মসন্মান লাঘব হোৱা কোনো কাম দেউতাই নকৰিছিল আৰু আনে কৰিলেও সহ্য নকৰিছিল। যেতিয়া ঋণগ্ৰস্ত হৈ পৈতৃক ভেটি পৰ্যন্ত হেৰুৱাৰ উপক্ৰম হৈছিল, তেতিয়া দেউতাৰ এগৰাকী ধনী বন্ধু, আগশাৰীৰ নেতাই দেউতাক সহায় কৰিবলৈ আগবাঢ়ি আহিছিল আৰু সমস্ত ঋণৰ টকা আদায় কৰি ঋণমুক্ত কৰাৰ আশ্বাস দিছিল। কিন্তু দেউতাই তেখেতৰ মহানুভৱতা আৰু উদাৰতাৰ শলাগ লৈ এই লোভনীয় প্ৰস্তাৱ গ্ৰহণ কৰা নাছিল। দেউতাৰ এই কাৰ্যৰ বাবে তেওঁৰ কিছুমান বন্ধু আৰু আত্মীয়ই বেয়া পাইছিল। দেউতাই কিন্তু দৃঢ়তাৰে কৈছিল যে সেই দান গ্ৰহণ কৰিলে তেওঁৰ আত্মসন্মানত আঘাত লাগিব বুলি ভাবিহে তেওঁ তেনে কৰিছে। দেউতাৰ মতে সেই দান গ্ৰহণ কৰা হলে দাতাৰ ওচৰত

তেওঁ হৈ পৰিলেহেঁতেন চিৰ ঋণী আৰু তেওঁৰ লগত সমানে সমানে বহা বা কথা কোৱাৰ সাহস হেৰুৱাই পেলালেহেঁতেন।

দেউতাৰ ব্যক্তিত্বৰ বিষয়ে আৰু এটা সৰু সাধাৰণ ঘটনাৰ কথা মনত পৰিছে। উৰিষ্যাৰ সীমা সম্পৰ্কীয় বিবাদ মীমাংসাৰ বাবে গঠিত কমিটীত দেউতাও সদস্য হিচাপে মনোনীত হৈছিল। কৰ্ণিকাৰ ৰজাৰ অতিথি হিচাপে দেউতা আছিল কটকত। মোৰ ভাই শ্ৰীমান নৃপেন্দ্ৰৰাম ফুকনৰ সেই সময়ত কাৰ্বাঙ্কল অপাৰেশ্বন কৰিবলগীয়া হোৱাত কলিকতালৈ ৰেলেৰে লৈ আহিছিল। ষ্টেশ্যন পোৱাৰ পিছত টেক্সী মটৰ এখন লৈ তেতিয়া কলিকতাৰ পাৰ্ক চাৰ্কাচত থকা তেওঁৰ ঘনিষ্ঠ বন্ধু, অসমৰ আগৰণুৱা উদ্যোগী চাহ-খেতিয়ক আৰু ব্যৱসায়ী চন্দ্ৰকমল বেজবৰুৱাৰ ঘৰলৈ গৈছিল। সকলো বস্তু গাড়ীৰপৰা নমাই গাড়ীখন যাবলৈ দিয়াৰ কিছু সময়ৰ পিছত যেতিয়া কিবা এটা কামৰ বাবে টকাৰ দৰকাৰ হ'ল তেতিয়া এটেশ্বিকেচটোৰ বিচাৰ কৰি গম পালে যে বাকচটো টেক্সীৰপৰা নমোৱা নহল। বাকচটোৰ ভিতৰত আছিল নগদ ২,০০০ টকা। ইয়াৰ বাহিৰে দেউতাৰ হাতত আৰু টকা নাছিল। ইফালে নৃপেনৰ অপাৰেশ্বন অতি সোনকালে কৰাবই লাগে। দেউতা বিবুদ্ধিত পৰিল। টেক্সীখনৰ নম্বৰো ৰখা নহল। কিজানিবা গাড়ীখন ষ্টেণ্ডত আছে বুলি ভাবি বিচাৰি গ'ল। নম্বৰ নজনা বাবে যথেষ্ট অসুবিধা হৈছিল যদিও গাড়ীৰ ৰং আৰু ড্ৰাইভাৰ-জনৰ বিৱৰণ দিয়াত তেওঁ ক'ত থাকে, তাৰে এজন ড্ৰাইভাৰে সন্ধেদ্ দিলে। কিন্তু কলিকতাৰ নিচিনা মহানগৰীত বিচাৰি উলিওৱা সম্ভৱপৰ নহয় বাবে ড্ৰাইভাৰজনক সেই ঠাইলৈ দেউতাক লৈ যাবলৈ অনুৰোধ কৰিলে। গাড়ী চালকে প্ৰথমতে আপত্তি কৰিছিল যদিও শেষত দেউতাক সেই ঠাইলৈ লৈ গ'ল। সৰু কোঠা এটালৈ আঙুলিয়াই তাতে ড্ৰাইভাৰজন থাকে বুলি ক'লে। অনুসন্ধান কৰি ড্ৰাইভাৰৰপৰা জানিব পাৰিলে যে সেই ঠাইডোখৰ গণিকালয়। ভয়ে-সংশয়ে কোঠাটোৰ দুৱাৰত গৈ টুকুৰিয়ালে। দুৱাৰ খুলি দিলে এগৰাকী মহিলাই আৰু ভিতৰলৈ সোমাই আহিবলৈ দেউতাক অনুৰোধ কৰিলে। দেউতা ভিতৰলৈ সোমাই গ'ল আৰু ড্ৰাইভাৰজনৰ খবৰ কৰিলে আৰু তালৈ যোৱাৰ উদ্দেশ্য বিবৰি ক'লে।

সকলো কথা দেউতাৰপৰা শুনি মহিলাগৰাকীয়ে কিছু সময়

দেউতাৰ মুখলৈ চাই থাকি হঠাৎ তেওঁ পিন্ধি থকা শাৰীখনৰ আচলটো ডিঙিৰ ওপৰেৰে তললৈ পেলাই আঠু কাঢ়ি সেৱা কৰিলে আৰু ক'লে, "বাবা আপুনি কোনো চিন্তা নকৰিব। ড্ৰাইভাৰ ৰাতি যেতিয়া ঘৰলৈ উভতিব, মই আপুনি অহাৰ কথা ক'ম আৰু কালিলৈ ৰাতিপুৱাতে বাকচটো আপোনাৰ তালৈ পঠিয়াই দিম।" মহিলাগৰাকীৰ ব্যৱহাৰ আৰু কথা-বতৰাত দেউতা যদিও সন্তুষ্ট হৈছিল, বিশ্বাস কৰিবলৈ টান পাইছিল।

পিছদিনা ৰাতিপুৱাতে ড্ৰাইভাৰজনে বাকচটো লৈ উপস্থিত হৈছিল আৰু বাকচটোৰ ভিতৰত থকা সকলো বস্তু ঠিক আছে নে নাই চাবলৈ কৈছিল। খুলি চাই দেখিলে যে বাকচৰ সকলো বস্তু ঠিকেই আছে আৰু টকা দুহেজাৰবো অলপো হেৰ্‌ফেৰ্‌ হোৱা নাই। ড্ৰাইভাৰজনক ধন্যবাদ জনাই তেওঁক ১০০ টকা বক্‌চিচ্‌ দিলে। তেওঁ টকা লবলৈ পোনতে আপত্তি কৰিছিল যদিও শেষত দেউতাই বৰকৈ কোৱাত ল'লে আৰু ক্ষমা বিচাৰি বিদায় ল'লে। ঘটনাটোৰ বিষয়ে দেউতাৰ মুখে শুনাৰ পিছত মোৰ ধাৰণা হৈছিল যে দেউতাৰ ব্যক্তিত্ব আৰু চেহেৰা-পাতি দেখিয়ে মহিলাগৰাকীৰ দেউতাৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তিত মূৰ দোঁ খাইছিল আৰু পইচাৰ প্ৰতি কোনো মোহ নাৰাখি বাকচটো ওভোতাই দিছিল।

সমাজৰ নিষ্পেষিত, নিপীড়িত আৰু দুখীয়া শ্ৰেণীৰ লোকৰ প্ৰতি দেউতাৰ আছিল অপৰিসীম সমবেদনা। সাধ্যানুসাৰে তেওঁলোকৰ দুখ লাঘবৰ বাবে চেষ্টা কৰিছিল। মহৎলোকৰ বাণী মই এখন বহীত লেখি ৰাখিছিলো। সেই বহীখনতে দেউতাই লেখি থৈছিল তলত লেখা কথাখিনি—

"নিজৰ দুখ গুচাবৰ একমাত্ৰ উপায় পৰৰ দুখ পতিওৱা."

সমাজে লেইলেই-ছেইছেই কৰা দুৰ্ভগীয়া কুষ্ঠৰোগীসবৰ অৱস্থা দেখি তেওঁৰ অন্তৰ কান্দি উঠিছিল আৰু তেওঁলোকৰ দুখ-কষ্ট লাঘবৰ বাবে কামাখ্যা পৰ্বতৰ তলত এখন কুষ্ঠাশ্ৰম পাতিবলৈ দেউতা উঠি পৰি লাগিছিল আৰু বহু কষ্ট কৰি কুষ্ঠাশ্ৰম এখন পাতিবলৈ সক্ষম হৈছিল। তেখেতে ৰাতিপুৱা খুব সোনকালে উঠি একাপ চাহ খাই প্ৰথমে কুষ্ঠাশ্ৰমলৈ গৈছিল প্ৰতিদিনে। ৰোগীসকলৰ লগত কথা-বতৰা পাতি তেওঁলোকৰ অভাৱ অভিযোগৰ ভু-ভা লৈছিল। নৈৰ পাৰত থকা নিৰাশ্ৰয় অন্ধ মগনীয়া এজনক

নিজে নৈৰপৰা পানী তুলি আৰু পা-পইচা দি সহায় কৰিছিল বুলি জেঠাই-দেউৰ মুখে শুনিছিলো।

দেউতাৰ জীৱনৰ করুণ অধ্যায় আৰম্ভ হয় ১৯২৯ চনৰপৰা আৰু গোটেই পৰিয়ালটোলৈকে নামি আহে এক বিৰাট দুৰ্যোগৰ সময়। ওচৰা-উচৰিকৈ কেইবছৰমানৰ ভিতৰতে পৰিয়ালটো কেইবাটিও চৰম শোকাবহ ঘটনাৰ সন্মুখীন হ'বলগীয়াত পৰিছিল। ১৯২১ চনত আমাৰ সকলোৰে অতি মৰমৰ আৰু আদৰৰ বাইদেউ প্ৰতিভা দেৱী টান নৰিয়াত পৰে। অজস্ৰ অৰ্থ ব্যয় আৰু যৎপৰোনাস্তি চেষ্টা অথলে গ'ল আৰু ১৯৩০ চনত মাত্ৰ ১৮ বছৰ বয়সতে আমাৰপৰা তেওঁ চিৰদিনৰ বাবে বিদায় ললে। তাৰ পিছৰ বছৰতে আমাৰ মাৰ অসুখ হয় আৰু আটাইৰে অশেষ যত্ন আৰু ডাক্তৰসকলৰ আপ্ৰাণ চেষ্টা সত্ত্বেও তেওঁক বচাব পৰা নগ'ল। তেৰোঁ গুচি গ'ল চিৰ শান্তিৰ ধামলৈ। তাৰ পিছত আমাৰ বৰদেউতা বিখ্যাত চিকাৰী নবীনৰাম ফুকন, খুড়া দেবেনৰাম ফুকন, ভিনিহিদেউ লক্ষ্মীধৰ শৰ্মা কেউজনে এজন এজনকৈ ইহলীলা সমাপন কৰে। বাইদেউ আৰু মাৰ চিকিৎসাৰ বাবে অজস্ৰ অৰ্থ ব্যয় কৰি দেউতা সৰ্বস্বান্ত হৈছিল। তদুপৰি পাণ্ডু কংগ্ৰেছ পতাৰ বাবে লোৱা ধাৰৰ বোজা সুতে-মূলে বেছি হৈ ঘৰ-মাটি সকলোখিনি নিলামত যোৱাৰ উপক্ৰম হৈছিল। সংসাৰৰ শত আঘাতত ক্ষত-বিক্ষত হৈছিল যদিও বাহিৰত দেউতা সমুদ্ৰৰ দৰে অচল-অটল হৈ আছিল। সমবেদনা জনাবলৈ অহা লোকসকলক মাথোন কৈছিল, "সকলো ভগবানৰ ইচ্ছা। মোক বোধ হয় তেওঁ পৰীক্ষা কৰি চাইছে।" নিসন্দেহে এই সময় আছিল তেওঁৰ বাবে এটি চৰম অগ্নি-পৰীক্ষাৰ সময়।

ভগবানৰ ওপৰত দেউতাৰ অটল বিশ্বাস আৰু আস্থা আছিল আৰু সকলো বিপদকে তেওঁৰেই ইচ্ছা বুলি অসীম ধৈৰ্যৰে গ্ৰহণ কৰিছিল।

দেউতাই গীতা-ভাগৱত আদি শাস্ত্ৰ অধ্যয়ন কৰিছিল আৰু তাৰ স্তোত্ৰসমূহ তেওঁৰ মুখস্থ আছিল। দেউতাই যেতিয়া সুন্দৰকৈ উচ্চাৰণ কৰি গীতাৰ শ্লোক গোসাঁই ঘৰত বহি গাইছিল, তেতিয়া ঘৰখনত এটা পবিত্ৰ আৰু সুগম্ভীৰ পৰিবেশৰ সৃষ্টি হৈছিল। "তৰিলে দেশ মৰিলে স্বৰ্গ"—এই নীতি সাৰোগত কৰি মাতৃভূমিৰ মুক্তিৰ বাবে সৰ্বস্ব ত্যাগ কৰিবলৈকো দেউতা প্ৰস্তুত আছিল। স্বাধীনতা সংগ্ৰামত প্ৰাণ টাকি যুঁজি, ৰাজনৈতিক জোৱাৰ

ভাটাত উটি ভাহি, ঘৰুৱা বিপৰ্যয়ত নানান নিকাৰ ভুঞ্জিও তেওঁ কক্ষচ্যুত হোৱা নাছিল।

এনেকৈয়ে কিছুদিন যোৱাৰ পিছত এদিন হঠাৎকাৰে আহি পৰিল চিৰআৰাধ্য পিতৃ দেৱতাৰ প্ৰয়াণৰ দিন। সেইদিনা আছিল ১৯৩৯ চনৰ ২৮ জুলাই। দেউতাই অলপ অসুখ বুলি কৈছিল। লগে লগে তেওঁৰ পৰম বন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাক খবৰ দিয়া হ'ল। ১২ মান বজাত ডাক্তৰ আহি পালেহি। অসুখ অতি সামান্য বুলি ডাঃ বৰুৱাই ক'লে। বেমাৰৰ কথা এৰি দুই বন্ধুৱে আৰম্ভ কৰিলে কুষ্ঠাশ্ৰমৰ বিষয়ে আলোচনা। আলোচনা চলিছিল প্ৰায় দুই মান বজালৈ। আলোচনাৰ অন্তত দেউতাই নিজে উঠি ডাঃ বৰুৱাক গাড়ীৰ ওচৰলৈ গৈ আগবঢ়াই থৈছিল আৰু উভতি আহি জেঠাইদেউক এগিলাচ নেমুটেঙাৰ চৰবত আনিবলৈ কৈ গা ধোৱা ঘৰত সোমাইছিল। খন্তেক পিছতে হঠাৎ পৰি গৈ দেউতাৰ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ গ'ল আৰু শেষ নিশ্বাস পেলালে। চিৰ তৰুণ চিৰ আনন্দময় দেউতা চিৰানন্দ ধামলৈ প্ৰয়াণ কৰিলে।

বিজুলীসঞ্চাৰে এই শোকৰ বাতৰি গুৱাহাটীৰ চাৰিওফালে বিয়পি পৰিল। লগে লগে অসংখ্য গুণগ্ৰাহী ৰাইজ আমাৰ ঘৰৰ চোতাল ভৰি পৰিল—তেওঁলোকৰ প্ৰিয়নেতা দেশভক্ত ফুকনৰ প্ৰতি শেষ শ্ৰদ্ধা জনাবলৈ। মৃতদেহ ফুলেৰে সজাই বিৰাট সমদল কৰি কংগ্ৰেছ অফিছ আদি নগৰৰ বিভিন্ন স্থানেদি পাৰহৈ কামাখ্যা শ্মশানলৈ লৈ গ'ল। চাওতে চাওতে শেষ হৈ গ'ল দেউতাৰ নশ্বৰ দেহ। আমাৰ বাবে থৈ গ'ল মাথোন তেওঁৰ সুউচ্চ আদৰ্শ আৰু শত সহস্ৰ সকৰুণ-সুমধুৰ স্মৃতিৰ সফুৰা।

# দেশভক্ত ফুকনৰ বৈশিষ্ট্য

## বিজয়চন্দ্ৰ ভাগৱতী

সংস্কৃতিৰ দৰে ব্যক্তিত্বৰো বোধ হয় এটা সুনির্দিষ্ট সংজ্ঞা দিয়া টান। কিন্তু বিশেষ সংজ্ঞাৰে বান্ধিব নোৱাৰিলেও দুয়োটা শব্দই বিশেষ একোটা সুস্পষ্ট ভাব-মূর্তিৰে জীৱন্ত। একোজনৰ ব্যক্তিত্বই বহুজনৰ মাজত তেওঁক স্বকীয়া এটুকুৰা ঠাইৰ অধিকাৰী কৰে। বহুজনৰ মনোযোগ স্বাভাৱিকভাৱে তেওঁৰ প্ৰতি আকর্ষিত হয়। শ্ৰদ্ধাৱনতমস্তকে তেওঁৰ সন্মুখত সকলো থিয় দিয়ে। এনে ব্যক্তিত্ব কেনেকৈ গঢ়ি উঠে বুলি প্ৰশ্ন কৰিলে উত্তৰ দিয়া সহজ নহয়। ব্যক্তিত্বসম্পন্ন লোকসকলৰ ভিতৰত সকলোৰে ব্যক্তিত্ব এনেভাৱে গঢ়ি উঠে বুলিও কব নোৱাৰি। কোনো ক্ষেত্ৰত বিশেষ প্ৰতিভাশালীজনৰো ব্যক্তিত্ব নেথাকিব পাৰে। সি যি কি নহওক, জন্মগত, উপলব্ধ শাৰীৰিক আৰু মানসিক গুণৰাশি কেনেবাকৈ এনেভাৱে মিলি যায় যে তাৰ ফলত বিশেষজনৰ বিশেষ ব্যক্তিত্ব প্ৰকাশ পায়। এনে ব্যক্তিত্ব-সম্পন্নজন জ্যোতিষ্মান পদার্থৰ দৰে স্বয়ং প্ৰকাশিত। ব্যক্তিত্ব সম্পদৰ অধিকাৰীজনে সাধাৰণৰ ওপৰত হয়তো তেওঁলোকৰ অজ্ঞাতসাৰেই প্ৰভাৱ পেলায়।

দেশভক্ত তৰুণৰাম ফুকনক একে আষাৰতে পৰিচয় দিব লাগিলে বোধহয় ক'ব লাগিব যে তেওঁ এজন অসাধাৰণ ব্যক্তিত্বসম্পন্ন লোক। দেশভক্ত ফুকন সঁচাকৈয়ে আছিল এজন সিংহ-পুৰুষ। যি সমাজতেই নেথাকক, ফুকন ডাঙৰীয়াৰ ব্যক্তিত্বৰ প্ৰভাৱ কোনেও অস্বীকাৰ কৰিব পৰা নাছিল। তেওঁৰ চাৰিওফালে যিসকল গোট খাইছিল, তেওঁৰ ওচৰলৈ যিয়েই আহিছিল, তেওঁলোকে নিজৰ মনত ফুকন ডাঙৰীয়াৰ শ্ৰেষ্ঠত্ব মানি নোলোৱাকৈ নোৱাৰিছিল। বেৰিষ্টাৰ ফুকনে ওকালতিৰ ক্ষেত্ৰত যে বৰ বেছি পৰিশ্ৰম কৰি, নেৰানেপেৰাকৈ লাগি থাকি ধন ঘটিব খুজিছিল, এনে নহয়। মোকৰ্দমাৰ নথি-পত্ৰ খৰচি মাৰি পঢ়ি মেলি চোৱাৰ তেখেতৰ দস্তুৰ নাছিল। কিন্তু তেখেতৰ এনে কিবা এটা ক্ষমতা আছিল যে মোকৰ্দমাৰ মূল প্ৰশ্নটো বুজি লৈ তেখেতে অনায়াসে আত্মপক্ষ সমর্থন কৰি কৃতিত্ব অৰ্জন কৰিব পাৰিছিল। ওকালতি ব্যৱসায়ৰ বৰ বেছি ভিতৰলৈ

নোসোমোৱাকৈয়ে, ফুকন ডাঙৰীয়াই ওকালতিত প্ৰতিষ্ঠা লাভ কৰিছিল। ই তেখেতৰ বিশেষত্ব।

১৯২১ চনত অসহযোগ আন্দোলনৰ সময়ত গান্ধীজী আহি ফুকন ডাঙৰীয়াৰ ঘৰত আছিল। সেই সময়তে ফুকন ডাঙৰীয়াৰ ঘৰৰ আগ-চোতালত বিলাতী বস্ত্ৰ-দাহ যজ্ঞ হয়। ফুকন ডাঙৰীয়াই তেখেতৰ বহুতো দামী বিলাতী পোছাক জ্বলাবলৈ সাজু কৰি দ'মাই থোৱা কাপোৰৰ দ'মত জাপি দিলে। মহাত্মাজীয়ে তাত অগ্নি-সংযোগ কৰিলে। তাৰ পিছৰেপৰা ফুকনে অসমত অসহযোগ আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰে। ফুকনৰ জয়ধ্বনিৰে অসমৰ আকাশ-বতাহ মুখৰিত হ'ল। তেওঁ সেইদিনা সুখ-স্বচ্ছন্দতাৰ জীৱন পৰিত্যাগ কৰি দুখ-কষ্টৰ জীৱন আকোৱালি লৈছিল। স্বাধীনতাৰ যুদ্ধৰ সেনাপতি হিচাপে তেখেত জনসাধাৰণৰ লগত মিলি গৈছিল। কিন্তু ৰাজনীতিত থাকিও ফুকন ডাঙৰীয়াই ৰাজনৈতিক ক্ষেত্ৰতো নিজক তেনেকৈ ধৰা দিয়া নাছিল। অসমৰ ৰাজনীতি ক্ষেত্ৰত ফুকন ডাঙৰীয়া অগ্ৰণী আছিল। সকলোৱেই তেখেতৰ নেতৃত্ব মানি লৈছিল. কিন্তু তথাপি ৰাজনীতি তেখেতৰ কাৰণে এটা যেন খেলাৰ দৰেহে আছিল ফুকন ডাঙৰীয়াৰ জীৱনৰ ইয়ো এটা বিশেষত্ব।

কেন্দ্ৰীয় এছেম্বলীৰ সদস্য হিচাপে ফুকন ডাঙৰীয়াই, সেই এছেম্বলীত বক্তৃতা আদি নিদিছিল বুলি তেখেতৰ সম্পৰ্কে অসমত সমালোচনা হৈছিল। পিছত, ফুকন-বৰদলৈৰ প্ৰতিদ্বন্দ্বিতা হোৱাৰ সময়ত, ফুকন ডাঙৰীয়াৰ বিৰুদ্ধে তেওঁ কেন্দ্ৰীয় এছেম্বলীত নিমাত থকা বুলি এখন খতিয়ান উলিওৱাও হৈছিল। ফুকন ডাঙৰীয়াই কেন্দ্ৰীয় এছেম্বলীত বক্তৃতা আদি দিয়াত যে বেছি বিশ্বাস নকৰিছিল, এই কথা অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু মন কৰিবলগীয়া কথা এয়ে যে বক্তৃতা আদি নিদিলেও, ফুকন ডাঙৰীয়াই কেন্দ্ৰীয় এছেম্বলীৰ মুখিয়াল নেতাসকলৰ লগত সমান স্থান অধিকাৰ কৰি আছিল। তেওঁ, তেওঁৰ দলৰ কাৰণে এনে কিছুমান কাম কৰিছিল, সংসদী জীৱনত যাৰ মূল্য সাধাৰণ ভাষণতকৈ কোনো প্ৰকাৰে কম নাছিল। এই কথাও কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে কেন্দ্ৰীয় এছেম্বলীত আৰু সেই সময়ৰ কংগ্ৰেছ দলত ফুকন ডাঙৰীয়াই বিশেষ স্থান অধিকাৰ কৰি আছিল। ফুকন ডাঙৰীয়াৰ ব্যক্তিত্বৰ ইয়ো এটা বিশেষত্ব।

অসহযোগ আন্দোলন আৰু তাৰ পিছতো অসমৰ বিভিন্ন ঠাইত ফুকন ডাঙৰীয়াই বক্তৃতা দি কেনেকৈ ৰাইজক মুগ্ধ কৰিছিল, সেই কথা সেই সময়ত সকলোৰে মুখে মুখে আছিল। স্বৰাজ্য দলৰ সময়ত মাদ্ৰাজ আদি প্ৰদেশত প্ৰচাৰ কৰি ফুৰোতে ফুকন ডাঙৰীয়াই তেওঁৰ বাগ্মিতাৰে সকলোকে মুগ্ধ কৰিছিল। আদালততো তেওঁৰ বাগ্মিতা জনাজাত আছিল, কিন্তু ফুকন মানুহজনক বুজিবলৈ ইয়েই যথেষ্ট নহয়। তেওঁৰ সৰবৰহী স্বভাৱ আৰু ৰসিকতা, বৈঠকী কথা-বতৰাত তেওঁৰ পাৰদৰ্শিতা, বে-পৰোৱা, বে-হিচাপী ভাব, দুঃসাহসিক চিকাৰ, ফুকন ডাঙৰীয়াৰ জীৱনৰ এই দিশবিলাক মন কৰিবলগীয়া। ফুকনে জীৱনটো এটা খেল হিচাপে ল'ব পাৰিছিল। সকলোতে তেওঁৰ এক দাৰ্শনিক উদাসীনতাৰ ভাব আছিল। আমি সকতে শুনিছিলো যে গুৱাহাটীৰপৰা তেজপুৰলৈ যোৱা জাহাজখন এবাৰ ডাঙৰ ধুমুহাত পৰে আৰু জাহাজখনৰ গুৰি ধৰা সাৰেঙে কিংকৰ্তব্যবিমূঢ় হৈ যেতিয়া হাল এৰি দিয়ে, তেতিয়া সেই জাহাজৰ প্ৰথম শ্ৰেণীৰ যাত্ৰী ফুকন ডাঙৰীয়াই সাৰেঙক একাষৰীয়াকৈ থৈ নিজে গুৰি ধৰি জাহাজখন আসন্ন বিপদৰপৰা ৰক্ষা কৰে। যিকোনো সঙ্কটতে আগবাঢ়ি আহি নেতৃত্ব দিব পৰাৰ ফুকন ডাঙৰীয়াৰ যি স্বাভাবিক গুণ আছিল, ই তাৰেই এটা দৃষ্টান্ত।

১৯৩৮ চনত ইংৰাজ চাহ খেতিয়ক সদস্যৰ সমৰ্থনত টিকি থকা মুছলিম লীগ মন্ত্ৰীসভা ভাঙি, লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত অসমত কংগ্ৰেছী মন্ত্ৰীসভা গঠনৰ কাৰণে টনা-আজোৰা চলিছিল আৰু কংগ্ৰেছ দললৈ আহিব খোজা সদস্যসকলক পলুৱাই থবলৈ চৰকাৰী পক্ষৰ-পৰা চেষ্টা হৈছিল। ফুকন ডাঙৰীয়াই নিজে প্ৰহৰীৰ দৰে কংগ্ৰেছৰ মন্ত্ৰীসভা গঠনত সহায় কৰিছিল। যদিও সেইকালত ফুকন ডাঙৰীয়া বিধান সভাৰ কংগ্ৰেছ দলৰ লগত জড়িত নাছিল, তথাপি অসমৰ স্বাৰ্থলৈ চাই, শাদুল্লা মন্ত্ৰীসভাৰ ঠাইত কংগ্ৰেছী মন্ত্ৰীসভা গঠনৰ গুৰুত্ব অনুভৱ কৰি তেওঁ নিজে উপযাচি কংগ্ৰেছ দলত সহায় কৰিছিল। এনেকৈ কংগ্ৰেছক সহায় কৰিবলৈ গৈ তেওঁ পুৰণি লগৰীয়া এজনৰ প্ৰতিৰোধৰ সন্মুখীন হ'ব-লগা হৈছিল। কিন্তু কোনো ৰাজনৈতিক স্বাৰ্থ নথকা সত্বেও, ফুকন ডাঙৰীয়াই, অসমৰ স্বাৰ্থৰ কাৰণে, বিৰোধী পক্ষৰ লাঞ্ছনা সহ্য কৰিও

কংগ্ৰেছক সহায় কৰিছিল। ফুকন ডাঙৰীয়া মানুহজনৰ ই এটা প্ৰকৃত পৰিচয়।

অসমত ৰাজনৈতিক ক্ষেত্ৰত কাম কৰা নেতাসকলৰ অসুবিধা আছিল যে তেওঁলোকে নিজে উপাৰ্জন কৰি পৰিয়াল পোহপাল কৰাৰ উপৰিও ৰাজহুৱা কাম কৰিবলৈ যাওঁতে, ফুৰা-চকা আদিত যি খৰচ লাগে, তাৰো ব্যৱস্থা কৰিবলগা হৈছিল। আন প্ৰদেশত হয়তো নেতাসকলে তেওঁলোকৰ সাধাৰণ খৰচৰ কথা ভাবিবলগা নহৈছিল, ৰাজহুৱা ভঁড়ালৰপৰা তেনে খৰচৰ ব্যৱস্থা হব পাৰিছিল; অসমত তেনে সুযোগ নাছিল। সেই কাৰণে আন প্ৰদেশত নেতাসকলে যেনেকৈ একাণপতীয়াকৈ ৰাজনীতি-চৰ্চা কৰিব পাৰিছিল, অসমত তেনেকৈ নোৱাৰিছিল। ফুকন ডাঙৰীয়া খৰচী মানুহ আছিল। তেওঁ ভালকৈ থকা-মেলাত বিশ্বাস কৰিছিল। এবাৰ ফুকন ডাঙৰীয়াই কোৱা শুনিছিলো, "কোনো লোক যেতিয়া সমাজলৈ ওলাই যায়, তেওঁ যথেমধে যিকোনো এটা পোছাক পিন্ধি জলছু হৈ ওলাবৰ কি অধিকাৰ আছে? কাৰোবাক খাবলৈ মাতিলে যেনেকৈ গৃহস্থই যিমান পাৰে ভালকৈ ৰান্ধি-বাঢ়ি খুৱাবলৈ চেষ্টা কৰে, যাতে নিমন্ত্ৰিতজনে খাই তৃপ্তি পায়, তেনেকৈ সমাজৰ মাজত এনেদৰে পোছাক-পৰিচ্ছদ কৰি ওলাব লাগে, যাতে আনে দেখি ভাল পায়।"

এই বিষয়ে কোনো সন্দেহ নাই যে ফুকন ডাঙৰীয়া প্ৰমুখ্যে অসমৰ নেতাসকলে ৰাজহুৱা কামৰ কাৰণে সেই সময়ত নিয়মীয়াভাৱে পাব-লগা সুবিধাও পোৱা নাছিল। ৰাজহুৱা খৰচৰ লেঠাও তেওঁলোকে লব-লগা হৈছিল। এই প্ৰসঙ্গত পাণ্ডু কংগ্ৰেছৰ ধাৰৰ কথা উল্লেখযোগ্য। সেই কাৰণে যদিও ফুকন ডাঙৰীয়া ধন-সম্পত্তি সম্পৰ্কে সম্পূৰ্ণ নিৰ্লিপ্ত ভাবৰ লোক আছিল, তথাপি সক্ৰিয় আন্দোলনৰ সময়ছোৱাৰ বাহিৰে আন সময়ত নিজৰ ব্যৱসায় বজাই ৰাখিহে ৰাজহুৱা কাম কৰিবলগা হৈছিল। এই সকলো হিচাপত লৈ বিচাৰ কৰিলে ক'ব লাগিব যে ফুকন ডাঙৰীয়াই দেশৰ প্ৰতি যি অৱদান দি গৈছে, সি অতুলনীয়। দেশভক্ত ফুকন স্বাধীনতা আন্দোলনৰ যুগৰ এজন শ্ৰেষ্ঠ জননায়ক। তেখেত চিৰপূজ্য, তেখেতৰ স্মৃতি যুগমীয়া। তেখেতৰ জীৱন-প্ৰেৰণা এটি অফুৰন্ত উৎস। শতবাৰ্ষিকী উপলক্ষে, তেখেতলৈ আমি আমাৰ প্ৰাণৰ প্ৰণতি জনাওঁ।

# দেশভক্ত ফুকনক মই যিভাৱে জানো

**ৰজনী কান্ত গোস্বামী**

প্ৰায় পয়ষষ্ঠি বছৰ আগৰ কথা। তেতিয়া মই প্ৰাথমিক স্কুলত পঢ়ো। আমাৰ গাওঁখনৰ ওচৰৰ আন এখন গাৱঁৰ লগত কিবা মোকৰ্দমা লাগিছিল। সেই উপলক্ষে গাৱঁৰ বহু মানুহে চাউল-চিৰা বান্ধি লৈ গুৱাহাটীলৈ অহা-যোৱা কৰিছিল। এসপ্তাহমানৰ পিছত ঘূৰি আহি কি দেখিলে, কি শুনিলে গল্প কৰা শুনিছিলো। তাতেই প্ৰথম শুনো 'বাৰিষ্টাৰৰ' কথা। বাৰিষ্টাৰ কাচাৰীত সোমালেই বোলে হাকিম, উকীল, মহৰী সকলোৱে চাই থাকে, যি কয় তাতেই সকলো মোহিত হয়। এবাৰ বৰপেটালৈ কিবা এটা মোকৰ্দমাত বাৰিষ্টাৰ অহা বুলি শুনি আমাৰ গাৱঁৰপৰাও বহু মানুহ বাৰিষ্টাৰক চাবলৈ গৈছিল। উভতি আহি আলোচনা কৰা শুনিছিলো, বাৰিষ্টাৰক দেখিলে হেনো ৰ'লাগি চায়ে থাকিবৰ মন যায়. বক্তৃতা দিয়া সময়ত হাকিমেও থৰ লাগি ৰৈ থাকে। এবাৰ হাকিমে বোলে কিবা লেখিব ধৰোতে বাৰিষ্টাৰে হাকিমৰ কলমত থাপ মাৰি ধৰি ক'লে, "তেনেকৈ লেখিব নালাগে, এনেকৈহে লেখিব লাগে" ইত্যাদি। সৰুতেই বাৰিষ্টাৰৰ বিষয়ে এইবিলাক কথা শুনি বাৰিষ্টাৰক চাবৰ মোৰ ইচ্ছা হৈছিল।

১৯১০ চনত অসম এছোচিয়েচনৰ অধিবেশন বৰপেটাত বহে। সেই অধিবেশনতে জালিয়ানৱালাবাগত নিৰীহ-নিৰস্ত্ৰ সহস্ৰ সহস্ৰ লোকৰ ওপৰত কামান-বাৰুদ চলোৱা বিষয়ে বুকুত চপৰিয়াই চপৰিয়াই অগ্নিবৰ্ষী ভাষাৰে কমলাকান্ত ভট্টাচাৰ্যদেৱে বক্তৃতা দিয়া শুনি আমাৰ মনতো বৃটিছ শাসকসকলৰ প্ৰতি এটা ঘৃণাৰ ভাব জাগৃত হয়। সেই অধিবেশনৰ মণ্ডপতে বাৰিষ্টাৰ ফুকনক দেখা পোৱাৰ ধাউতি পূৰ্ণ হয়। তেওঁক ব্যস্ততাৰে ইজন সিজনৰ লগত কথা পতা দেখো। তেওঁৰ চলন-ফুৰণ আৰু সুন্দৰ সুগঢ়িত মুখমণ্ডলৰ হাঁহিয়ে সকলোৰে মন ভৰাই তুলিছিল। পিচদিনা স্কুলত শুনিবলৈ পাওঁ যে তেওঁ কীৰ্তন-ঘৰলৈ আহিছিল, আৰু তাতে আন আন পাঠকসকলৰ লগত চেৰেঁ চেৰেঁ ঘূৰি-পকি তাল বাই সমজুৱাসকলক মোহিত কৰিছিল।

১৯২১ চনৰ আৰম্ভণিতে মহাত্মা গান্ধীয়ে স্বৰাজ লাভৰ বাবে বৃটিছ চৰকাৰৰ লগত সংশ্ৰৱ ত্যাগ কৰি অসহযোগ আন্দোলনত যোগ দিবলৈ ভাৰতবাসীলৈ আহ্বান জনায়। মহাত্মাৰ আহ্বানত সঁহাৰি জনাই স্কুল-কলেজৰ ছাত্ৰসকলেও গোলামখানাৰূপ শিক্ষানুষ্ঠানবোৰ পৰিত্যাগ কৰি স্বৰাজ লাভৰ বাবে মহাত্মা পৰিচালিত আন্দোলনত জপিয়াই পৰে। আমি বৰপেটা হাইস্কুলৰ ছাত্ৰসকলেও স্বৰাজৰ ধ্বনি দি স্কুলৰপৰা ওলাই আহো। কিন্তু কোনো শৃঙ্খলাবদ্ধ পৰিচালনাৰ ব্যৱস্থা নোহোৱাত অধিক সংখ্যক ছাত্ৰই পুনৰ স্কুলত যোগ দিয়ে। আমি কিছুমানে স্কুল এৰি অসহযোগ আন্দোলনৰ বিষয়ে সৰু-সুৰা মেল-মিটিং কৰি ফুৰো। কিন্তু ছমাহমান পিছতে দীঘলীয়া বন্ধ খোলাত পুনৰ স্কুলত গৈ যোগ দিওঁ। তাৰ অলপ দিন পিছতে শুনো যে বাৰিষ্টাৰ ফুকনে তেওঁৰ আইন কলেজৰ শিক্ষকতা এৰি দি আৰু হাজাৰ হাজাৰ টকা পোৱা ওকালতি ব্যৱসায় ত্যাগ কৰি অসহযোগ আন্দোলনত যোগ দিছে। ককায়েক নবীনৰাম ফুকনেও চাকৰি পৰিত্যাগ কৰিছে। ফুকনৰ সমসাময়িক আন বহুতো উকীলেও ওকালতি এৰি নিজ নিজ অঞ্চললৈ গৈ পঞ্চায়ত আদিৰ জৰিয়তে মেল মোকৰ্দমা আদিৰ মীমাংসা কৰাত লাগিছে। আনকি যিসকল দুৰ্দান্ত গুণ্ডা প্ৰকৃতিৰ লোক আছিল, সেইসকলৰ বহুতে ফুকনৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ নিজে মদ-ভাঙ পৰিত্যাগ কৰি মদ-ভাঙৰ দোকানৰ আগত পিকেটিং কৰা আৰম্ভ কৰিছে।

ৰাজকুমাৰ সদৃশ ফুকনে গৰীৱৰ দৰে খদ্দৰ পৰিধান কৰি গাৱেঁ-ভুঁয়ে গৈ তেখেতৰ অতুলনীয় বাগ্মিতাৰে যেতিয়া অসহযোগ আন্দোলনৰ মূল নীতি স্বাবলম্বিতা, মাদকতানিবাৰণ, বিদেশীবৰ্জন, আইন-আদালত আদি বৰ্জনৰ কথা বুজাবলৈ ধৰিলে। অসমত ধুবুৰীৰপৰা ডিব্ৰুলৈ এটা অসাধাৰণ জাগৰণৰ অভ্যুদয় হৈছিল। বৰপেটাৰো কাচাৰীত মোকৰ্দমা নোহোৱা যেন হৈছিল। উকীলসকলৰ অধিকসংখ্যকে ওকালতি এৰি গাৱেঁ-ভুঁয়ে গাওঁ সংগঠন, মাদকতা নিবাৰণ আদি কাৰ্যত লাগি গৈছিল। তেতিয়া শুনিবলৈ পাওঁ যে মহাত্মা গান্ধীক অসম ভ্ৰমণ কৰিবলৈ ফুকনদেৱে মাতিছে আৰু মহাত্মা অসমলৈ আহিব।

সেইবছৰে আগষ্ট মাহত শুনিলো ফুকনক ৰাজদ্ৰোহ অপৰাধত অভিযুক্ত

কৰা হয় আৰু ধুবুৰীত তেওঁৰ বিচাৰ হ'ব। বৰপেটাৰ বহুত মানুহ ফুকনৰ বিচাৰ চাবলৈ ওলাল। যাবৰ খুব মন থাকিলেও খৰচৰ অভাৱত যাব নোৱাৰিলো! বিচাৰ চাবলৈ গৈ ঘূৰি অহা মানুহৰ মুখত শুনিলো, বিচাৰকে ফুকনক খালাচ দিলে। তেওঁলোকে ক'লে যে বিচাৰৰ দিনা ধুবুৰীত লোকে লোকাৰণ্য হৈছিল। যিখন ট্ৰেইনত তেওঁলোক গৈছিল, তাত মানুহ ঠাহ খাই আনকি ট্ৰেইনৰ ওপৰত উঠিও গৈছিল। সকলো ফুকনৰ বিচাৰ চাবলৈ যোৱা মানুহ। কাৰো টিকট কিনাৰ কথা নাই। ট্ৰেইনৰ ওপৰত বা বাহিৰতেই দাণ্ডাত ধৰি যোৱাহে কথা।

মানুহৰ মুখে মুখে কথা মহাত্মা গান্ধী আহি ফুকনৰ ঘৰত থাকি-বহি। মই আৰু মোৰ বন্ধু—এতিয়া প্ৰবীণ উকীল নৰনাৰায়ণ গোস্বামী, যাৰ সতে মই একেলগে স্কুল এৰিছিলো, কাম কৰিছিলো আৰু পুনৰ স্কুললৈ গৈছিলো আৰু কেবাবাৰো একেলগে কাৰাবৰণ কৰিছো—দুয়োমিলি ঠিক কৰিলো যেনেতেনে মহাত্মাক চাব লাগিব। তেওঁ কলে ফাঁচী বজাৰত তেওঁলোকৰ শিষ্যৰ দোকান আছে। তাতেই দুয়ো থাকিম। মহাত্মা আহি পোৱাৰ তাৰিখৰ এদিন আগতে আমি ফাঁচীবজাৰৰ দোকানত থাকি ফুকনৰ হাউলি চাবলৈ গ'লো। মহাত্মা আৰু মৌলানা মহম্মদ আলি আহি থাকিবহি তাতে। ফুকনৰ ঘৰৰ উত্তৰফালে হাউলিৰ ভিতৰতে সুবৃহৎ পথাৰখনত মিটিঙৰ মণ্ডপ তৈয়াৰ কৰা হৈছিল আৰু আগদিনাৰপৰাই বিলাতী কাপোৰৰ দ'ম আহি জমা হ'ব ধৰিছিল। মিটিঙত মহাত্মা আৰু মহম্মদ আলি দুয়ো বক্তৃতা দিছিল আৰু ফুকনে নিজে অসমীয়ালৈ তৰ্জমা কৰিছিল। মহম্মদ আলিয়ে উৰ্দ্দু'ত দিয়া বক্তৃতা ফুকনে লগে লগেই তৰ্জমা কৰি ৰাইজক বুজাই দিছিল। মহম্মদ আলিয়ে বাক্য এটা শেষ নকৰোতেই ফুকনে ঘূৰি ঘূৰি ৰাইজক অসমীয়াত বুজাই দি ইমান মোহিত কৰিছিল যে উপস্থিত ৰাইজে সেই বক্তৃতা ফুকনৰ নিজৰ বক্তৃতা যেনহে অনুভৱ কৰিছিল। সেই বক্তৃতাই সমজুৱাক এনেভাৱে অনুপ্ৰাণিত কৰিছিল যে মহাত্মাজীয়ে প্ৰথমে ফুকনৰ ঘৰৰ বহুমূলীয়া বিলাতী কাপোৰৰ টোলটোত জুই লগাই দি বস্ত্ৰ-যজ্ঞ আৰম্ভ কৰাৰ লগে লগে সমজুৱাসকলৰ গাত যাৰ যি বিদেশী কাপোৰ আছিল তাক সোলোকাই জুইলৈ দলিয়াই দিছিল। পাচদিনা আমি এই ধাৰণা লৈয়ে বৰপেটা

উঠিলোঁগে আৰু মহাত্মাই ঘোষণা কৰা মতে এবছৰৰ ভিতৰতে স্বৰাজ হ'বই, কিন্তু আমি গোলামখানা বুলি এৰি যোৱা স্কুলত পুনৰ যোগ দি নিজকেহে কলঙ্কিত কৰিলোঁ।

মহাত্মা যোৱাৰ লগে লগে অসমত অসহযোগ আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰে। দেশভক্ত ফুকনে অন্যান্য কৰ্মীবৃন্দক লগত লৈ চুকে-কোণে, গাৱেঁ-ভূঁয়ে অসহযোগৰ লক্ষ্য আৰু ৰাইজৰ কৰ্তব্যৰ বিষয়ে বুজাবলৈ ধৰে। ফলত গাৱেঁ গাৱেঁ পঞ্চায়ত স্থাপিত হয়, মদ-ভাং-কানি আদিৰ বিক্ৰী বন্ধ হয়! কাচাৰী, চৰ্কাৰী অফিচ আদিত মানুহ হাজিৰ হ'বলৈ এৰি দিয়ে। বহুত ঠাইত চৰকাৰী চাকৰিয়ালসকলক জুই পানী আলগ কৰা হয়। সেই সময়ত এনে এটা অৱস্থা হৈছিল, যেন বৃটিছ ৰাজত্বৰ শেষ হৈছে। ৰঙিয়া আদি ঠাইত পুলিচ বাহিনী বা সৈন্যবাহিনীৰ লোকে গাৱঁলৈ যাবলগা হোৱাত সকলো ৰচদ-পাতি, খৰি-খেৰ আনকি দিয়াচলাই আৰু পানীও লগতে লৈ যাবলগা হৈছিল। তেতিয়া বৰপেটা অঞ্চলৰ ঠেকাৰ পথাৰত বৰদিন উপলক্ষে চাহাববিলাকে হাঁহ চিকাৰ উৎসৱ পাতিছিল। গৱৰ্ণৰৰ লগতে বহুত চাহাবে তাত যোগ দিছিল, কিন্তু ১৯২১ চনত সেই চিকাৰ উৎসৱ পাতিব নোৱাৰিলে। কাৰণ তাত থকা-মেলাৰ সা-সুবিধা কৰা বা ৰচদ-পাতি যোগোৱাটো সম্ভৱপৰ নহ'ব বুলি ডেপুটি কমিছনাৰে গৱৰ্ণমেণ্টক জনাই দিছিল। গাৱঁৰ আয়তীসকলেও দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈৰ কীৰ্তি বৰ্ণনা কৰি বিয়া-সবাহতো স্বৰাজৰ গীত গাবলৈ আৰম্ভ কৰিছিল। লোকগীত গায়কসকলে—

"মহাত্মাৰ স্বৰাজৰ বাণী
অসম বিয়পালে ফুকনে আনি।"

—এনেবোৰ লোকগীত ৰচনা কৰি গাই ফুৰিছিল। স্বৰাজ প্ৰাপ্তিৰ বাবে অসহযোগ আন্দোলনৰ ঢৌ ইমান তীব্ৰ গতিত চলিব ধৰিছিল যে চৰকাৰে কংগ্ৰেছ আৰু কংগ্ৰেছৰ সেৱাদল আদি সকলো সহযোগী অনুষ্ঠানকে বেআইনী ঘোষণা কৰে আৰু ফুকনক ৰাজদ্ৰোহৰ অপৰাধত গ্ৰেপ্তাৰ কৰি নি জেলৰ ভিতৰতে বিচাৰ আৰম্ভ কৰে। ফুকনে বিচাৰত ভাগ নলও বুলি কোৱাত এবছৰ কাৰাদণ্ডৰ হুকুম দিয়া হয়। ফুকনক জেললৈ নিয়াৰ পাচত আন্দোলনকাৰীসকলৰ ওপৰত মাৰ-ধৰ, ঘৰত জুই জ্বলাই দিয়া আদি

অত্যাচাৰ কৰা হৈছিল। তথাপি আন্দোলনৰ তীব্ৰতা অলপো কমা নাছিল। আনকি চৌৰিচৌৰাৰ হত্যাকাণ্ডৰ পিচত মহাত্মাই অসহযোগ আন্দোলন স্থগিত ৰাখিবলৈ নিৰ্দেশ দিয়াত দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা আদিয়ে মহাত্মাই ভুল কৰিলে বুলিহে কৈছিল।

দেশভক্ত ফুকনৰ প্ৰথম মুখামুখি হওঁ কলেজৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোতে। পাণ্ডু কংগ্ৰেছত কলেজৰ ছাত্ৰসকলৰ এটা স্বেচ্ছাসেৱকবাহিনী গঠন কৰিবলৈ মতা বুলি শুনি আমি কেইজনমানে তেখেতক দেখা কৰো। সেই সময়ত তেখেতৰ ওচৰত আছিল ৰোহিণীকান্ত হাতীবৰুৱা। হাতীবৰুৱাই হেনো ফুকনৰ সতে আলোচনা নকৰাকৈয়ে অসমলৈ কংগ্ৰেছ মহাসভা নিমন্ত্ৰণ কৰিছিল। আমাক কটন কলেজৰ ছাত্ৰ বুলি শুনি ফুকনে হাতীবৰুৱালৈ আঙুলিয়াই ক'লে, "এই হাতীবৰুৱাই অসমত কংগ্ৰেছ অধিবেশন পাতিব বুলি মাতি এতিয়া অসমৰ বদনাম আনিব" আৰু ক'লে, "এই সময়ত অসমত কংগ্ৰেছ পতাৰ মই বিপক্ষে আছিলোঁ। কাৰণ অসমীয়াৰ টকা-পইচাও নাই, অভিজ্ঞতাও নাই। এতিয়া বৰদলৈদেৱৰ নেৰানেপেৰা অনুৰোধত কান্ধপাতি জোৰ দি চাম বুলি ওলাইছো। এনে অৱস্থাত মোক সকলোৱে সহায় কৰিব লাগে।" হাতীবৰুৱালৈ আঙুলিয়াই কয়, "ই হাতীবৰুৱা নহয়, এটা হাতীহে। বল আছে, একাগ্ৰতা আছে; কিন্তু বুদ্ধি নাই।" হাতীবৰুৱাই লাহেকৈ হাঁহি ক'লে, "সকলো বুদ্ধি যে এটাৰ মূৰতেই সোমাইছে। আমালৈতো বাকী নায়েই।" এই ধৰণৰ কথা-বতৰাত দুয়োজনৰে মাজত সহৃদয়তা অনুভৱ কৰিছিলোঁ। আমি ক'লো, "কংগ্ৰেছ স্বেচ্ছাবাহিনীত যোগ দিলে আমাক যদি কলেজৰ পৰা উলিয়াই দিয়ে, তেতিয়া আমাৰ কি গতি হব?" ফুকনে তেখেতৰ স্বভাবসুলভ কথাৰে উত্তৰ দিলে, "'জয় দুৰ্গা' বুলি জাপ দি পৰা। 'মৰিলে স্বৰ্গ তৰিলে দেশ' মই কোনো প্ৰতিশ্ৰুতি দিব নোৱাৰো। গাৱঁৰ স্বেচ্ছাসেৱক সকলৰ দ্বাৰা প্ৰতিনিধি আৰু দৰ্শকসকলক বিশেষকৈ দাক্ষিণাত্যৰপৰা অহা লোকসকলৰ থকা-মেলাৰ সুবিধা কৰাত অসুবিধা হ'ব। তোমালোক নাহিলে অসমৰ দুৰ্ণাম হ'ব।"

ভৱিষ্যতক আওকাণ কৰি আমি এশজনমানে স্বেচ্ছাবাহিনীত যোগ দিলো। প্ৰতিনিধি আৰু দৰ্শকসকলৰ মুখৰপৰা তেওঁলোকৰ অভ্যৰ্থনা

অতি সুন্দৰ হোৱা বুলি শুনিছিলোঁ। মুকলি অধিবেশনৰ সাজসজ্জাও অতি মনোৰম হোৱা বুলি অভিমত দিছিল। সকলোৱে ফুকনদেৱৰ কৰ্মতৎপৰতা আৰু কাৰ্যদক্ষতা দেখি আন্তৰিকতাৰে প্ৰশংসা কৰিলে। প্ৰাকৃতিক দুৰ্যোগ আৰু অলপদিনৰ আগতে মুছলমান আততায়ীয়ে স্বামী শ্ৰদ্ধানন্দজীক হত্যা কৰাহেতুকে প্ৰতিনিধি আৰু দৰ্শকৰ সংখ্যা তুলনামূলকভাৱে কম হৈছিল। পাণ্ডু কংগ্ৰেছৰ ঋণৰ বোজা অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদক ফুকন-বৰদলৈদেৱে বহন কৰিব লগা হৈছিল।

কংগ্ৰেছ অধিবেশনৰ প্ৰথমদিনাই এটি ঘটনা ঘটে। কলেজ স্বেচ্ছাসেৱকবাহিনীৰ বিশিষ্ট কৰ্মী হৰেন্দ্ৰ কলিতাক কিবা কামত অসন্তুষ্ট হৈ কংগ্ৰেছ নেতা ধনীৰাম তালুকদাৰে কলিতাৰ মূৰৰ টুপী আৰু বেজ খুলি নি তেওঁৰ জেপত ভৰাই নিযুক্ত কাৰ্যৰপৰা উলিয়াই দিয়ে। এই লৈ এটা অসন্তুষ্টিৰ পৰিবেশ হয় আৰু স্বেচ্ছাসেৱকবাহিনীৰ এজন নায়ক হিচাপে মোক ফুকনৰ ওচৰলৈ পঠিওৱা হয়। তেখেতে আমাক লগত লৈ তালুকদাৰ থকা পঁজাটোলৈ যায় আৰু তাতে তালুকদাৰক কলিতাক পুনৰ টুপী আৰু বেজ পিন্ধাই দিবলৈ নিৰ্দেশ দিয়ে। জেদী আৰু দুঃসাহসী বুলি জনা তালুকদাৰে ফুকনৰ এষাৰ কথাতে সেইকাম কৰিলে আৰু নিজৰ কাৰ্যৰ নিমিত্তে অনুতাপ কৰিলে।

তেতিয়াৰ অসমৰ ছাত্ৰসকলৰ একমাত্ৰ অনুষ্ঠান আছিল অসম ছাত্ৰ সম্মিলন। ১৯২৮ চনত বহা তেজপুৰৰ অধিবেশনত সভাপতি আছিল দেশভক্ত তৰুণৰাম ফুকনদেৱ। অসম ছাত্ৰ সম্মিলন তেতিয়া এটা সজীৱ সবল কংগ্ৰেছ সহযোগী অনুষ্ঠান হিচাপে জনপ্ৰিয় হৈ উঠিছিল। কিন্তু সভাৰ নিয়মাৱলীৰ মূল নীতি আছিল যে সম্মিলনীয়ে ৰাজনীতি বিষয়ক আলোচনা বা কাৰ্য পদ্ধতি হাতত লব নোৱাৰিব। এই প্ৰবন্ধৰ লেখক আছিল তেতিয়াৰ সম্মিলনৰ সম্পাদক। সেইবছৰ বৃটিছ পাৰ্লিয়ামেণ্টে ছাইমন চাহাবৰ অধ্যক্ষতাত ভাৰত শাসন-পদ্ধতি কিভাবে কিমানখিনি সংস্কাৰ কৰা উচিত, পৰীক্ষা কৰি চাই ৰিপোৰ্ট দিবলৈ এটা কমিছন গঠন কৰি ভাৰতলৈ পঠিয়াইছিল। তাত কোনো ভাৰতীয় লোককেই লোৱা হোৱা নাছিল। কংগ্ৰেছে এই কমিছনৰ ঘোৰ প্ৰতিবাদ কৰিছিল আৰু যি ঠাইলৈ এই কমিছন গৈছিল, তাতেই হাজাৰ বিজাৰ লোকে ক'লা পতাকা লৈ 'ছাইমন ঘূৰি যোৱা' আদি

ধ্বনি দি প্ৰতিবাদ জনাইছিল। প্ৰতিবাদকাৰীসকলৰ ওপৰত পুলিচে লাঠী-চালনা আদি অত্যাচাৰ কৰিছিল আৰু পুলিচৰ লাঠীচালনাতে পঞ্জাব-কেশৰী লালা লাজপত ৰায়, গোবিন্দবল্লভ পন্থ আদি নেতৃবৃন্দই ভীষণভাৱে আঘাতপ্ৰাপ্ত হৈছিল। ছাত্ৰ সন্মিলনৰ বিষয়-বাছনি সভাত ছাইমন কমিছন বয়কোট কৰাৰ বিষয়ে এটা প্ৰস্তাৱ উত্থাপিত হয় আৰু অধিক ভোটত ই অগ্ৰাহ্য হয়। ফুকনদেৱে মুকলি অধিবেশনৰ প্ৰথম পুৱাতে মোক মতাই নি কয় যে ছাইমন কমিছন বয়কোট প্ৰস্তাৱ গৃহীত নহলে মুকলি অধিবেশনত তেখেতে সভাপতিত্ব নকৰে। তেজপুৰৰ অধিবেশন বিষ্ণু-প্ৰসাদ ৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালা আদি শিল্পীসকলে অতি জাক-জমকতাৱে পতাৰ ব্যৱস্থা কৰিছিল। আৰু ফুকনক চাবলৈকো দূৰ-দূৰণিৰ পৰা বহুত মানুহ আহিছিল। এনে অৱস্থাত ফুকনে সভাপতিত্ব নকৰিলে এটা গুৰুতৰ অৱস্থাৰ সৃষ্টি হ'ব পাৰে বুলি ভাবি মই ক'লো যে অসম ছাত্ৰ সন্মিলনৰ অধিক সংখ্যক সমষ্টি চৰকাৰী স্কুল-কলেজ আৰু প্ৰতিনিধি-বিলাকৰ ভিতৰতো বহুতো কৃতিধাৰী ছাত্ৰ আছিল। অসহযোগৰ সময়ত অসমে যি নিৰ্যাতন ভোগ কৰিছিল আৰু ছাইমন কমিছনৰ বিক্ষোভ প্ৰদৰ্শন কৰা সকলক পুলিচে যি অত্যাচাৰ কৰিছে সেইবিলাক দেখি-শুনি অধিক সংখ্যক প্ৰতিনিধিয়ে ছাত্ৰ-সন্মিলনত ছাইমন কমিছন বয়কোট বিষয়টো লিপ্ত কৰিব নিবিচাৰে। তাৰ উপৰিও ছাত্ৰ সন্মিলনৰ মূল নীতি হৈছে ৰাজনীতিত লিপ্ত নোহোৱা। ফুকনদেৱৰ মন অলপ কোমল হোৱা যেন পাই মই ক'লো যে সন্ধিয়া বহিৰংগীয়া বিষয়-বাছনি সভাত ছাইমন কমিছনৰ বিষয়ে পুনৰ আলোচনা কৰিম। ফুকনদেৱ অৱস্থা বুজি ব্যৱস্থা লোৱা লোক যেন অনুভৱ হ'ল। তেখেতে সভাপতিত্ব কৰিবলৈ সন্মত হ'ল আৰু সভাপতিৰ ভাষণত ছাত্ৰসকলক দেশৰ সেৱাত ব্ৰতী হবলৈ আহ্বান জনালে।

সন্ধিয়াৰ বিষয়-বাছনি সভাত মই নিজে ছাইমন কমিছনত এজনো ভাৰতীয়ক অন্তৰ্ভুক্ত নকৰাত দুখ প্ৰকাশ কৰি এটি প্ৰস্তাৱ উত্থাপন কৰি ক'লো যে ই ৰাজনৈতিক প্ৰস্তাৱ নহয়; কাৰণ আমি ছাইমন কমিছনৰ কাৰ্যাৱলীৰ সমালোচনা কৰা নাই। আগতে অগ্ৰাহ্য কৰা ছাইমন কমিছন বয়কোট কৰা প্ৰস্তাৱৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই। বহু তৰ্ক-বিতৰ্কৰ পিচত এই প্ৰস্তাৱ গৃহীত হয়। প্ৰস্তাৱৰ নকল এটা লৈ ফুকনৰ ওচৰত

উপস্থিত হোৱাত পঢ়ি চাই তেখেতে হাঁহিলে আৰু ফুচুৰী ভাষাৰে ক'লে, "কণা হাঁহক পতান দি ভুৰুকাব খুজিছা? মোৰ চকু আছে কিন্তু তোমালোকৰ অৱস্থা বুজি পাই ইয়াতেই সন্তুষ্ট হলো।"

১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ মাজনিশা কংগ্ৰেছে পূৰ্ণ স্বাধীনতা প্ৰস্তাব গ্ৰহণ কৰে আৰু ১৯৩০ চনৰ ৬ জানুৱাৰী তাৰিখে ভাৰতৰ পূৰ্ণ স্বাধীনতাৰ শপত গ্ৰহণ কৰা হয়। তাৰ পাচত মহাত্মাৰ নিৰ্দেশমতে ভাৰতব্যাপী আইন অমান্য আন্দোলনৰ প্ৰস্তুতি চলে। মে' মাহত মহাত্মা গান্ধীয়ে লোণ আইন ভঙ্গ কৰিবলৈ দাণ্ডি যাত্ৰা আৰম্ভ কৰে। তেতিয়া আন আন প্ৰদেশৰ সকলো ঠাইতে আইন অমান্যকাৰী হাজাৰ হাজাৰ লোক কাৰাৰুদ্ধ হয়। অসমে তেতিয়ালৈকে নিতাল মাৰি থাকে, ফুকন তেতিয়া অসমৰ একচ্ছত্ৰী নেতা। ফুকনে আন্দোলনত জপিয়াই নপৰি কিছুদিন অপেক্ষা কৰিবলৈ কয়। কৰ্মবীৰ বৰদলৈ, কুলধৰ চলিহা প্ৰভৃতি নেতা সকলে নিমাত হৈ থাকে। কিন্তু অসমৰ দুজন ডেকা নেতা ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু লোকনায়ক অমিয়কুমাৰ দাসে এই ব্যৱস্থা সহ্য কৰিব নোৱাৰিলে। ত্যাগবীৰ বৰুৱাই তেখেতৰ অকৃত্ৰিম বন্ধু অমিয় দাসক লগত লৈ গুৱাহাটীত উপস্থিত হয়।

এদিন সন্ধিয়া ত্যাগবীৰ হেমবৰুৱাদেৱে এই প্ৰবন্ধ লেখককো অসম ছাত্ৰ সন্মিলনৰ সম্পাদক হিচাপে লগ ধৰে। তেখেতে তীব্ৰভাৱে ফুকনক সমালোচনা কৰি কয় যে ফুকনে অসমক কলঙ্কিত কৰিব খুজিছে আৰু অন্যান্য নেতাসকলেও তেখেতৰ মতকে অনুসৰণ কৰিবলৈ স্থিৰ কৰিছে। এনে অৱস্থাত ছাত্ৰসকলে আইন অমান্য আন্দোলনৰ দায়িত্ব লব লাগে আৰু তাৰ বাবে সন্মিলনৰ বিশেষ অধিবেশন এখন পাতিব লাগে। বৰকৈ টানি ধৰাত মই তিনিদিনৰ মূৰত জনাম বুলি তেখেতসকলৰপৰা সময় ললো।

তিনিদিন পূৰ নৌহওঁতেই তৃতীয় দিনা দুয়ো বন্ধু গৈ মোৰ শুক্ৰেশ্বৰত থকা ঘৰ ওলাল। তেখেতসকলৰ দেশপ্ৰীতি আৰু একাগ্ৰতাই মোক ব্যক্তিগত অভাৱ অভিযোগৰ কথা নাভাবি দেশৰ প্ৰতি কৰ্তব্যৰ বিষয় ভাবিবলৈ বাধ্য কৰালে। মই ক'লো যে কংগ্ৰেছত যোগ দিয়াৰ বিষয় লৈ ছাত্ৰ সন্মিলনৰ বিশেষ অধিবেশন পতা মোৰ ক্ষমতাৰ অতীত। কিন্তু মই কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদকল্পে সন্মিলনৰ বিশেষ অধিবেশন

পতাৰ স্থিৰ কৰিছো আৰু অমিয়কুমাৰ দাসকে সভাপতি নিৰ্বাচিত কৰাম বুলি ভাবিছো। সেই সময়ত অসমত কানিংহাম চাহাব আছিল শিক্ষাবিভাগৰ সঞ্চালক আৰু তেওঁ নিৰ্দেশ জাৰি কৰিছিল যে কোনো ছাত্ৰই ৰাজনৈতিক সভা, শোভাযাত্ৰা আদিত যোগ দিব নোৱাৰিব আৰু তেনে কৰিলে শাস্তি ভুগিব লাগিব। নাবালক ছাত্ৰৰ কাৰ্যৰ বাবে অভিভাৱকেই দায়ী হ'ব। এই চাকুৰ্লাৰৰ প্ৰতিবাদত গুৱাহাটী আদি ঠাইতো নতুন বেচৰকাৰী স্কুল স্থাপিত হয়।

কানিংহাম চাকুৰ্লাৰৰ প্ৰতিবাদ স্বৰূপে লোকনায়ক অমিয়কুমাৰ দাসৰ সভাপতিত্বত ছাত্ৰ সন্মিলনৰ বিশেষ অধিবেশন বহে আৰু এই চাকুৰ্লাৰৰ প্ৰতিবাদকল্পে স্কুল-কলেজ বৰ্জনৰ সিদ্ধান্ত লোৱা হয়। সন্মিলনৰ পিচদিনাই কলেজৰ ছাত্ৰসকলে কলেজ এৰি আহে আৰু আইন অমান্য আন্দোলনত যোগ দিয়ে আৰু এইদৰেই আইন অমান্য আন্দোলনে অসমতো গা কৰি উঠে।

মেল-মিটিং পাতি ফুকন নাহিব বুলি জানিলে মানুহ নিৰুৎসাহ হৈছিল। এনে অৱস্থাত ফুকনৰ জনপ্ৰিয়তা কমাবলৈ কংগ্ৰেছ কৰ্মীসকলেও ফুকনে কংগ্ৰেছত যোগ নিদি অন্যায় কৰিছে বুলি কৈ ফুৰিব লগা হয়। ১৯৩২ চনত ঘূৰণীয়া মেজ-মেলৰ পাচত যেতিয়া পুনৰ আইন অমান্য আন্দোলন আৰম্ভ হয়, সেই আন্দোলনত কৰ্মবীৰ বৰদলৈদেৱে যোগ দি কাৰাবৰণ কৰে। তেতিয়াৰপৰা সৰ্বসাধাৰণৰ ওপৰত ফুকনৰ প্ৰভাৱ বহুখিনি লোপ পায়।

১৯৩২ চনত মই দেশভক্ত ফুকনদেৱৰ ওচৰ চাপিবলগীয়া হওঁ, আমাৰ কেশৱ নাৰায়ণ দত্তৰ সোণাৰাম স্কুলৰ হেডমাষ্টৰ পদৰ নিযুক্তিৰ নিমিত্তে। দত্ত আছিল প্ৰথম অসমীয়া যিজনে কলিকতা বিশ্ববিদ্যালয়ৰপৰা বুৰঞ্জী বিষয়ত প্ৰথম শ্ৰেণীৰ দ্বিতীয় স্থান অধিকাৰ কৰি এম. এ. পাচ কৰিছিল আৰু কানিংহাম চাকুৰ্লাৰৰ প্ৰতিবাদ কল্পে প্ৰতিষ্ঠিত হোৱা কামৰূপ একাডেমী হাইস্কুলত হেডমাষ্টৰ হিচাপে নিযুক্তি পাইছিল। কিন্তু মেনেজিং কমিটীৰ সভাপতিৰ প্ৰতি অসদাচৰণ আৰু অন্যান্য দোষত তেখেতক বৰ্খাস্ত কৰা হয়। এবাৰ বৰ্খাস্ত হোৱা চাকৰিয়ালক পুনৰনিয়োগ নকৰা ৰীতি অনুসৰি হোৱা অসুবিধাৰ প্ৰতিবিধানৰ উপায় বিচাৰি আমি ফুকনদেৱৰ ওচৰ পাইছিলো। ফুকনে আমাৰ সকলো কথা শুনি আমাক আশ্বাস দিছিল। সাতদিনমান

পাচত আমাক মাতি নি কয় যে দত্তক নিযুক্তি দিয়াৰ বাবে তেওঁ মেনেজিং কমিটী আহ্বান কৰিছিল; কিন্তু সকলো সভ্যই দত্তক নিযুক্তি দিয়াৰ বিপক্ষে। এনে অৱস্থাত বিষয়টো নিষ্পত্তি হ'ব নিদি মিটিং স্থগিত ৰাখিছে। তেখেতে আমাক নির্দ্দেশ দিয়ে যে আমি প্রত্যেক সভ্যৰ ওচৰলৈ গৈ দত্তক নিয়োগ কৰাৰ সপক্ষে সম্মত কৰাব লাগে; অগত্যা নোৱাৰিলে মিটিঙত যাতে অনুপস্থিত থাকে, তাকে কৰাব লাগে।

গুৱাহাটীত তেতিয়াৰ বিশিষ্ট নাগৰিক কামাখ্যা ৰাম বৰুৱা, গোপীনাথ বৰদলৈ, ৰোহিণী কুমাৰ চৌধুৰী আদি দুয়োখন মেনেজিং কমিটীৰে সভ্য আছিল। মাত্র ৰায়বাহাদুৰ কালীচৰণ সেন আছিল একাডেমীৰ আৰু ফুকন আছিল সোণাৰাম স্কুলৰ সভাপতি। আমি গৈ কামাখ্যাৰাম বৰুৱাক দত্তৰ ভবিষ্যতৰ বিষয়ে কৈ তেখেতক সোণাৰাম স্কুলত নিযুক্ত কৰিবলৈ অনুৰোধ জনালোঁ। বৰুৱাই দত্তৰ ভবিষ্যতৰ বিষয়ে দুখ প্রকাশ কৰিলে, কিন্তু নীতিৰ ফালৰপৰা মিটিঙত উপস্থিত থাকি নিযুক্তিৰ বিপক্ষে মত নিদিয়াকৈ থাকিব নোৱাৰে বুলি জনালে। ৰোহিণী চৌধুৰীয়ে আমাৰ সকলো কথা শুনি ক'লে যে তেওঁ কেতিয়াও ফুকনৰ কোনো কথাতেই বিৰুদ্ধাচৰণ কৰা নাই। এনে অৱস্থাত তেওঁ মিটিঙত নাথাকে। গোপীনাথ বৰদলৈদেৱেও মিটিঙত নাথাকিব বুলি আমাক জনালে। অন্যান্য মেম্বাৰ-সকলেও মিটিঙত উপস্থিত নাথাকিব বুলিয়ে ক'লে। একমাত্র তেতিয়াৰ ডেপুটি ইনচপেক্টৰ মিষ্টাৰ আহমেদে নিয়োগৰ সপক্ষে থাকিব বুলি ক'লে। মিটিঙত তিনিওজন সভ্য—বৰুৱা, আহমেদ আৰু ফুকন উপস্থিত হ'ল। ফুকন-দেৱে প্রস্তাৱত লেখিলে—মেনেজিং কমিটীয়ে কেশৱ দত্তক কামাখ্যা বৰুৱাৰ আপত্তি সত্ত্বেও হেডমাষ্টাৰ পদত নিযুক্তি দিলে।

মিটিঙৰ পিচদিনাই ফুকনদেৱে আমাক মতাই আনি সকলো কথা ক'লে আৰু বিশেষকৈ দত্তৰ প্রতি আঙুলিয়াই ক'লে যে দস্যু ৰত্নাকৰেও মহাকবি বাল্মিকীত পৰিণত হৈছিল। তেওঁ যেন এই কথা মনত ৰাখি চলে।

ফুকনদেৱক ঘনিষ্ঠভাৱে জানিবলৈ মোৰ সুযোগ মিলে ১৯৩৩ চনৰপৰা—যেতিয়া মই ভৰলুমুখতে থাকি ওকালতি কৰিবলৈ আৰম্ভ কৰো। ফুকন এজন অসাধাৰণ শক্তি সম্পন্ন, নির্ভীক, সদানন্দ, আমোদপ্রিয় পুৰুষ আছিল যিজনে নিজৰ বুদ্ধি বিবেচনা আনতকৈ কম বুলি ভাবিব নোৱাৰিছিল আৰু ন্যায়সঙ্গত

কামত মান-সম্মান ধন-প্ৰাণ ত্যাগ কৰিবলৈকো কুণ্ঠাবোধ নকৰিছিল। নিজৰ দুখ-দুৰ্গতিৰ কথা আনক কৈ আনৰপৰা সহায়-সহানুভূতি বিচৰাটো মানহানিকৰ কাম বুলি তেখেতে বিবেচনা কৰিছিল। কিছুমান বিষয়ত তেখেত বৰ নৈষ্ঠিক আছিল। কোনো কাৰ্যোপলক্ষে বাহিৰলৈ গলেই গৃহ-দেৱতা গোপালক আৰু বায়েক গিৰীজা দেৱীক প্ৰণাম নকৰাকৈ ওলাই নগৈছিল। তিনি বামুণৰ লগত ক'লৈকো নগৈছিল। আনকি কাচাৰীলৈ যাবৰ সময়ত তিনি বামুণ লগত থাকিলে এজনক গাড়ীৰপৰা নমাই দিছিল বা আন এজনক উঠাই লৈ গৈছিল।

তেতিয়া বঙ্গদেশৰ এক অংশ ছিলেট জিলাখন অসমৰ লগত চামিল হৈ আছিল আৰু ছিলেটৰ অধিক সংখ্যকে চৰকাৰৰ লগত সহযোগ কৰি অসম আৰু অসমীয়াৰ স্বাৰ্থৰ বিপক্ষে কাম কৰিছিল। আনকি অসমৰ বিশ্ববিদ্যালয়, হাইকোৰ্ট, মেডিকেল কলেজ আদি অনুষ্ঠান স্থাপন হোৱাতো বাধা দিছিল। এনেবোৰ কাৰণত ফুকনদেৱে ১৯৩০-৩২ চনৰ কংগ্ৰেছ আন্দোলনত যোগ নিদি সাময়িকভাৱে হলেও সংৰক্ষিণীভাবাপন্ন হৈছিল।

ফুকনদেৱে ১৯২৭ চনত গোৱালপাৰাত বহা সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত অসম মহান ভাৰতীয় জাতিৰ ভিতৰত এটা স্বকীয়া জাতি আৰু এই জাতিৰ স্বতন্ত্ৰতা আৰু বৈশিষ্ট্য অসমীয়াই ৰক্ষা কৰিব লাগিব বুলি আহ্বান দিছিল। ১৯২২ চনৰ গয়া কংগ্ৰেছৰপৰাই দেশভক্ত ফুকনে কাউন্সিল বৰ্জন নীতিৰ বিপক্ষে আছিল আৰু কংগ্ৰেছ কাউন্সিল পৰিত্যাগ কৰা সত্বেও ফুকনদেৱে সেই নীতিকেই মানি চলিছিল।

১৯৩৭ চনত চিলঙৰ উকীলখানাত ফুকনদেৱৰ সহপাঠী কলিকতাৰ বিখ্যাত বাৰিষ্টাৰ মিষ্টাৰ হালদাৰে কোৱা শুনিছিলো যে ফুকনে কলিকতাত অলপ দিনৰ ভিতৰতেই বাৰিষ্টাৰ হিচাপে বৰ খ্যাতি লাভ কৰিছিল আৰু মহৰ্ষি দেবেন্দ্ৰ নাথ ঠাকুৰ আদি বহু সম্ভ্ৰান্ত পৰিয়ালে ফুকনলৈ নিজৰ পৰিয়ালৰ ছোৱালী দি তেওঁক জোঁৱাই কৰিবলৈ চেষ্টা কৰিছিল। তেখেতে কৈছিল যে ফুকনে কলিকতা এৰি নাহি তাতেই বাৰিষ্টাৰী কৰি থাকিলে চাৰ এন. এন. চৰকাৰ আদিৰ নিচিনা বিখ্যাত বাৰিষ্টাৰ হিচাপে পৰিগণিত হব পাৰিলেহেতেন; কিন্তু ফুকনে অসমতে থাকি অসমৰ সেৱা কৰিব বুলিয়েই কলিকতা এৰি গুচি আহে। ফুকনৰ অসম আৰু অসমীয়াৰ প্ৰতি এটি গভীৰ আকৰ্ষণ আছিল।

১৯৩০ চনৰপৰাই প্ৰগতিবাদী লোকসকলৰ দ্বাৰা অসমত এটি দল তৈয়াৰ কৰি শাসন-তন্ত্ৰৰ সহযোগত কাম কৰিবলৈ তেওঁৰ সহযোগী লোকপ্ৰিয় বৰদলৈ আৰু ৰোহিণী চৌধুৰী আদি নেতৃবৃন্দক উদগনি দি আহিছিল; কিন্তু কোনেও ফুকনৰ প্ৰত্যক্ষ সহযোগ অবিহনে এনে দল গঠন কৰিবলৈ আগবাঢ়ি অহা নাছিল। অগত্যা ১৯৩৫ চনত তেওঁ নিজেই সভাপতি পদ গ্ৰহণ কৰি ৰোহিণী চৌধুৰী, ডাঃ জ্যোতিষ দাস আদিৰ সৈতে মিলিত জনসংঘ নামে এটি দল গঠন কৰিছিল আৰু গোপীনাথ বৰদলৈকো সেই দললৈ টানিছিল।

১৯৩৪ চনত তেখেতে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ লগত প্ৰতিদ্বন্দ্বিতাত নমাৰ আগমুহূৰ্তত তেওঁৰ অতি প্ৰিয় তিনিজন বন্ধু কামাখ্যাৰাম বৰুৱা, গোপীনাথ বৰদলৈ আৰু ৰোহিণী চৌধুৰীক একেলগে মাতি আনি তেওঁ-লোকৰ পৰামৰ্শ আৰু সহায় বিচাৰিছিল। বৰুৱাদেৱে প্ৰতিযোগিতাত কংগ্ৰেছৰ বিৰুদ্ধে সহায় নকৰে বুলি কৈ তেওঁক উঠিবলৈ বাধা দিছিল। বৰদলৈদেৱে কৈছিল যে উপযুক্ত পৰিমাণে টকা হাতত নহলে প্ৰতিযোগিতাত নামিব নেলাগে। ৰোহিণী চৌধুৰীয়ে কৈছিল যে ফুকনেই তেখেতক ৰাজনীতি জীৱনত নমাইছে যেতিয়া তেওঁ কেতিয়াও ফুকনক নেৰে। নিৰ্বাচনতো তেওঁ যথাসাধ্য চেষ্টা কৰিব। তিনিওজনে নিজ নিজ অভিৰুচি মতে কাম কৰিছিল ; কিন্তু নিৰ্বাচনৰ পাছত তিনিও আগৰ দৰেই প্ৰিয় হৈ আছিল। এই নিৰ্বাচনী প্ৰতিদ্বন্দ্বিতাতে টিছু অঞ্চলৰ ৰাইজে দিন নিৰ্দ্ধাৰণ কৰি উভয়পক্ষৰ প্ৰাৰ্থীক উপস্থিত থাকি নিজ নিজ পক্ষৰ মত ৰাইজক জনাবলৈ নিমন্ত্ৰণ দিছিল। ৰোহিণী চৌধুৰী আৰু মই সেই মিটিঙলৈ যাবলৈ তেখেতৰ ঘৰত উপস্থিত হৈছো, এনেতে চকৰদ অঞ্চলৰ কেইজনমান গাৰো ৰাভা মানুহ আহি ফুকনক জনালে যে এটা দঁতাল হাতী ওলাই খেতি-পথাৰ, ঘৰ-দুৱাৰ ভাঙি মানুহৰ দুৰ্গতি কৰিছে ; ফুকনে গৈ হাতীটো মাৰিব লাগে। ফুকনে হাতী মাৰিবলৈ যাব ওলোৱা দেখি চৌধুৰীয়ে একেবাৰে হতভম্ব হৈ ক'লে যে মিটিঙলৈ নগলে সেই অঞ্চলৰ ৰাইজেতো ভোট নিদিয়েই, তাৰ প্ৰতিক্ৰিয়াও বিষম হ'ব। ফুকনে মাত্ৰ ক'লে, "ইহঁত ( মানুহকেইটালৈ আঙুলিয়াই ) মোৰ বৰ আপোন মানুহ। সিহঁতে মহা বিপদত পৰিছে মই যাবই লাগিব। মই ভাবো জীয়াই থাকিলে নিৰ্বাচনী প্ৰতিদ্বন্দ্বিতা আৰু খেলিব পাৰিম

কিন্তু দঁতাল হাতী জঙ্গলত সোমালে আৰু নাপাম।”—এইবুলি কৈয়েই উত্তৰলৈ বাট নাচাই ফুকন গুচি গ'ল। সকলো কাৰ্যকে ফুকনে চিকাৰৰ নিচিনা খেলাৰ দৰে লৈছিল। খেলাৰ সময়ত যথাসাধ্য চেষ্টা কৰিব লাগে, ফলাফল যিয়েই নহওক। ৰাজনৈতিক মতানৈক্যৰ লগত ব্যক্তিগত ভালপোৱা বেয়াপোৱাৰ কথা তেওঁ পৃথকভাৱে দেখিছিল। যিসকলে ভোটৰ সময়ত বিৰুদ্ধাচাৰণ কৰিছিল, তেনে বহুতেই ফুকনৰপৰা সহায় সহানুভূতি লাভ কৰিছিল আৰু ফুকনৰ পক্ষৰ কোনোলোকে ফুকনৰ তেনে কাৰ্যৰ প্ৰতিবাদ কৰিলে তেওঁ উত্তৰ দিছিল, “ফুকন আৰু আনৰ লগত ইয়েই প্ৰভেদ; নহলে ফুকন ইতৰসকলৰ এজনেই হ'ব, ফুকন হৈ আৰু নাথাকে।”

১৯৩৭ চনত কংগ্ৰেছ মহাসভাই মন্ত্ৰিত্ব গ্ৰহণৰ সপক্ষে সিদ্ধান্ত লয়। এই সিদ্ধান্তত ফুকনদেৱ অত্যন্ত আহ্লাদিত হৈছিল আৰু প্ৰকাশ কৰিছিল যে কংগ্ৰেছে মন্ত্ৰিত্ব গ্ৰহণৰ বিপক্ষে থাকি ভুল কৰিছিল। সেই সময়ত তেওঁৰ অতি প্ৰিয় সহকৰ্মী ৰোহিণীকুমাৰ চৌধুৰীয়ে চাৰ শ্বাদুল্লা মন্ত্ৰী সভাত মন্ত্ৰিত্ব কৰিছিল আৰু গোপীনাথ বৰদলৈদেৱে কংগ্ৰেছ দলৰ নেতৃত্ব বহন কৰিছিল। তেওঁৰ চেষ্টাতেই কেনেকৈ শ্বাদুল্লা মন্ত্ৰীসভাৰ পতন হ'ল আৰু কংগ্ৰেছ মন্ত্ৰীসভা গঠিত হ'ল, সেই বিলাক কথা বহুতেই জানে।

# দেশভক্ত ফুকনক মই যেনেকৈ জানিছিলো

দেবেশ্বৰ শৰ্ম্মা

দেশভক্ত তৰুণৰাম ফুকনক মই মহাত্মা গান্ধী পোন-প্ৰথমবাৰ অসমলৈ আহোঁতেহে অলপ ঘনিষ্ঠভাৱে লগ পাইছিলো। তেখেত দেখিবলৈ সুশ্ৰী, সভা-শুৱনী আছিল। যি পোছাকেই পিন্ধক লাগিলে বেছ শুৱাইছিল আৰু তেখেতৰ স্বাস্থ্য অটুট আৰু বলিষ্ঠ আছিল। দেশভক্তৰ ব্যক্তিত্বও অসাধাৰণ আছিল। ১৯১৬-১৭ চনত মই কলিকতাৰ ৰিপন ল কলেজত আইন পঢ়ি থকাৰ সময়ত ইণ্ডিয়ান ডিফেন্স ক'ৰৰ কলিকতা ইউনিভাৰ্চিটিৰ প্ৰথম কোম্পানীটো প্ৰফেছৰ ষ্টালিং আৰু ডঃ সৰ্বাধিকাৰীয়ে গঠন কৰিছিল। মই দ্বিতীয় প্লেটুনটোৰ হাবিলদাৰ (সৈনিক) আছিলো। নেতাজী সুভাষচন্দ্ৰ বসু দ্বিতীয় কোম্পানীৰ সৈনিক আছিল। অৱশ্যে আমাৰ ভালে-কেইজনে পদাতিক সৈন্যৰ যুদ্ধ শিক্ষা লোৱাৰ অভিপ্ৰায়েহে যোগ দিছিলোহঁক। এই সময়ত মই ফুকনক মাজে-সময়ে কলিকতাত লগ ধৰো। অসমীয়া ল'ৰাই তেখেতক লগ ধৰিলে বৰ ভাল পাইছিল। তেখেত কলিকতাত প্ৰায়ে গ্ৰেট্‌ ইষ্টাৰ্ণ হোটেলত থাকে। তেতিয়াৰ দিনত ভাৰতীয়সকলৰ কাৰণে গ্ৰেট্‌ ইষ্টাৰ্ণ হোটেলত প্ৰবেশ নিষেধ আছিল। কিয়নো খাটি ইংৰাজ পোছাক আৰু ইংৰাজ চালচলন নহলে তাত সোমাবলৈ নিদিছিল। এদিন ফুকনে লগ পাই মোক আৰু এজন বন্ধুক গ্ৰেট্‌ ইষ্টাৰ্ণ হোটেলত দুপৰীয়া খাবলৈ লগত লৈ গৈছিল। মোৰ গাত খাকী হাফ্‌পেণ্ট, খাকী কামিজ, বুট আৰু পট্টি। মই তেখেতক কৈছিলো, "এই বেশেৰে গ্ৰেট্‌ ইষ্টাৰ্ণৰ খোৱা কোঠাত সোমাবলৈ সঙ্কোচ হয়। প্ৰথম কথা মই 'হংস মধ্যে বক যথা' হম। দ্বিতীয়তঃ দাৰোৱানে মোক সোমাবলৈ নিদিব।" তেতিয়া মোৰ কথা এৰিছোৱেই, পৰিস্থিতিটো তেখেতৰ নিমিত্তেই সন্তোষজনক নহব। উত্তৰত তেখেতে হাঁহি মাৰি কৈছিল, "বাৰু তুমি আহাঁ, পৰিস্থিতিনো কেনে হয় চাৱেইচোন।" আমি হোটেল সোমাওঁতে দাৰোৱানে তেখেতক চালামহে দিলে, আমাক একোকেই নকলে।

১৯১৭ চনৰ কলিকতা কংগ্ৰেছৰ অধিবেশনতো চিত্তৰঞ্জন দাস আদিৰ লগত ফুকনক দেখিছিলো। সেই সময়ত কলিকতা, বম্বে, মাদ্ৰাজ, এলাহাবাদ

আদিৰ ওকালতিৰ আগশাৰীৰ বাৰিষ্টাৰ বা এড্‌ভোকেটসকলৰেই কংগ্রেছত বেছি প্রতিপত্তি আছিল। এইসকলৰ বহুতৰ লগত ফুকনৰ ঘনিষ্ঠ সম্পর্ক আছিল।

গান্ধীজী গুৱাহাটী আহি পোৱাৰ এদিন কি দুদিনৰ পাছত আমি বহুতো কংগ্রেছ স্বেচ্ছাসেৱক গুৱাহাটী পাইছিলোগৈ। সমগ্র অসমৰ ইমানবিলাক মানুহ গুৱাহাটীত গোট খাইছিল যে আমাৰ ভলন্টিয়াৰ কেম্পত ঠাই নোহোৱা হৈছিলগৈ। ১৯২১ চনত গান্ধীজীক গুৱাহাটীত ফুকনৰ ঘৰতে ৰখা হৈছিল। গান্ধীজীক সেৱা-শুশ্রূষা কৰা স্বেচ্ছাসেৱকবাহিনীৰ ভিতৰত ময়ো এজন আছিলো। দেশভক্ত ফুকনৰ সেই দুদিনৰ অক্লান্ত পৰিশ্রম দেখি বিস্মিত হৈছিলো। তেখেতে ৰাতি অলপ সময়হে শুবলৈ লৈছিল আৰু বাকী প্রায় ১৮ ঘণ্টা মহাত্মাজীৰ সেৱাত আৰু ৰাজহুৱা সভাৰ নানা কামত ব্যস্ত আছিল। আমি পালপাতি ফুকনৰ ঘৰৰ বাৰাণ্ডাত প্রহৰীৰ কাম কৰিছিলো। কাম বুলিবলৈ আমাৰ নিচেই কম আছিল, কিন্তু সততে সতর্ক হৈ থাকিব লগা হৈছিল। আনকি ফুকনৰ হাউলিৰ সন্মুখৰ-ৰাজ আলিয়েদি যোৱা কোনো লোকে হাই-উৰুমি কৰি যাতে গান্ধীজীৰ টোপনিত ব্যাঘাত জন্মাব নোৱাৰে, তাৰ কাৰণেও চকু দিছিলো। গান্ধীজীয়ে হিন্দীতে বক্তৃতা দিছিল আৰু ফুকন ডাঙৰীয়াই লগে লগে তাৰ অসমীয়ালৈ তর্জমা কৰি গৈছিল। ফুকনৰ ভাষা ইমান শুৱলা আৰু প্রাঞ্জল আছিল যে গান্ধীজীৰ বক্তৃতাৰ সকলো কথাই উপস্থিত হিন্দী নজনা ৰাইজেও সুন্দৰকৈ বুজিব পাৰিছিল।

অহিংস অসহযোগ আন্দোলনৰ পৰিপ্রেক্ষিতত ১৯২১ চনত দেশভক্ত ফুকন উজনি অসমলৈ কেইবাবাৰো আহিছিল। প্রতিবাৰেই তেখেতৰ লগত মই প্রায়ে যোৰহাট আৰু শিৱসাগৰৰ ৰাজহুৱা সভালৈ গৈছিলো। যোৰহাটৰ ৰাজহুৱা সভাবিলাকত সচৰাচৰ ৰাইজৰ বেছি সমাগম নহয়। কিন্তু ফুকন ডাঙৰীয়া উপস্থিত হ'ব বুলি প্রচাৰিত হলে বহু ৰাইজ সভালৈ আহে।

এই অসহযোগ আন্দোলন আৰু তিলক ধন-ভঁড়ালৰ টকা তোলাত ফুকন ডাঙৰীয়া যলৈকে গৈছিল, তাতে সফল হৈছিল। তেখেতৰ বাক্-শক্তি অদ্ভুত আৰু তেখেতে যুক্তিৰ দ্বাৰা মানুহৰ মন মোহিত কৰিব পাৰিছিল।

১৯২৩ চনত কংগ্রেছৰ এভাগে বিধান সভাত সোমোৱা আৰু আন-

ভাগে বিধান সভাৰ নিৰ্বাচন কিম্বা বিধান সভাত অংশ গ্ৰহণ কৰাৰ বিৰোধিতা কৰিছিল। কংগ্ৰেছৰ ভিতৰতে দুটা দল হৈ পৰিছিল যদিও য'ত কংগ্ৰেছী লোক প্ৰাৰ্থী হিচাপে থিয় হৈছিল, তাত প্ৰায় সকলো কংগ্ৰেছ কৰ্মীয়েই কম বেছি পৰিমাণে অংশ গ্ৰহণ কৰি সহায় কৰিছিল। ৰোহিণীকান্ত হাতীবৰুৱাৰ বিৰুদ্ধে অত্যন্ত প্ৰভাবশালী, ধনী চাহ খেতিয়ক আৰু লোকেল বৰ্ডৰ চেয়াৰমেন শিৱপ্ৰসাদ বৰুৱাই প্ৰতিদ্বন্দ্বিতা কৰিছিল। ৰোহিণী হাতীবৰুৱাক নিৰ্বাচনত সহায় কৰিবলৈ ফুকন ডাঙৰীয়া যোৰহাটলৈ আহিছিল। ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই ঠেঙাল মৌজাত এখন ৰাজহুৱা সভা আহ্বান কৰিছিল। সেই সভাত মুখিয়াল মুখিয়াল লোকসকলে ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাক সহায় কৰিছিল। সেইসকলৰ ভিতৰত অগ্ৰণী আছিল ধলৰ সত্ৰৰ অধিকাৰ তীৰ্থনাথ গোস্বামী, দেৱেশ্বৰ চলিহা আদি। ৰোহিণী হাতীবৰুৱাৰ সপক্ষে আছিল চন্দ্ৰকমল বেজবৰুৱা। চন্দ্ৰকমল বেজবৰুৱাই নিজৰ গাড়ীৰে ফুকনক লৈ গৈছিল। লগতে আমি কেইজনমান কৰ্মীও গৈছিলো। সেইদিনাৰ সভাত ধলৰ সত্ৰৰ অধিকাৰ তীৰ্থনাথ গোস্বামীদেৱক সভাপতি পতা হৈছিল। সভাত আকস্মিকভাৱে ফুকন ডাঙৰীয়া উপস্থিত হোৱা দেখি ৰায়-বাহাদুৰৰ মানুহে প্ৰমাদ গণিছিল। কিয়নো ফুকনৰ বক্তৃতাত ভোল নোযোৱা মানুহ কেইজন ওলাব? তীৰ্থনাথ গোস্বামী বুদ্ধিয়ক লোক আছিল। তেখেতে সভাপতিৰ আসনৰপৰা ঘোষণা কৰিলে যে আন বেছিলোকে সভাত বক্তৃতা দিব নোৱাৰে। মাত্ৰ প্ৰাৰ্থী দুজনেহে তেওঁলোকৰ নিজৰ নিজৰ বক্তব্য ক'ব পাৰিব। তেওঁলোক দুয়োৰে বক্তৃতা শুনি কাক ভোট দিব, তাক ৰাইজে স্থিৰ কৰিব। এই ফন্দিটোৰ তাৎপৰ্য আছিল। কাৰণ ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা এজন সু-বক্তা আৰু তেখেতৰ কথাৰ ভাৱ-ভঙ্গী, ভাষা ৰাইজৰ মনোগ্ৰাহী। আনহাতে ৰোহিণীকান্ত হাতীবৰুৱা বক্তৃতা দিয়াত অপটু আছিল। সভাপতিয়ে আসনৰপৰা প্ৰাৰ্থী দুজনকহে বক্তৃতা দিব পাৰিব বুলি কোৱাত আমাৰ দল বিষম সমস্যাত পৰিল। কিয়নো হাতীবৰুৱাৰ বক্তৃতা ৰায়বাহাদুৰৰ বক্তৃতাৰ তুলনাত বে-সুৰীয়া হব বুলি আমাৰ বুজিবলৈ অলপো বাকী নাছিল। এই অৱস্থাত দেশভক্ত ফুকনে মোৰ চকুলৈ চাই মিচিকিয়াই হাঁহি ক'লে,

"এতিয়া কি কৰাহে?" মই দেখিলো যে সভাখনত বেছিভাগেই ঠেঙাল ৰাইজ আৰু মেধি, গাওঁবুঢ়া আদি গাৱঁৰ বয়োজ্যেষ্ঠ আৰু নেতৃস্থানীয় লোক। মই থিয় হৈ ৰাইজক সম্বোধন কৰি ক'লো, "আমাক কোৱা হৈছে যে প্ৰাৰ্থী দুজনেহে তেওঁলোকৰ নিজৰ কি কথা কবলৈ আছে—কওঁক; আনে কোৱা বা বক্তৃতা দিয়াৰ আৱশ্যক নকৰে, এইটো ভাল কথা। কিন্তু বাস্তৱতে জানো এইবোৰ কথা আমাৰ সমাজত এনেদৰে চলে? আপোনালোক গাৱঁৰ গাওঁবুঢ়া, মেধি আদি বয়োজ্যেষ্ঠসকল উপস্থিত থাকিলে জানো গাৱঁৰ ডেকা ল'ৰাবিলাকে মেলত কথা কয়? আপোনালোকৰ দৰে মুৰব্বীসকলেহে মেলত ভাগ লয়।" তেতিয়া ৰাইজে "হয়" বুলি মোৰ কথা সমৰ্থন কৰিলে। মই আকৌ ক'লো, "ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা এগৰাকী গুণী-মানী লোক। তেখেতে নিশ্চয় ৰাইজৰ আগত বক্তব্য দাঙি ধৰিব আৰু ৰাইজেও নিশ্চয় কাণপাতি শুনিব। কিন্তু আমাৰ মাজত আজি তৰুণৰাম ফুকন ডাঙৰীয়া আছে। আমাৰ দলৰ তেখেত এগৰাকী বৰমেধি। তেখেত সভাত উপস্থিত থাকোতে জানো আমাৰ কম বয়সীয়া ডেকাই ৰাইজৰ আগত বক্তব্য দাঙি ধৰা উচিত হ'ব? ফুকন ডাঙৰীয়াৰ তুলনাত হাতীবৰুৱা দুগ্ধপোষ্য বালক। এতিয়া আপোনালোকে আমাৰ খেলৰ বৰমেধিৰ লগত আলোচনা কৰিব নে ডেকা ল'ৰা হাতীবৰুৱাৰ কথা শুনিব?" তেতিয়া সভাত উপস্থিত থকা বয়োজ্যেষ্ঠসকলে একেআষাৰে কৈ উঠিল, "কথাটো হয়; ফুকন ডাঙৰীয়া থাকোতে আমি ডেকা লৰাৰ কথা শুনাটো উচিত নহব।" অৱশ্যে এইটোও ঠিক যে বহুতে ফুকন ডাঙৰীয়াৰ বক্তৃতা শুনাৰো লোভ সামৰিব পৰা নাছিল। ফুকনে কংগ্ৰেছৰ পক্ষৰপৰা সেই সভাত এটা চিত্তাকৰ্ষক বক্তৃতা দিছিল। ফুকনৰ বক্তৃতাত সেই সভাত থকা ঠেঙাল মৌজাৰ ৰাইজ মুগ্ধ হৈছিল, যদিও নানা ব্যক্তিগত কাৰণত ঠেঙালৰ মৌজাৰ অধিকাংশ ৰাইজে ৰায় বাহাদুৰৰ বিৰুদ্ধে ভোট দিব পৰা নাছিল।

সেইদিনা আমি ঘূৰি আহোঁতে বাটত আৰু এটা স্মৰণীয় ঘটনা ঘটিছিল। সভালৈ যাওঁতে আমি দুখন গাড়ীৰে গৈছিলো। চন্দ্ৰকমল বেজবৰুৱাই নিজেই গাড়ী চলাইছিল। তেখেতৰ গাড়ীত আছিল তৰুণৰাম ফুকন আৰু লাহিঙৰ ৰায়চাহাব নাৰায়ণ বৰুৱাৰ পুতেক বিষ্ণুপ্ৰসাদ বৰুৱা

( সাধাৰণতে এখেতক বাসু বুলি মতা হয় )। মই আৰু মোৰ লগৰকেইজন আলিয়েদি উভতি আহি যেতিয়া বাঘচোং পাইছিলোহি, তেতিয়া কিবা কথা প্ৰসঙ্গত বিষ্ণুপ্ৰসাদ বৰুৱাই নভবা-নিচিন্তাকৈ কৈছিল, "ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা মৰাহেঁতেনেই ভাল আছিল। তেতিয়া হলে আমাৰ ইমানখিনি কষ্ট কৰিবলগীয়া নহলহেঁতেন।" তেওঁ সেই কথা কবলৈহে পালে তৰুণৰাম ফুকনে ( তেখেত আগফালে বেজবৰুৱাৰ লগত বহি আছিল ) বেজবৰুৱাক ক'লে, "গাড়ী ৰখাওক।" গাড়ী ৰখোৱা মাত্ৰকে তেখেত তৎক্ষণাত গাড়ীৰপৰা নামি আহিল। আমি একো বুজিব পৰা নাছিলো। ফুকনে নামি আহি ক'লে, "মই এনেকুৱা বেয়া মানুহৰ লগত একেলগে নাযাওঁ। অন্তুতঃ যুঁজিবলৈকেতো শিৱপ্ৰসাদ বৰুৱা ভালে থাকিব লাগে।" তেতিয়া বিষ্ণুপ্ৰসাদে কৰযোৰে ক্ষমা খুজিলে আৰু আমি ফুকন ডাঙৰীয়াক কাবৌ-কোকালি কৰাতহে পুনৰ গাড়ীত উঠি বহিল। এনেবিলাক সৰু ঘটনাৰপৰাই বুজিব পাৰি ফুকন ডাঙৰীয়া মানুহজন কেনে বহল মনৰ আছিল।

দেশভক্ত ফুকনৰ মহান ব্যক্তিত্ব সম্পৰ্কে আৰু এটা ঘটনা মনত পৰে। ৰোহিণী হাতীবৰুৱাৰ হৈ নিৰ্বাচনৰ ভোটৰ নিমিত্তে এখন সভালৈ গৈছিলো। গন্তব্য স্থানলৈ যাবলৈ হলে যোৰহাট টী কোম্পানীৰ চাহ-বাগিচাৰ ভিতৰেদি যাব লাগে; নহলে উপায় নাই। তেতিয়াৰ চাহ-বাগিচাৰ ইংৰাজবোৰ একগোট হৈ কংগ্ৰেছৰ সৰ্বতো প্ৰকাৰে দুৰ্ঘোৰ বিৰোধিতা কৰিছিল। খদ্দৰ আৰু গান্ধী টুপী পিন্ধা মানুহ চাহ-বাগিচাৰ মাজেদি যোৱাটো অসম্ভৱ হৈছিল। বাগিচাৰ সকলো প্ৰবেশ-দ্বাৰ বন্ধ কৰি থয় আৰু মেনেজাৰৰ হুকুম নহলে খুলি নিদিয়ে। আমি দুই কি তিনিজন মটৰেৰে সভাৰপৰা আহি বন্ধ গেট পালোগৈহঁক। মটৰৰ কিবা এটা বিজুতি হোৱাত ফুকন যোৱা মটৰখন অলপ পাছ পৰিছিল। চকীদাৰে গেটখন খুলি নিদিয়াত মটৰৰ দলটোৱে গেটখন হেঁচি ভাঙি দিলে আৰু লগে লগে হুলস্থুল লাগিল। তেনেতে বাগিচাৰ হটঙা ইংৰাজ মেনেজাৰজনে হাতত ডাঙৰ লাঠী এডাল আৰু লগত ছয়জনমান বনুৱা লৈ ৰুদ্ৰমূৰ্তি ধৰি সিপিনৰপৰা আহোঁতেই ফুকন ঘটনাস্থলী পালেগৈ। "কামটো ভাল নকৰিলাহঁকহে" বুলি ফুকন চাহাবজনৰ-ফালে আগবাঢ়ি গ'ল। চাহাবে লাঠীডাল লৈ আগবাঢ়ি আহিল। ফুকনে

ক'লে, "মিষ্টাৰ, মিষ্টাৰ, আপুনি ক্ষান্ত হওক (Mister, Mister, stop all that), আপুনি ভদ্ৰ হওঁক (Be a gentleman)।" ফুকনৰ কথা শুনি ইংৰাজ চাহাব থতমত খাই গ'ল আৰু কিবা এটা গোৰগোৰাই কব খুজিলে ; কিন্তু ফুকনে চাহাবক কবলৈ সুবিধা নিদি ক'লে, "মই ভালেমান বছৰ ইংলণ্ডত আছিলো। পৃথিবীৰ ভিতৰতে উচ্চ শ্ৰেণী ইংলণ্ডবাসী লোকক লগ পাইছিলো। তেওঁলোকৰ প্ৰতি মোৰ শ্ৰদ্ধা হয়। তুমি ইংলণ্ডৰ সুনামত কলঙ্ক নানিবা।" (I lived many years in England—many years. I met some of the best Britishers in the world. I have high regards for them. Don't disgrace the name of England. Please don't.) চাহাবে হতভম্ব হৈ চকীদাৰক বাট এৰি দিবলৈ ক'লে। ফুকনে ধন্যবাদ দি "আমি দুয়ো বন্ধু হওঁহকঁ, আহাঁ" বুলি কৰৰ্মদন কৰিলে। ফুকনৰ অসাধাৰণ ধৈৰ্য আৰু ব্যক্তিত্বৰ কাৰণেই সেইদিনা অশুভ ঘটনা এটাৰপৰা হাত সাৰিলো।

১৯২৬ চনৰ কংগ্ৰেছ অধিবেশনত দেশভক্ত ফুকনৰ অসীম কৰ্ম-ক্ষমতা আৰু বিষম সময়তো ধৈৰ্য-গুণ সুন্দৰকৈ প্ৰকাশ পাইছিল। এই কংগ্ৰেছ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল দেশভক্ত ফুকন আৰু সাধাৰণ সম্পাদক আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ। তেতিয়া ভাৰতত বৃটিছৰ প্ৰবল প্ৰতাপ আছিল আৰু কংগ্ৰেছ আছিল তেওঁলোকৰ চকুৰ শূল। কিমান বাধা-বিঘিনি আৰু আলৈ-আহুকালৰ মাজেদি কংগ্ৰেছৰ গুৱাহাটী অধিবেশন সম্পন্ন হৈছিল, সেই অধিবেশনৰ কথা আজিৰ পুৰুষৰ মনত বুঢ়ী আইৰ সাধু যেনহে লাগিব। প্ৰতি খোজতেই চৰকাৰ, চৰকাৰৰ বিষয়াসকল আৰু সেই সকলতকৈয়ো চৰকাৰৰ 'ধেমাধৰা' সকলে কংগ্ৰেছ অধিবেশনৰ আয়োজনত চাৰিওফালৰপৰা বাধা-বিঘিনি জন্মাইছিল। অধিবেশন পাতিবলৈ ঠাই এডোখৰকে নোপোৱা যেন হৈছিল। কামাখ্যা পাহাৰৰ পশ্চিমে নামনিত পাণ্ডাসকলৰ মাটিৰ অটব্য জঙ্গল আৰু কোটকোৰা বাঁহ উঠাই কংগ্ৰেছ অধিবেশন পতা হৈছিল। গুৱাহাটীৰ নিচিনা ক্ষুদ্ৰ ( তেতিয়াৰ দিনত ) নগৰ এখনত কংগ্ৰেছ অধিবেশন পতা-কথাটো চিন্তাৰ অগোচৰ আছিল। কিন্তু যেতিয়া ভাৰতৰ নেতৃবৃন্দ আহি কংগ্ৰেছ অধিবেশনৰ স্থলত উপস্থিত হৈ অসমীয়া শিপিনীয়ে হাতে কটা সূতাৰে বোৱা কাপোৰেৰে ২০ হেজাৰ মানুহ বহিব পৰা মণ্ডপ দেখিবলৈ পালে আৰু নেতৃবৃন্দ, প্ৰতিনিধি

থকা সৰু সৰু অথচ ধুনীয়া খেৰ-বাঁহৰ কুটীৰসমূহ দেখিলে, তেতিয়া তেখেত-সকলে নথৈ প্ৰশংসা কৰিবলৈ ধৰিলে। কংগ্ৰেছ নগৰখন সম্পূৰ্ণভাৱে সকলো প্ৰকাৰে নকৈ সৃষ্টি কৰিবলগীয়া হৈছিল। সেইদৰেই পানীৰ যোগান আৰু বিজুলী-বাতিৰো আছুতীয়া ব্যৱস্থা কৰিবলগা হৈছিল। এহাতে অৰ্থ-কড়ি সংগ্ৰহ আৰু আনহাতে কংগ্ৰেছৰ প্ৰস্তুতিৰ যাৱতীয় কাৰ্যত দিহা দিয়া আৰু চকু ৰখাত দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈ উভয়ে কেনে বিচক্ষণ কৰ্মী পুৰুষ আছিল, সি সম্পূৰ্ণৰূপে প্ৰকাশ পাইছিল। এই অধিবেশনৰ স্বেচ্ছাসেৱক আৰু সেৱিকা দলৰ সৰ্বাধিনায়ক মোক পতা হৈছিল। ফুকন ডাঙৰীয়াৰ কেতিয়াবা কিবা জৰুৰী কথা মনত পৰিলে ৰাতি পুৱালৈ অপেক্ষা নকৰি ৰাতি বাৰ-এক বজাতেই কংগ্ৰেছ নগৰলৈ আহি দিহা পৰামৰ্শ দিছিলহি। বৃটিছ চৰকাৰৰ প্ৰৱল বিৰোধিতা সত্ত্বেও কংগ্ৰেছী লোকসকল আৰু ৰাইজৰ সহায়ত এই অধিবেশনৰ কৃতকাৰ্যতা সম্ভৱপৰ হৈছিল। কিন্তু শেষ মুহূৰ্তত কিনকিনিয়া বৰষুণ আৰু ফেৰফেৰিয়া চেচাঁ বতাহে কংগ্ৰেছৰ মুকলি অধিবেশনৰ ভয়ানক বিজুতি ঘটাইছিল। প্ৰতিনিধিসকল থকা কুটিৰসমূহৰ চালে উৰুখা বাবে ভিতৰত মানুহ থাকিব নোৱাৰা হ'ল। তেতিয়া ফুকন ডাঙৰীয়াই জাহাজ কোম্পানীৰ লগত আলোচনা কৰি এখন ডাঙৰ ফ্লেট পাণ্ডু নগৰৰ কাষতে ব্ৰহ্মপুত্ৰত লগাই প্ৰতিনিধিসকলৰ থকাৰ ব্যৱস্থা কৰি দিছিল। সেই সময়ত কংগ্ৰেছৰ নেতৃবৃন্দ আৰু কৰ্মীসকলৰ কেনেকুৱা অৱস্থা হৈছিল, তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। কিন্তু এনে দুৰ্যোগতো দেশভক্ত ফুকন অবিচলিত থাকি হাঁহি মুখেৰে, সৰ্বতোপ্ৰকাৰে সকলোকে উদগনি যোগাইছিল।

কংগ্ৰেছ অধিবেশন সু-সম্পন্ন কৰি তুলিবলৈ যিমানখিনি ধনৰ প্ৰয়োজন হৈছিল, সিমানখিনি ধন সংগ্ৰহ হোৱা নাছিল। প্ৰতিনিধিবৰ্গৰ মাচুলৰ-পৰা ধন উঠিব বুলি আশা কৰা হৈছিল। কিন্তু গুৱাহাটী কংগ্ৰেছ অধিবেশনত যিমান প্ৰতিনিধি আৰু দৰ্শক একত্ৰিত হ'ব বুলি ভবা হৈছিল, সিমানসংখ্যক প্ৰতিনিধি আৰু দৰ্শকৰ সমাগম নহ'ল। কাৰণ, ভাৰতৰ বিভিন্ন প্ৰদেশৰপৰা অসম বহু দূৰৈত আৰু যাতায়াতৰো বৰ অসুবিধা আছিল। সেই কালত ভাৰতৰ উত্তৰ আৰু দক্ষিণৰ মানুহে অসমৰ বিষয়ে সামান্যভাৱেহে জানিছিল। বেছিভাগ মানুহে অসম ক'লাজ্বৰ আৰু বাঘ-ভালুকৰ স্থান বুলিহে শুনিছিল।

সেই কাৰণে এই অধিবেশনলৈ আশানুৰূপ প্ৰতিনিধি আৰু দৰ্শক নাহিল। তদুপৰি কিন্‌কিনিয়া বৰষুণ আৰম্ভ হ'লত, উপস্থিত প্ৰতিনিধিবৃন্দৰ বহু সংখ্যকে মাচুল আদায় কৰাৰ আগেয়ে যেনি তেনি থাকি শেষত বিদায় লৈছিল। ফলত কংগ্ৰেছ অধিবেশনৰ বহুত ধাৰ লাগিল। এই ধাৰ পৰিশোধ কৰিবৰ কাৰণে ফুকন আৰু বৰদলৈৰ সম্পত্তি বিক্ৰী কৰিবলগা হ'ল। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ যুগত এনেকুৱা ত্যাগৰ উদাহৰণ বিৰল বুলি কলেও বঢ়ায় কোৱা নহয়।

দেশভক্ত ফুকন এগৰাকী খ্যাতনামা বিচক্ষণ উকীলো আছিল। তেখেতৰ যুক্তি অখণ্ডনীয় আৰু বাক্‌শক্তি অতুলনীয়। দুটা ডাঙৰ মোকৰ্দমাত মই ফুকনৰ সহায়কাৰী হিচাপে কাম কৰিবলৈ সুযোগ পাইছিলো। কানান দাভান হিলছ্ প্ৰদিউচ্ কোম্পানীৰ ন-কছাৰী বাগানৰ মাজেদি এটা বহু-দিনীয়া, ৰাইজ অবাধে যাতায়াত কৰা আলি আছিল। ন-কছাৰী বাগানৰ চুপাৰিণটেনডেণ্ট মিঃ ডটন্ (Mr. Dotton) চাহাবে এই আলিয়েদি ৰাইজৰ যাতায়াতত বাধা দিবলৈ আৰম্ভ কৰিলে। চন্দ্ৰকমল বেজবৰুৱা ডাঙৰীয়াৰ বাগান এখনলৈয়ো এই আলিয়েদিয়েই যাব লগা হয়। বাধাপ্ৰাপ্ত হৈ বাটৰ অধিকাৰ (right of way) সাব্যস্তৰ নিমিত্তে এটা দেৱানী গোচৰ বেজবৰুৱাই তৰিলে। এই গোচৰত বেজবৰুৱা আৰু ৰাইজৰ তৰফে তৰুণ ফুকন আৰু কেইবাজনো উকীল আছিল, লগতে ময়ো সহায়কাৰী হিচাপে আছিলো। ন-কছাৰী বাগানৰ কৰ্তৃপক্ষই কলিকতাৰপৰা উকীল আনিছিল। বেজবৰুৱাই ৯৫ জন সাক্ষী দিছিল। ফুকনে মিঃ ডটন চাহাবক জেৰা কৰোতে ডটনৰ প্ৰায় পটলুং সলাবৰ অৱস্থা হৈছিল। এই মোকৰ্দমাৰ তৰ্ক শুনিবলৈ আদালতৰ কোঠাত বহুত লোকৰ সমাগম হৈছিল আৰু ফুকনৰ তৰ্ক শুনিবলৈ ৰাইজ কাঁহ পৰি জীন যোৱাৰ দৰে নিতাল মাৰি আছিল। এই মোকৰ্দমাত বেজবৰুৱা আৰু ৰাইজ পক্ষৰ জয় হৈছিল আৰু আলিটো আজিও ৰাইজৰ হৈয়ে আছে। এই গোচৰত ফুকন সোমেশ্বৰ মেনেজাৰৰ পুত্ৰ ফণী শৰ্মাৰ তৰাজানত থকা বঙলাত আছিল। ফুকনে পিন্ধা আচ্‌কণেই হওঁক কিম্বা কোট-পটলুঙেই হওক, প্ৰতিদিনেই ধোবাৰ দ্বাৰা ইস্ত্ৰি কৰাই আনিবলগা হৈছিল। তেখেত মানুহজন দেখিবলৈ যেনে সভা-শুৱনী পুৰুষ আছিল, তেনেকৈ সাজ-পোছাকো পৰিপাটি আছিল।

এদিন ধোবাৰ ঘৰৰপৰা কাপোৰ ইস্ত্ৰি কৰাই অনাত অলপ পলম হ'ল। ইপিনে কাচাৰীলৈ যোৱাৰ সময়ো পাৰ হৈ গৈছিল। সহায়কাৰী উকীল আৰু বন্ধু-বান্ধৱৰ মাজত আতঙ্কৰ সৃষ্টি হ'ল। ফুকনৰ কাপোৰ অহা নাই, অথচ ফুকন কাচাৰীলৈ যোৱাৰ সময় হৈ গ'ল। উপস্থিত সকলোৱে বিমৰ্ষ ভাব দেখি ফুকনে ৰহস্য কৰি হাঁহি কৈছিল, "বাৰু কাপোৰ আহি নাপালেও মোৰ পিন্ধিবলৈ কাপোৰ আছে। মই যিহকে নিপিন্ধো লাগে, দেবেশ্বৰৰ দৰে কুঞ্চচ নহওঁ।" এই কথাত সকলোৱে গিৰ্জনি মাৰি হাঁহিলে। ফুকনৰ ৰসিকতাই অফুৰন্ত আনন্দ দিব পাৰিছিল।

দ্বিতীয় গোচৰটো আছিল ডিব্ৰুগড়ৰ নপত ৰায় কেডিয়াৰ। ১৯৩৭ চনৰ অসম উচ্চ পৰিষদৰ নিৰ্বাচনত ৰায়বাহাদুৰ ৰামেশ্বৰ চহৰীয়া জিকিছিল। নিৰ্বাচন নাকচ কৰিবলৈ কেডিয়াই গোচৰ তৰিছিল আৰু ফুকনক উকীল নিযুক্ত কৰিছিল। লগত কুলধৰ চলিহা আৰু মোক সহায়কাৰী হিচাপে নিযুক্ত কৰিছিল। ফুকনক গোচৰৰ সকলো তথ্য আৰু সংশ্লিষ্ট আইন-কানুন সহায়কাৰীয়ে সততে পঢ়ি শুনাব লাগে। তেখেতে কাচিৎহে নিজে পঢ়ে। কিন্তু তেখেতৰ স্মৃতি-শক্তি ইমান প্ৰখৰ আছিল যে আইন আৰু তথ্য এবাৰ শুনিলেই ভালকৈ মনত ৰৈ গৈছিল আৰু অতি শুৱলা ভাষাত পুনৰাবৃত্তি কৰিব পাৰিছিল।

এই দুয়োটা মোকৰ্দমাত মই দেখিবলৈ পাইছিলো, দেশভক্ত ফুকন কেনে শীৰ্ষস্থানীয় আৰু বিচক্ষণ উকীল আছিল। ফুকনে অইন কথা বাদ দি কেৱল কলিকতাতে যদি ওকালতি কৰি থাকিলহেঁতেন, তেতিয়াহলে তেখেত ভাৰতৰ ভিতৰত এগৰাকী বিখ্যাত উকীল হ'লহেতেন।

১৯৩৭-৩৮ চনত যেতিয়া অসম বিধান সভাৰ কংগ্ৰেছ দলে সংখ্যা লঘিষ্ঠ হৈয়ো মুছলিম লীগৰ সংখ্যা গৰিষ্ঠ গৱৰ্ণমেণ্ট দলক পৰাজয় কৰিবলৈ যত্ন কৰিছিল, তেতিয়া ফুকন ডাঙৰীয়াই বিশেষ অৰিহণা যোগাইছিল। মঙ্গলদৈৰ পুৰন্দৰ শৰ্মা, গৌৰীপুৰৰ সন্তোষ-কুমাৰ বৰুৱা, মিকিৰ পাহাৰৰ খৰচিং টেৰণ প্ৰমুখ্যে ভালেকেইজন সদস্যই ফুকনৰ কথা পেলাব নোৱাৰিহে কংগ্ৰেছক সমৰ্থন দিছিল।

এদিন গুৱাহাটীৰপৰা ফুকন আৰু মই মিকিৰ পাহাৰৰপৰা খৰচিং টেৰণক আনিবলৈ বুলি যোৰহাটলৈ আহিছিলো। আমি এখন টেক্সি ভাৰা

কৰি তিনি বজাত গুৱাহাটীৰপৰা ৰাওনা হলো। আমি যোৰহাট হৈ ডিফুলৈ যোৱাৰ কথা। নহলে সেইদিনত গাড়ীৰে যাব পৰা আন বাট নাছিল। গোপীনাথ বৰদলৈয়ে ফুকনক অনুৰোধ কৰি পঠিয়াই দিছিল আৰু চীফ হুইপ হিচাপে মই লগত আহিছিলো। গাড়ীখনৰ টিউব-টায়াৰ বৰ পুৰণি আৰু পচা আছিল। বাটত সাতবাৰ চকা ফুটিছিল। মেৰামতি কৰি আহোঁতে আহোঁতে আমি পাছদিনা দহমান বজাতহে যোৰহাট পাইছিলোহি। ৰাতি চলন্ত গাড়ীত যিমান সময় কটাইছিলো, তাতকৈ বেছি সময় গাড়ী মেৰামতি কৰোতে ৰাষ্টাত ৰৈ থাকিবলগা হৈছিল। যেতিয়া শেহৰাতি গাড়ীৰ টিউব ফুটিল, তেতিয়া মেৰামতি কৰোতে এঘণ্টা সময় ৰ'ব লগা হৈছিল। সেই সময়ছোৱাত শিৱৰ তাণ্ডৱ নৃত্যৰ সংস্কৃত শ্লোক মাতি দেশভক্ত ফুকনে ট্ৰাঙ্ক ৰোডৰ ওপৰত নিজে তাল ৰাখি তাণ্ডৱ নৃত্য কৰি দেখুৱাই সময় কটাইছিল। মই তেখেতৰ স্ফূৰ্তি-শক্তি, উদ্যম আৰু সকলো অৱস্থাতে অবিষণ্ণতা দেখি তবধ মানিছিলো। এনে কষ্টৰ ৰাতিটো আলিবাটৰ ওপৰত কেনেকৈ কটাইছিলো, তাক মই অনুভৱ কৰিব পৰাই নাছিলো।

১৯৩৮ চনত কংগ্ৰেছ সভাপতি নেতাজী সুভাষ বসুক আনি কংগ্ৰেছ মন্ত্ৰীসভা গঠনত দেশভক্তই আগভাগ লৈছিল। সৰ্বগুণী পুৰুষজনৰ বহুমুখী প্ৰতিভাৰ সকলো দিশ ব্যাখ্যা কৰিবলৈ গলে এখন বুজন কিতাপ হব। এই প্ৰবন্ধৰ ক্ষুদ্ৰ পৰিসৰত মাত্ৰ কেইটামান দিশহে উল্লেখ কৰিব পৰা হ'ল।

এই মহানুভৱ, সৰ্বগুণী, বিদ্বান, লোকনমস্য সুপুৰুষ নেতাগৰাকীৰ জন্ম শত-বাৰ্ষিকীত মোৰ ভক্তিপূৰ্ণ শ্ৰদ্ধাঞ্জলি আগবঢ়ালো।

# দেশভক্তৰ স্মৃতিত

## সতীশ চন্দ্ৰ কাকতী

"মই অসমৰ উপকাৰ নকৰিব পাৰো, কিন্তু দৃঢ়তাৰে মই কওঁ যে মই অসমৰ একো অপকাৰ কৰা নাই।"

এই কথাষাৰ কোনে, কেতিয়া আৰু কি সম্পৰ্কত কৈছিল তাক থূল-মূলকৈ আলোচনা কৰা যাওক।

১৯৩৪ চনৰ ছেপ্তেম্বৰ-অক্টোবৰৰ সময়ছোৱা। ভাৰতত কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্বাচন। অসমত অসম উপত্যকাৰ অ-মুছলমান সমষ্টিত দুজন প্ৰাৰ্থী—কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈক অসম প্ৰদেশ কংগ্ৰেছ কমিটীয়ে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে মনোনীত কৰিছে আৰু তেওঁৰ বিপক্ষে থিয় দিছে দেশভক্ত তৰুণৰাম ফুকন। কৰ্মবীৰ আৰু দেশভক্ত দুয়োজন সিংহ-পুৰুষ আৰু ৰাইজৰ বৰেণ্য। গতিকে এই নিৰ্বাচনী ৰণখন বৰ ইংগিতপূৰ্ণ আৰু ঐতিহাসিক আছিল। সুৰমা উপত্যকাত এই নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী আছিল বসন্ত কুমাৰ দাস আৰু তেওঁৰ বিৰুদ্ধে থিয় হৈছিল স্বতন্ত্ৰ প্ৰাৰ্থী হিচাপে গোপিকা ৰমণ ৰায়। উল্লেখযোগ্য যে সেই সময়ত ছিলেট জিলা সমন্বিতে সুৰমা উপত্যকা বঙ্গ প্ৰদেশ কংগ্ৰেছ কমিটীৰ অন্তৰ্ভুক্ত আছিল আৰু বসন্ত বাবুৰ মনোনয়ন বঙ্গ প্ৰদেশ কংগ্ৰেছ কমিটীয়ে স্থিৰ কৰিছিল।

অসমত অসম উপত্যকাৰ অ-মুছলমান কংগ্ৰেছ প্ৰাৰ্থী মনোনয়ন কৰা কাৰ্য বৰ উজু নাছিল। সেই সময়ত দেশভক্ত ফুকনৰ জনপ্ৰিয়তা আৰু প্ৰভাৱ কোনো লোকতকৈ কম নাছিল; আচলতে ফুকনে সৰ্বভাৰতীয় নেতাসকলৰ ভিতৰত অন্যতম হিচাপে খ্যাতি লাভ কৰিছিল। কাৰণ তেওঁ ১৯২৩ চনৰপৰা ১৯৩৪ চনলৈ কেন্দ্ৰীয় ব্যৱস্থাপক সভাত অসমৰ অ-মুছলমান সমষ্টিৰপৰা নিৰ্বাচিত সদস্য আছিল। ফুকনে তেওঁৰ ব্যক্তিত্ব, বাক-চতুৰতা আৰু দেখনিয়াৰ শৰীৰৰ দ্বাৰা সৰ্বভাৰতীয় নেতা মতিলাল নেহৰু, চিত্তৰঞ্জন দাস, পণ্ডিত মদনমোহন মালব্য, সত্যমূৰ্তি প্ৰভৃতিৰ লগত ঘনিষ্ঠ সম্বন্ধ ঘটাব পাৰিছিল। অসমতো দেশভক্ত ফুকনক সমৰ্থন আৰু সন্মান কৰা বহুত লোক আৰু সতীৰ্থ আছিল। গতিকে কংগ্ৰেছ মহলত

এটা গোষ্ঠীয়ে ফুকন ডাঙৰীয়াকেই ১৯৩৪ চনৰ নিৰ্বাচনতো কংগ্ৰেছৰ মনোনয়ন দিয়াৰ সপক্ষে আছিল।

কংগ্ৰেছৰ মনোনয়ন কাক দিয়া হব, তাক নিৰ্দ্ধাৰণ কৰিবলৈ তেজপুৰত আগষ্ট মাহত অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সভা বহে। সেই সভাত দুজন লোকৰ এজন কুলধৰ চলিহা আৰু আনজন নবীনচন্দ্ৰ বৰদলৈৰ নাম প্ৰস্তাব কৰা হয়। প্ৰস্তাব হয় যদিও, চলিহাদেৱে তেওঁৰ নামটো উঠাই লোৱাত বৰদলৈদেৱ কংগ্ৰেছ প্ৰাৰ্থী মনোনীত হয়। এই সিদ্ধান্ত সৰ্বসম্মতিক্ৰমেই লোৱা হৈছিল; কিন্তু মহম্মদ তৈয়বুল্লা আৰু আন কেইজনমান সদস্যই পৰামৰ্শ দিয়ে যে সেই সময়ত কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সদস্য হৈ থকা ফুকনদেৱৰ নামটোও বিবেচিত হব লাগে আৰু ফুকন আৰু বৰদলৈ এই দুয়োজনৰ ভিতৰত কোনজনক কংগ্ৰেছৰ প্ৰাৰ্থীত্ব দিলে কংগ্ৰেছে নিৰ্বাচনত জয় লাভ কৰিব পাৰিব, সেইটো বিবেচনা কৰি চূড়ান্ত সিদ্ধান্তৰ বিষয়টো কংগ্ৰেছ উৰ্দ্ধতন মহললৈ পঠিয়াই স্থিৰ কৰিব লাগে। কিন্তু কোনো কোনো সদস্যই আপত্তি উত্থাপন কৰি ক'লে যে ফুকন ডাঙৰীয়াই আনুষ্ঠানিকভাৱে কংগ্ৰেছৰ মনোনয়ন বিচাৰি দৰ্খাস্ত দিয়াই নাই; সেই কাৰণে তেওঁক মনোনয়ন দিয়াৰ প্ৰশ্ন উঠিব নোৱাৰে। সিমানতেই কংগ্ৰেছৰ মনোনয়ন পৰ্ব অন্ত পৰিল আৰু শেহান্তৰত ১৯৩৪ চনৰ ২৯ অক্টোবৰত হবলগীয়া কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্বাচনত অসমৰ ভৈয়াম উপত্যকাৰ অ-মুছলমান সমষ্টিত কংগ্ৰেছ প্ৰাৰ্থী নবীনচন্দ্ৰ বৰদলৈ, আৰু পণ্ডিত মদনমোহন মালব্য, এম-এচ আনে প্ৰভৃতিৰ দ্বাৰা গঠিত নেচনেলিষ্ট দলৰ প্ৰাৰ্থী তৰুণৰাম ফুকনৰ মাজত তুমুল প্ৰতিদ্বন্দ্বিতা হ'ল।

ফুকন নিঃসন্দেহে এজন শক্তিশালী প্ৰাৰ্থী আছিল। আনহাতে, কংগ্ৰেছে এই নিৰ্বাচনক এটা পৰীক্ষামূলক যুদ্ধ হিচাপে গ্ৰহণ কৰি ফুকনক পৰাজয় কৰিবলৈ উঠি পৰি লাগিল। কংগ্ৰেছৰ ভিতৰত ফুকনক যিসকলে সন্মান কৰিছিল আৰু প্ৰকৃততে তেওঁৰ গুণমুগ্ধ আছিল, তেওঁলোকে পেটে পেটে ফুকন নিৰ্বাচনী যুঁজত পৰাজয় হোৱাটো বাঞ্ছা নকৰিছিল। অৱশ্যে আজি-কালিৰ দৰে তেতিয়াৰ কংগ্ৰেছ কৰ্মী বা নেতাই কংগ্ৰেছৰ মনোনয়ন নাপাই বিভীষণৰ ভাও লোৱা নাছিল বা দলবাগৰা শ্ৰেণীৰ নাছিল। কংগ্ৰেছ মহলৰ যিসকলে ফুকনদেৱক কংগ্ৰেছ প্ৰাৰ্থীত্ব নিদিয়াত ক্ষুব্ধ হৈছিল, তেওঁলোকৰ কিছুমান নিৰ্বাচনত নিৰ্বিকাৰ হৈ পৰিছিল। কিন্তু ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা,

অমিয়কুমাৰ দাস প্ৰভৃতি ডেকা চামে ফুকনক পৰাজিত কৰিবলৈ সকলো কৌশল অবলম্বন কৰিবলৈ ধৰে। ১৯২৩ চনৰপৰা ১৯৩৪ চনলৈ ফুকন ডাঙৰীয়াই কেন্দ্ৰীয় ব্যৱস্থাপক সভাত নিষ্ক্ৰিয় হৈ থাকি অসমৰ যে একো উপকাৰ কৰা নাছিল, তাৰ তথ্যবহুল পুস্তিকা আদি প্ৰস্তুত কৰি নিৰ্বাচনী অভিযানত তেওঁলোকে প্ৰচাৰ কৰিছিল। ফুকনে অৱশ্যে নিজৰ দুৰ্বলতা বা নিষ্ক্ৰিয়তা উপলব্ধি নকৰাকৈ থকা নাছিল। ১৯২১ চনৰপৰা কংগ্ৰেছত লিপ্ত হৈ থাকি কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰুদ্ধে নিৰ্বাচনত নমা দুৰূহ কাৰ্য যে তেওঁৰ লেখীয়া সৰ্বভাৰতীয় নেতাৰ পক্ষে বৰ সমীচীন হোৱা নাছিল, সেইটো বোধ হয় ফুকনে অনুভব কৰিছিল, যদিও নিৰ্বাচনত তেওঁ বহুতৰপৰা সমৰ্থনো পাইছিল।

নিৰ্বাচনী অভিযানত ফুকনে যে ব্যৱস্থাপক সভাৰ সদস্য হিচাপে একো উপকাৰ কৰা নাই কংগ্ৰেছৰ এই অভিযোগৰ প্ৰত্যুত্তৰত ৰাজহুৱা সভা আৰু ভোটাৰসকলক ফুকনে মাত্ৰ কৈছিল, "মই অসমৰ উপকাৰ নকৰিব পাৰো, কিন্তু দৃঢ়ভাৱে মই ক'ব পাৰো যে মই অসমৰ একো অপকাৰ কৰা নাই।"

ফুকন ডাঙৰীয়া এজন বিশিষ্ট তাৰ্কিক লোক আছিল। গতিকে কংগ্ৰেছৰ নিৰ্বাচনী অভিযানৰ অকাট্য তথ্য-পাতিৰ ওপৰত নিঃসন্দেহে আৰু দৃশ্যতঃ এটা গ্ৰহণীয় যুক্তি দিছিল, যদিও এই যুক্তি 'নিগেটিভ্' আছিল।

নিৰ্দ্ধাৰিত দিনত ( ২৯ অক্টোবৰ, ১৯৩৪ ) নিৰ্বাচন হৈ গ'ল আৰু ১১ নবেম্বৰত ফলাফল ঘোষণা কৰা হ'ল। সৰ্বমুঠ ১৯,০০৮ জন ভোটাৰৰ ভিতৰত কংগ্ৰেছ প্ৰাৰ্থী নবীনচন্দ্ৰ বৰদলৈয়ে পাইছিল ৪,৭১৫টা আৰু তৰুণৰাম ফুকনে পাইছিল ৩,৭০০টা ভোট, বাকীকেইটা ভোট নাকচ হৈছিল। এই নিৰ্বাচন যে অত্যন্ত উত্তেজনাপূৰ্ণ আৰু ইংগিতপূৰ্ণ আছিল, তাত অলপো সন্দেহ নাছিল। এই নিৰ্বাচনত শতকৰা ৪৫.৬৮ টা ভোট গ্ৰহণ হৈছিল, কিন্তু ১৯৩০ চনৰ এই সমষ্টিৰ নিৰ্বাচনত ১৮,৪৩৫ টা ভোটৰ ভিতৰত মাত্ৰ ২০২৬ টা ভোট গ্ৰহণ হৈছিল অৰ্থাৎ মুঠ ভোটৰ সংখ্যাৰ শতকৰা ১২.৬ টা ভোট দিয়া হৈছিল। ১৯৩০ চনৰ এই নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে তৰুণৰাম ফুকন উঠিছিল আৰু তেওঁৰ বিৰুদ্ধে উঠিছিল চন্দ্ৰধৰ বৰুৱা আৰু তেওঁলোকে যথাক্ৰমে ১৬৩৪ আৰু ৬৪৭ টা ভোট পাইছিল। ফুকনে নিৰ্বাচনত জয়লাভ কৰি ১৯৩০ চনত পুনৰ সদস্য হয়।

১৯৩৪ চনৰ নিৰ্বাচনত সুৰমা উপত্যকাৰ অ-মুছলমান সমষ্টিতো কংগ্ৰেছ প্ৰাৰ্থী বসন্ত বাবুই তেওঁৰ বিৰোধী প্ৰাৰ্থী গোপিকা বাবুৰ ১২৮৫ টা ভোটৰ বিপৰীতে ২৯৯৯ টা ভোট পাই জয় লাভ কৰিছিল।

অসমত নবীনচন্দ্ৰ বৰদলৈ আৰু বসন্ত কুমাৰ দাস উভয় প্ৰাৰ্থীৰ জয়লাভত কংগ্ৰেছ উৰ্ধতন মহল অতি সন্তুষ্ট হৈছিল। কংগ্ৰেছ সভাপতি বাবু ৰাজেন্দ্ৰ প্ৰসাদ প্ৰমুখ্যে নেতাসকলে অসমৰ ৰাইজক ভূৰি ভূৰি প্ৰশংসা কৰিছিল। কাৰণ দেশভক্ত ফুকনৰ দৰে এজন শক্তিশালী ব্যক্তিৰ বিৰুদ্ধে আৰু অসমৰ চাহ-খেতিয়ক আৰু তেনে ন্যস্ত স্বাৰ্থৰ গোষ্ঠীৰ বিৰুদ্ধে যে অসমত দুয়োজন কংগ্ৰেছ প্ৰাৰ্থী জয়ী হৈছিল, তাৰ দ্বাৰা অসমত কংগ্ৰেছৰ বৰ্দ্ধিত সমৰ্থন পৰিলক্ষিত হৈছিল।

নিৰ্বাচনৰ ফলাফল ঘোষণাৰ পাছত কেবাজনো অসমৰ কংগ্ৰেছ কৰ্মী আৰু নেতাক ফুকনে কৈছিল, "তোমালোকৰো সহজ নহল।"

ফুকন আৰু বৰদলৈৰ মাজত নিৰ্বাচনী যুদ্ধ হোৱাটো নিশ্চয় বৰ দুখৰ বিষয় আছিল। কাৰণ ১৯২১ চনৰপৰা ১৯৩০ চনলৈ এই শতকত ফুকন-বৰদলৈক কংগ্ৰেছৰপৰা পৃথকভাৱে বুজিবলৈ টান আছিল। মহাত্মা গান্ধীৰ প্ৰথম অসম ভ্ৰমণত ( আগষ্ট, ১৯২১ ) ফুকন ডাঙৰীয়াই নিজৰ ঘৰতে মহাত্মাজী আৰু আন আন নেতৃবৃন্দক ৰাখিছিল আৰু তেওঁৰ ভৰলুমুখত অৱস্থিত বাসভৱনৰ চৌহদত বিদেশী বস্ত্ৰ আৰু আন আন বস্তুৰ 'যজ্ঞ' তথা দাহন কৰা হৈছিল। ফুকনৰ বাসস্থানৰ আগ চোতালৰ সেই ঠাইখিনি আজিও পবিত্ৰ। এই ঠাইখিনিত এটা স্মৰণীয় চিন-চাব ৰাখিব পাৰিলে ভাল কাম হ'ব।

১৯২১ চনত উজান বজাৰৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ বাসভৱন 'শান্তি ভৱন'ত পোন প্ৰথমে অসম প্ৰদেশ কংগ্ৰেছ কমিটী বহে। এই কমিটীখন বোধহয় নিৰ্বাচিত কমিটী নাছিল; প্ৰতিষ্ঠাপক বা এড্ হক্ কমিটীহে আছিল। অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সভাপতিজন কুলধৰ চলিহা হ'ব নে ফুকন হ'ব, সেই কথা লৈ কিছু বাকবিতণ্ডা প্ৰতিনিধিসকলৰ মাজত হৈছিল। পিছত, কুলধৰ চলিহা আৰু নবীনচন্দ্ৰ বৰদলৈ যথাক্ৰমে সভাপতি আৰু সম্পাদক নিৰ্বাচিত হ'ল, কিন্তু মহাত্মা গান্ধী অসম ভ্ৰমণলৈ অহাৰ আগমুহূৰ্তত চলিহাৰ ঠাইত তৰুণৰাম ফুকনক সভাপতি পতা হৈছিল। চলিহা উপসভাপতি আৰু নবীনচন্দ্ৰ বৰদলৈ সম্পাদকৰ পদত আছিল।

দেশভক্ত ফুকনে ১৯২১ চনৰপৰা ১৯৩০ চনৰ কালছোৱাত কংগ্ৰেছৰ সেৱা কৰি ৰাইজৰ পৰম আস্থাভাজন হৈ পৰিছিল। কি সাহিত্যিকসমাজ, কি ছাত্ৰমহল, সকলোতে তেওঁৰ জনপ্ৰিয়তা বাঢ়িছিল আৰু তাৰ প্ৰমাণ আছিল ১৯২৭ চনত বহা অসম সাহিত্য সভাৰ গোৱালপাৰা অধিবেশনত সভাপতিত্ব কৰাটো। তাৰ পিছৰ বছৰ ১৯২৮ চনত ফুকনে তেজপুৰত অসম ছাত্ৰ সম্মিলনৰ সভাপতিৰ পদ অলঙ্কৃত কৰিছিল। তাৰ উপৰিও খদ্দৰ প্ৰচাৰ, আফিং বৰবিহৰ বিৰুদ্ধে অভিযান আৰু কুষ্ঠ বেমাৰীৰ কাৰণে আশ্ৰম খুলি তেওঁ সমাজৰ গঠনমূলক কামতো যথেষ্ট বৰঙণি যোগাইছিল।

প্ৰসঙ্গক্ৰমে, ফুকনৰ দুই-এটা কথা এই লেখকৰ স্মৃতিত ভাহি আছে। ১৯৩২ চনত আমি যিকেজন স্কুলীয়া ছাত্ৰই, কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে পতা গুৱাহাটী কামৰূপ একাডেমীৰপৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰিছিলো, কটন্ কলেজৰ তেতিয়াৰ অধ্যক্ষ থম্চন চাহাবে আমাক কলেজত ভৰ্তি কৰিবলৈ অস্বীকাৰ কৰিছিল। উপায়ান্তৰ হৈ আমি ফুকনৰ কাষ চাপিছিলোঁ। সেই সময়ত ফুকন ডাঙৰীয়া কটন কলেজ পৰিচালনা সমিতিৰ বেচৰকাৰী সদস্য আছিল। ফুকন ডাঙৰীয়া তেওঁৰ বাসস্থানত এখন হেলনীয়া চকীত বহি আছিল। আমাক দেখা পাই ক'লে, "তোমালোকে নিশ্চয় কিবা সমস্যা লৈ আহিছা। কোৱা কি সমস্যা?" আমি আমাৰ সমস্যাটো চমুকৈ কোৱাৰ পিছত তেওঁ আমাক ক'লে, "কাইলৈ মই চাহাবক লগ ধৰিম আৰু তোমালোকক 'এড্মিচন' দিয়াম।" কথা মতে কাম হ'ল আৰু আমি কটন কলেজত ভৰ্তি হোৱাৰপৰা বঞ্চিত নহলো।

অসমৰ বাবে এখন সুকীয়া বিশ্ববিদ্যালয়ৰ কাৰণে বহু দিনৰপৰা আন্দোলন হৈ আছিল যদিও, অসমৰ এই দাবী পূৰণ হোৱাত বহুত বাধা জন্মিছিল। যেতিয়াই এই দাবী উত্থাপন কৰা হৈছিল, তেতিয়াই ছিলেটীয়া 'বন্ধু'সকলে আপত্তি কৰিছিল আৰু কৈছিল যে অসমত বিশ্ববিদ্যালয় হ'লে তাক হয় শ্বিলঙত, নহয় ছিলেটত স্থাপন কৰিব লাগিব। মাধৱচন্দ্ৰ বেজবৰুৱা আৰু আন কেইজনমান ছাত্ৰ-নেতাৰ উদ্যোগত ১৯৩৪-১৯৩৫ চনত এই দাবী ন-দি উত্থাপন কৰি তাৰ বাবে আন্দোলন কৰাৰ উদ্দেশ্যে পান বজাৰৰ পূৰ্বৰ জুবিলী বাগিচাত—সম্প্ৰতি এই বাগিচাখনৰ ঠাইত পানীকল পতা হৈছে—এখন সভা বহে। এই সভাত সভাপতিত্ব কৰিছিল দেশভক্ত

ফুকনে। তেখেতে গহীন গম্ভীৰ ভাষণত কৈছিল, "অসমত স্বকীয়া বিশ্ববিদ্যালয় হ'ব লাগিব আৰু সেই বিশ্ববিদ্যালয় হব মোৰ এই গুৱাহাটীত, প্ৰাগজ্যোতিষপুৰত; আন কোনো ঠাইত হব নোৱাৰিব। কাৰণ শ্বিলং বা ছিলেটত আমাৰ বিশ্ববিদ্যালয় স্থাপন হলে সেইখন পঙ্গু হৈ থাকিব।"

১৯৩৪ চনৰ পিচৰপৰা ফুকনৰ ৰাজনৈতিক জীৱনত কিছু বিভ্ৰাট ঘটিছিল সঁচা, কিন্তু কংগ্ৰেছৰ প্ৰতি তেওঁৰ আকৰ্ষণ আৰু দেশৰ প্ৰতি তেওঁৰ সেৱা কোনেও অস্বীকাৰ নকৰে। ১৯৩৮ চনৰ ছেপ্তেম্বৰ মাহত শ্বাদুল্লা মন্ত্ৰীসভাৰ পতন আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত যি সম্মিলিত কংগ্ৰেছ মন্ত্ৰীসভা গঠন হৈছিল, তাত দেশভক্ত ফুকনৰ বিশেষ ভূমিকা উপেক্ষা কৰিব লগা নাছিল। তেওঁৰ কেবাজনো আত্মীয় লোকৰ ইচ্ছাৰ বিৰুদ্ধে ফুকন ডাঙৰীয়াই একাধিক এম-এল-এক কংগ্ৰেছৰ সমৰ্থনলৈ আনিছিল আৰু তাৰ ফলত শ্বাদুল্লা মন্ত্ৰীসভাই ইস্তফা দিবলগা হৈছিল। সেই সময়ত ফুকন শ্বিলঙত নিজে উপস্থিত থাকি লোকপ্ৰিয় বৰদলৈক কৈছিল, "গোপী, তুমি লাট চাহাবক দৃঢ়তাৰে ক'বা যে তোমাৰ সমৰ্থকৰ সংখ্যা বেছি আৰু মন্ত্ৰীসভা গঠন কৰিব পাৰিবা। মই ফুকন আছো।" এইবোৰ উক্তিয়ে ফুকনৰ দেশপ্ৰেমৰ প্ৰমাণ দিয়ে।

দেশভক্ত ফুকনে এছেমব্লিত একো কৰা নাই বুলি নিৰ্বাচনী অভিযানত যি অভিযোগ তৰা হৈছিল, সেইটো এটা নিৰ্বাচন ষ্ট্ৰেটাজী আছিল। ফুকন সঁচাকৈয়ে দেশৰ এজন বিশিষ্ট ভক্ত আছিল কাৰণেই তেওঁ দেশভক্ত তৰুণৰাম ফুকন বুলি জনাজাত। সেই জনপ্ৰিয়তা আৰু সেৱাৰ কাৰণেই গুৱাহাটী পৌৰসভাৰ এবাৰ আৰু গুৱাহাটী লোকেল ব'ৰ্ডৰ দুবাৰ চেয়াৰমেন হৈছিল। কিন্তু ফুকনক 'ভোগী' আৰু 'যোগী' বুলি কলেও অত্যুক্তি কৰা নহয়। তেওঁ ফুৰণ-চাকন, খোৱা-লোৱা আদিত অভিজাত লোকৰ দৰে আছিল, যিদৰে আছিল সেই সময়ৰ মতিলাল নেহৰু, চিত্তৰঞ্জন দাস প্ৰমুখ্যে বহুত নেতা।

এটা অপ্ৰকাশিত টোকাত তেওঁ নিজে এইদৰে লেখি থৈ গৈছে :

"I can safely say that the best part of my life has been spent in the villages and with the villagers.

"When I had the good fortune of leading the Assam Congress through the Non-Cooperation Movement I had to take it to the

villagers in the villages. As a sportsman my work lay mostly in deep forests and high hills inhabited by people living in a state of nature entirely cut-off from the outside world for want of communication.

"The question of sanitation so far as those villagers were concerned never came into the picture considering the place where and the manner in which they were living; but what touched my heart was their appalling poverty and amazing ignorance even of simple facts of life although they were full of it They had to be told that they were extremely poor and absolutely ignorant. Even those facts told in a simple understandable language they could hardly comprehend. With all that amazing ignorance and absolute poverty I found them ready to respond to our call more promptly and ungrudgingly as many so-called educated people did not. If they had no education, they had a heart of gold. If they had less intelligence, they had their noble instincts.

"I can assert without fear of contradiction that without the active and willing cooperation of those strating people the glorious Non-Cooperation of Assam would have been sad failure.

"When I recall the enthusiasm and the determined and concerted action of the Kacharis of Boko, their ready response, their sacrifices and suffering my heart bleeds even now. The Miris of Sibsagar, the Dufflas of North Lakhimpur became our best workers and gave such splendid demonstrations of their sincerity and ability that the trained soldiers of the Government had to look at them with awe and admiration. Not one single instance of violence could be cited by officers commissioned to quell this movement."

অসমীয়া ভাঙনি :

"মই নিঃসন্দেহে কব পাৰো যে মোৰ জীৱনৰ ভালছোৱা গাওঁ আৰু গাৱঁলীয়া মানুহৰ মাজত কটাইছোঁ।

"অসহযোগ আন্দোলনৰ সময়ত যেতিয়া অসম কংগ্ৰেছক মই পৰিচালনা কৰিবলৈ সুযোগ পাইছিলোঁ, তেতিয়া মই গাৱঁত গাৱঁলীয়াসকলৰ মাজত কংগ্ৰেছৰ কাম কৰিছিলো। এজন খেলুৱৈ হিচাপে মই অটব্য হাবি আৰু উচ্চ পৰ্বতত প্ৰাকৃতিক পৰিবেশত কাম কৰা, যোগাযোগৰ ব্যৱস্থা নথকা আৰু বাহিৰৰ জগতখনৰ লগৰপৰা বিচ্ছিন্ন হৈ থকা মানুহৰ লগত কাম কৰিছিলোঁ।

"স্বাস্থ্য ৰক্ষাৰ কোনো ব্যৱস্থা নথকা ঠাইবোৰত এই মানুহখিনি বাস কৰিছিল। কিন্তু মই তেওঁলোকৰ দাৰিদ্ৰ্য আৰু জীৱনৰ সাধাৰণ কথাৰ প্ৰতি অজ্ঞতা দেখি আচৰিত হৈছিলো, যদিও সেই দাৰিদ্ৰ্য আৰু অজ্ঞতাৰ সীমা নাছিল। তেওঁলোকক কব লগা হৈছিল যে তেওঁলোক দাল-দৰিদ্ৰ আৰু অজলা। কিন্তু অতি সহজ কথাৰে সেইবোৰ বুজাই দিয়াতো তেওঁলোকে তাৰ অৰ্থ বুজিব নোৱাৰিছিল। দৰিদ্ৰ আৰু অজলা আছিল যদিও, তেওঁলোকে নিৰ্বিবাদে আৰু তৎক্ষণাৎ আহ্বানৰ প্ৰতি ( অসহযোগ আন্দোলনৰ আহ্বান ) সঁহাৰি দিছিল ; অথচ তথাকথিত শিক্ষিত লোকে সেইদৰে সঁহাৰি নিদিছিল। তেওঁলোকৰ শিক্ষা নাথাকিব পাৰে, কিন্তু অন্তৰ আছিল সোণৰ।

"মই নিঃসঙ্কোচে দাবী কৰিব পাৰো যে এই সৰল গাৱঁলীয়া লোকৰ সক্ৰিয় আৰু স্বাভাৱিক সহযোগ নহলে, অসমত গৌৰৱপূৰ্ণ অসহযোগ আন্দোলন কৃতকাৰ্য নহলহেঁতেন।

"যেতিয়া বকোৰ কছাৰী ভাইসকলৰ উদ্যম, দৃঢ়তা আৰু সমূহীয়া কামৰ কথা মোৰ মনলৈ আহে, তেওঁলোকৰ স্বতস্ফূৰ্ত সঁহাৰি, ত্যাগ আৰু কষ্ট সুৱঁৰিলে মোৰ হিয়া ফাটি যায়। শিৱসাগৰৰ মিৰি, উত্তৰ লক্ষীমপুৰৰ ডফলাসকল আমাৰ আটাইতকৈ ভাল কৰ্মী আছিল। তেওঁলোকে তেওঁলোকৰ একাগ্ৰতা আৰু সামৰ্থ্যৰ এনে উদাহৰণ দিছিল যে চৰকাৰৰ প্ৰশিক্ষণপ্ৰাপ্ত সেনাসকলে তবধ মানিছিল আৰু এই কৰ্মীসকলক প্ৰশংসা কৰিছিল। যিবোৰ চৰকাৰী কৰ্মচাৰীক আন্দোলন দমন কৰিবলৈ মকৰল কৰা হৈছিল, আমাৰ কৰ্মীসকলে কিবা হিংসাত্মক কাৰ্যত লিপ্ত হৈছিল বুলি তেওঁলোকে কব নোৱাৰিছিল।"

গাৱঁলীয়া মানুহৰ লগত দেশভক্ত ফুকনৰ যোগাযোগ আছিল কাৰণেই তেওঁ ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনৰ ধন সংগ্ৰহৰ কামত গাৱঁলীয়া লোকৰ সহযোগ পাইছিল। কংগ্ৰেছ অধিবেশনৰ খৰচৰ বাবে ধন সংগ্ৰহৰ কাম যে কিমান জটিল আছিল সেই বিষয়ে অভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদক কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে তেওঁৰ প্ৰতিবেদনত এইদৰে লেখি থৈ গৈছে : "খৰচৰ ঘাই বোজাটো পৰিল কামৰূপ জিলাৰ ওপৰত।

উঠনি অসমৰ কেইজনমান দেশহিতৈষী চাহ খেতিয়কেও সৰহীয়াকৈ দান-বৰঙণি আগ বঢ়াইছিল। কোনো কোনো ক্ষেত্ৰত সেই দানৰ পৰিমাণ চাৰিটা সংখ্যাৰ ওপৰলৈ উঠিছিল, আটাইতকৈ সৰহীয়া দানৰ পৰিমাণ আছিল দুহেজাৰ টকা। অভ্যৰ্থনা সমিতিয়ে পোৱা বৰঙণিৰ ৪০,৯৭৫ টকাৰ তিনি চতুৰ্থাংশ পোৱা গৈছিল অসমৰ খেতিয়ক ৰাইজৰপৰা- জনমূৰি ২৫৲ টকা হিচাপে। অভ্যৰ্থনা সমিতিৰ সভ্যৰ সংখ্যা আছিল ১৬৩৯ জন। দুখীয়া অসমে অভ্যৰ্থনা সমিতিৰ সভ্যৰ সংখ্যাৰ ওপৰতো নজৰ দিব লাগিছিল। আগতে আনুমানিকভাৱে সভ্যৰ সংখ্যা ৫,০০০ ধৰা হৈছিল, কিন্তু হিচাপ মতে সংখ্যা পোৱা নগল ইত্যাদি।” কিন্তু অভ্যৰ্থনা সমিতি আৰু আন কৰ্মী সকলৰ মনৰ বল কমি যোৱা নাছিল; কাৰণ, কৰ্মবীৰ নবীনচন্দ্ৰ ৰৰদলৈৰ প্ৰতিবেদনত উল্লেখ কৰা মতে “আমাৰ মহান নেতা শ্ৰীযুত ফুকনৰ নেতৃত্বত দেশৰ কাৰণে নিঃস্বাৰ্থভাৱে কষ্ট ভোগ কৰা দলটোৰ আগ্ৰহ হ্ৰাস নাপালে।” কৰ্মবীৰ বৰদলৈ দেশভক্ত ফুকনতকৈ দুবছৰৰ অগ্ৰজ আছিল যদিও কৰ্মবীৰ বৰদলৈয়ে দেশভক্ত ফুকনক মহান নেতা বুলি স্বীকাৰ কৰিছিল।

কংগ্ৰেছ অধিবেশনৰ সম্পৰ্কত বৰদলৈ আৰু ফুকনে নিজৰ সম্পত্তি বন্ধক দিব বা বিক্ৰী কৰিব লগা হৈছিল। কাৰণ, এই অধিবেশনত অভ্যৰ্থনা সমিতিৰ ৩৫ হেজাৰ টকা ঘাটি পৰিছিল; পাছত নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে অভ্যৰ্থনা সমিতিক ১০ হেজাৰ টকাৰ এটা শকত অনুদান দিয়ে। তথাপি ফুকন আৰু বৰদলৈ উভয়ে প্ৰায় ২৬ হাজাৰ ঘাটি টকাৰ ধাৰত পোত গৈছিল। এই সম্পৰ্কে কৰ্মবীৰ বৰদলৈয়ে তেখেতৰ প্ৰতিবেদনত এইদৰে লেখি থৈ গৈছে: “বতৰ বেয়া কাৰণে বাহিৰৰ শ শ লোক যোগ দিয়াৰপৰা বিৰত থাকিল, স্থানীয় দৰ্শকো বহুতে যোগ দিব নোৱাৰিলে আৰু তাৰ ফল স্বৰূপে ৩৫ হেজাৰবো অধিক টকাৰ বিৰাট ঘাটি পৰিল। কংগ্ৰেছ অধিবেশন পাতোতে আন ঠাইত যিদৰে ব্যয় হয়, তাৰ তুলনাত অসমে ভালে ভালে কাম চলালে। বাহুল্যভাৱে আয়োজন কৰা সত্বেও মুঠ ব্যয় একলাখ চল্লিছ হেজাৰ টকাৰ সৰহ হোৱা নাছিল। অন্যান্য অধিবেশনত যোগ দিয়াৰ দৰে ইয়াতো আৰু প্ৰতিনিধি যোগ দিয়া হলে ৰাহিহে দেখুৱাব পাৰিলেহেঁতেন। কিন্তু গুৱাহাটীত প্ৰতিনিধিৰ বৰঙণি পাঁচ টকালৈ বৃদ্ধি কৰা আৰু গোটেইখিনি অভ্যৰ্থনা সমিতিক দিয়া সত্বেও আৰু লগতে নিখিল

ভাৰত কংগ্ৰেছ কমিটীয়ে ১০ হেজাৰ টকাৰ শকত দান এটা দিয়াতো দুৰ্ভাগ্য ক্ৰমে প্ৰায় ২৬ হেজাৰ টকাৰ ঘাটি পৰিল।”

পঞ্চাশ বছৰৰ আগত মাত্ৰ ৪০ লাখ জনসংখ্যাৰ (বৰদলৈৰ প্ৰতিবেদনত উল্লেখ কৰা মতে) সৰু প্ৰদেশ অসমে তেতিয়াৰ মাত্ৰ ১৬ হেজাৰ লোকৰ বসতিস্থান গুৱাহাটীত কংগ্ৰেছ অধিৱেশন পতাটো সম্ভৱ হৈছিল দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ, ৰোহিণীকান্ত হাতীবৰুৱা প্ৰভৃতিৰ দৰে দৃঢ় মনোবল বিশিষ্ট কংগ্ৰেছ নেতাসকলৰ কাৰণে। সেই সময়ত ফুকন অসমৰ মুকুটবিহীন ৰজা আছিল।

# দেশভক্তৰ অমৰ বাণী : 'তৰিলে দেশ, মৰিলে স্বৰ্গ'

গৌৰীশঙ্কৰ ভট্টাচাৰ্য

"তৰুণ-ফুকন নবীন দলে, গাৱেঁ গাৱেঁ মিটীং কৰে।

তৰুণ-ফুকন নবীন দলে, দেশৰ হকে ফাটেক খাটে।"

বিয়াৰ দৰা বা কইনা ধুৱাবলৈ পানী তোলাৰ সময়ত, বিয়া-সবাহৰ ৰভাৰ তলত আনকি পঞ্চদেৱতাৰ পূজাৰ থলতো ছোৱালীবিলাকে এইদৰে 'খিজা-গীত' বা জোৰা-নাম গাই তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈদেৱে দেশৰ হকে কৰা ত্যাগৰ কীৰ্তন কৰে! মোৰ বয়স তেতিয়া ৭।৮ বছৰমান মাথোন। এই জোৰা-নাম বা খিজা-গীতবোৰৰ বিষয়-বস্তু বুজি নাপাওঁ। কিন্তু কুমলীয়া মনত সেইবোৰৰ গভীৰ সাঁচ বৈ যায়।

পথুলি মুখত নগৰীয়াবিলাকৰ লগত টাং-গুটি লুকাভাকু খেলোঁ। সমুখৰ পথৰুৱা বাটেদি ডেকা-ল'ৰাবোৰৰ সৰু-বৰ ভলন্টিয়াৰৰ দলে হাতত পতাকা লৈ শোভাযাত্ৰা কৰি যায়। আকাশ বতাহ মুখৰিত কৰি ধ্বনি তোলে—"মহাত্মা গান্ধী কী জয়", "মহম্মদ আলী কী জয়", "চৌকত আলী কী জয়", "তৰুণৰাম ফুকন কী জয়", "নবীন বৰদলৈ কী জয়", "বন্দে মাতৰম্" ইত্যাদি। আমিও তেওঁলোকক অনুকৰণ কৰি কাগজৰ পতাকা বনাই টেটুফালি চিঞৰোঁ—"মহাত্মা গান্ধী কী জয়", "তৰুণ ফুকন কী জয়", "বন্দে-মাতৰম"? অৰ্থ বুজি নাপাওঁ। কিন্তু চিঞৰো।

ৰাজে-দাদা মোতকৈ ৩।৪ বছৰমান ডাঙৰ। তেওঁৰ মতে মই একেবাৰে সৰু ল'ৰা। একোকে নেজানো, একোকে নুবুজোঁ। জানিবলৈ আৰু বুজিবলৈকে হবলা লগ নেৰোঁ। তেওঁৰ লগত ফুৰি ফুৰোঁতে এদিন ৰাতিপুৱা আলিবাটৰ দাঁতিৰ নতুনকৈ মেলখোৱা কচুপাতবোৰত চকু পৰিল। তাত দেখিবলৈ পাওঁ কুমলীয়া পাতবোৰত দীঘলীয়া দাগ যেন কিহবাই যথেষ্ট জোৰেৰে কিন্তু কোনো আঁচ-খুট নোহোৱাকৈ আলফুলকৈ বহাই থৈ গৈছে। ল'ৰাকালৰ অনুসন্ধিৎসু মন। ৰাজে-দাদাক সোধোঁ, "এই দাগবোৰ কেনেকৈ হ'ল।" তেওঁ সকলো জানে আৰু বুজে আৰু সদায় দেখুৱাবলৈ চেষ্টা কৰে যে তেওঁ ভূ-ভাৰতৰ সকলো কথা জানে আৰু বুজে। মোৰ এই প্ৰশ্নৰ উত্তৰো তেওঁ জানে আৰু অতি বিজ্ঞৰ দৰে বুজাই দিলে –

"এইখিনি কথাও নেজান? একেবাৰে অঁকৰা সৰু লৰা। শুন। ৰাতি যেতিয়া আমি সকলো শুই পৰোঁ আৰু টোপনিত লাল-কাল হৈ থাকো, সেই সময়ত 'মহাত্মা' গান্ধী ৰথত উঠি নৰ-মনিচৰ অৱস্থা চাই ফুৰে। 'মহাত্মাৰ' ৰথৰ সাৰথি তৰুণ ফুকন। 'মহাত্মা' ঈশ্বৰৰ অৱতাৰ। সেই দেখি তেওঁৰ ৰথৰ চকাই মাটি নুচুৰে। সেই ৰথৰ চকাৰ দাগ কচুপাতৰ ওপৰত ৰৈ গৈছে।" অবাক হৈ শুনো। অজানিতে মহাত্মা গান্ধী আৰু তেওঁৰ ৰথৰ সাৰথি তৰুণ ফুকনৰ প্ৰতি ভক্তিত মূৰ দোঁ খায়। কব নোৱাৰাকৈ তেওঁলোকে মোৰ অন্তৰৰ অন্তৰতম ঠাইত মচিব নোৱাৰা দাগ বহুৱায়।

১৯২৬ চন। মই তেতিয়া তৃতীয় মান শ্ৰেণীৰ ছাত্ৰ। আমাৰ গাৱঁৰ মানুহৰ মুখে মুখে এটা কথা। পাণ্ডুত কংগ্ৰেছ বহিব। মহাত্মা গান্ধী, তৰুণৰাম ফুকন আদি দেশৰ সকলো ভাল মানুহ তাত গোট খাব. আমাৰ ওচৰৰ গাৱঁৰ ধৰ্মকান্ত শৰ্মা আদি কেইজনমান শিক্ষিত ডেকা তালৈ ভলন্টিয়াৰ হৈ যাব। আমাৰ ডাঙৰ মামা ধৰণী শৰ্মা কংগ্ৰেছ চাবলৈ যাব। জিদ ধৰিলোঁ, ময়ো মামাৰ লগত যাম। মইৰ ঘুৰ্ঘোৰ আপত্তি। সৰু লৰা তাতে আকৌ অঘাইটং আৰু চঞ্চল। জন সমুদ্ৰৰ মাজত হেৰাই যাব পাৰে। কংগ্ৰেছ সভাৰ সি বুজিবই বা কি? উপায় নাপাই আমাৰ শেষ সম্বল "ডাঙৰ বাইৰ" সহায় বিচাৰিলোঁ। আমাৰ পৰিয়ালৰ কোনেও ডাঙৰ বাইৰ (আমাৰ পেহী, পিতাৰ বায়েক ন বছৰ বয়সতে ঘৰ-বাঁৰী হৈ থকা শৰৎকালী) কথা পেলাব নোৱাৰে। আমাৰ গাৱঁত তেৱেঁই একমাত্ৰ মহাভাৰত ৰামায়ণ পঢ়িব পৰা মহিলা! তেওঁ মাইক বুজালে। যাব খুজিছে, যাবলৈ দিয়া। ল'ৰাক চুকৰ ভেকুলি কৰি ৰখাটো ভাল নহয়। সাত সাগৰ তেৰ নদী পাৰ হৈ দেশ-বিদেশ দেখিহে আমাৰ অসমৰে তৰুণ ফুকন ইমান ডাঙৰ মানুহ হব পাৰিছে। আনকি মহাত্মা গান্ধীৰ লগতো সমানে থিয় দিব পৰা হৈছে। সমাজ দেখিলে মন বহল হয়। সকলো কথা নুবুজিলেও হ'ব। যি বুজে সেয়ে ভাল। আৰু নুবুজিবই বা কিয়? যেয়ে যি ভাষাতে নকওক, তৰুণফুকনে সকলো কথা অনুবাদ কৰি সহজ সৰলভাৱে পানীৰ দৰে কৰি বুজাই দিব নহয়।

পাণ্ডু কংগ্ৰেছলৈ আহিলোঁ, বতৰ বেয়া। কিনকিনীয়া বৰষুণ। ডিচেম্বৰ মাহৰ হাড়-কঁপোৱা ফেৰফেৰীয়া বতাহ। তাৰ মাজতো লোকে লোকাৰণ্য।

চাৰিওফালে তবধ লাগি চাওঁ। সভাৰ ঠাইত বোকা-পানী হোৱা কাৰণে বহুত মানুহ থিয় হৈ থাকে। ডাঙৰ মামাক সোধোঁ, “মহাত্মা গান্ধী ক'ত ?, তৰুণ ফুকন কত ?” জনসমুদ্ৰৰ মাজত মামায়ো উৱাদিহ নাপায়। তথাপি তেওঁ মোক কান্ধত তুলি দূৰলৈ আঙুলিয়াই কয়, “সৌৱা সৌৱা মহাত্মা গান্ধী। সৌৱা, সেই ধুনীয়া পুৰুষজন তৰুণ ফুকন।” মামাৰ কান্ধত বহিয়েই হাত যোৰকৈ সেৱা জনাওঁ। কোনেও সেৱা কৰিবলৈ শিকাই দিয়া নাছিল। তথাপি, কব নোৱাৰাকৈয়ে হাতযোৰ কৰিছিলো।

১৯২৯ চন। ৰঙিয়াত গাৱঁলীয়া ছাত্ৰ সন্মিলনৰ প্ৰথম অধিবেশন। তালৈ হেনো ফুকন ডাঙৰীয়া সভাপতি হৈ আহিব। মই তেতিয়া বৰখলা মাইনৰ স্কুলৰ ছাত্ৰ। নন্দিৰাম দাস আমাৰ হেড্ পণ্ডিত। তেখেতে আমাক এই সন্মিলনলৈ প্ৰায় ৭।৮ মাইল বাট খোজ কঢ়াই লৈ আহিল। সন্মিলনৰ আকৰ্ষণ ফুকন ডাঙৰীয়া। তেওঁৰ সুমধুৰ আৰু সুললিত ভাষণ শুনাৰ সৌভাগ্য হ'ব। কিন্তু হতাশ হলোঁ। ফুকন ডাঙৰীয়া সভালৈ নাহিল। কোনোৱে ক'লে তেখেতৰ নামটো মানুহ গোটাবলৈ এনেয়ে প্ৰচাৰ কৰিছিল। কোনোৱে আকৌ ক'লে তেখেত এনেকুৱাই। কৰবাত কিজানি বনৰীয়া হাতী ওলোৱাৰ খবৰেই পালে! ডাঙৰ চিকাৰৰ খবৰ পালে ফুকন ডাঙৰীয়াক অইনফালে লৰাব নোৱাৰি। ফুকন ডাঙৰীয়া সম্পৰ্কে সেই দিনা সৰ্বপ্ৰথম সমালোচনা শুনিলোঁ। বেয়া লাগিল। ইমান ডাঙৰ মানুহ এজনৰ বিষয়ে এনেকুৱা কথা কব পায়নে ?

উভতি আহিবৰ সময়ত হেড্ পণ্ডিত মহাশয়ে ফুকনৰ বিষয়ে অনেক কথা ক'লে। ফুকন ডাঙৰীয়া হেনো আনন্দৰাম ঢেকীয়াল ফুকনৰ বংশৰে লোক। মানৰ অত্যাচাৰত জুৰুলা হৈ আৰু স্বাধীনতা হেৰুৱাই অসমবাসীয়ে যেতিয়া ভবিষ্যৎ অন্ধকাৰ দেখি হা-হুমুনিয়াহ পেলাই বহি আছিল, সেই সময়ত দূৰদৰ্শী স্বদেশানুৰাগী আনন্দৰাম ঢেকীয়াল ফুকনে হতাশ মনত আশাৰ সঞ্চাৰ কৰি অসমবাসীক সমুখৰ ফালে আগবাঢ়ি যাবলৈ উদগনি দিছিল। তেওঁ প্ৰাৰ্থনা কৰিছিল যে সময়ত অসমদেশ হাবি গুচি ফুলনিবাৰী হ'ব, নৈত ডোঙা গুচি জাহাজ হ'ব, ঘৰবোৰ বাঁহৰ গুচি শিল ইটাৰ হ'ব, গাৱেঁ গাৱেঁ হেজাৰ হেজাৰ পঢ়াশালি, গিয়ানৰ সভা,

চিকিৎসালয়, দুখীয়া দৰিদ্ৰ পৰিত্ৰাণৰ আলয় হব, আৰু লোকসকলে পৰস্পৰ হিংসা নকৰি আটায়ে আটাইক ভ্ৰাতৃবৎ চেনেহ কৰিব।

সকুৰেপৰা হেনো ফুকন ডাঙৰীয়া বহুত গুণৰ অধিকাৰী। তেওঁ দেখনিয়াৰ, স্বাস্থ্যবান, বলশালী, অল্পাহাৰী, নিয়মীয়া, সদালাপী, মেধাবী আৰু সুবক্তা। অনৰ্গলভাৱে অসমীয়া, বঙলা আৰু ইংৰাজীত মনোমোহা বক্তৃতা দিব পাৰে। সংস্কৃত, হিন্দী, উৰ্দু, নেপালী আৰু উৰিয়া ভাষাৰ ওপৰতো যথেষ্ট হাত আছে। তেওঁ এজন বিচক্ষণ আইনজ্ঞ পুৰুষ আৰু সুদক্ষ চিকাৰী। অসমৰ সমসাময়িক ৰাজনীতিত তেওঁ মধ্যাহ্নৰ সূৰ্য। একাধাৰে তেওঁ অসম কংগ্ৰেছ, অসম সাহিত্য সভা আৰু অসম ছাত্ৰ সন্মিলনৰ সভাপতি। অফিচ-কাচাৰী আৰু ৰাজ সভাত তেওঁ ফুকন চাহাব। সামাজিক জীৱনত তেওঁ ফুকন ডাঙৰীয়া আৰু স্বাধীনতা সংগ্ৰামৰ যুঁজাৰুসকলৰ মানত তেওঁ দেশ-প্ৰাণ, দেশভক্ত। শ্ৰীকৃষ্ণই যেনেকৈ ৰথৰ সাৰথি হৈ "হতো বা প্ৰাপ্স্যসি স্বৰ্গং জিত্বা বা ভোক্ষসে মহীম্" বুলি অৰ্জুনক অন্যায়ৰ বিৰুদ্ধে যুঁজিবলৈ উদগনি দিছিল, ফুকনেও অসমত বৃটিছ ৰজাৰ বিৰুদ্ধে অসহ-যোগ আন্দোলনৰ নেতৃত্ব দি "তৰিলে দেশ, মৰিলে স্বৰ্গ" বুলি মুক্তি-যুঁজাৰু সকলক উদ্বুদ্ধ কৰিছিল।

পিচৰ জীৱনত ফুকনৰ বিষয়ে আৰু কিছু কথা জানিবৰ সৌভাগ্য হৈছিল। আৰ্ল কলেজৰ অধ্যাপক আৰু সোণাৰাম হাইস্কুলৰ পৰিচালক মণ্ডলীৰ অধ্যক্ষ হিচাপে তেওঁ সুদক্ষ শিক্ষাবিদ বুলি প্ৰমাণিত হৈছিল। গুৱাহাটী লোকেল-বোৰ্ড আৰু পৌৰসভাৰ অধ্যক্ষ হিচাপে তেওঁ প্ৰশাসনিক দক্ষতা প্ৰদৰ্শন কৰিছিল। অতি নিষ্ঠাবান মানৱ প্ৰেমী হিচাপে তেওঁ সমাজৰ আটাইতকৈ অৱহেলিত আৰু ঘৃণিত দুৰ্ভগীয়াসকলৰ সেৱাত আত্মনিয়োগ কৰিছিল। কুষ্ঠৰোগীবিলাকৰ দুৰৱস্থা দেখি তেওঁৰ দয়ালু হৃদয় চেনেহত গলি গৈছিল আৰু তেওঁলোকৰ কাৰণে কামাখ্যাৰ ওচৰত ব্ৰহ্মপুত্ৰৰ পাৰত এখন কুষ্ঠাশ্ৰম পাতি দিছিল। তেওঁ নিজেই তাৰ তদাৰক কৰিছিল। কামাখ্যা শ্মশানলৈ শৱ-দাহ কৰিবলৈ যোৱা লোকসকলৰ কাৰণে তেওঁ সেই শ্মশানত জিৰণি ঘৰ কৰি দিছিল।

অতীত ৰোমন্থন কৰি ফুকনৰ ব্যক্তিগত আৰু পাৰিবাৰিক জীৱন সম্পৰ্কে আলোচনা কৰাতকৈ সমসাময়িক সমাজত তেওঁ যি কৰিলে, তাৰ ঐতিহাসিক

গুৰুত্ব কি আৰু ভবিষ্যৎ সমাজ আৰু উত্তৰ সাধক সকললৈ তেওঁ কি থৈ গ'ল, সেইটোহে আচল কথা। কিছুমান লোকে এই ঐতিহাসিক তথ্যটো পাহৰি যায় যে অসমত কংগ্ৰেছৰ আগতে বিশিষ্ট ঐতিহাসিক কাৰণত আসাম এছোচিয়েছন অসম দেশৰ জাতীয় ৰাজনৈতিক সংগঠন হিচাপে গঢ়ি উঠিছিল। নবীন বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ আদিৰ ৰাজনৈতিক জীৱনৰ সূত্ৰপাত হৈছিল আসাম এছোচিয়েছনৰ ভিতৰতে। বৰপেটাত বহা আসাম এছোচিয়েছনৰ অধিবেশনতে অসমৰ পক্ষৰপৰা জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ প্ৰথম জাতীয় প্ৰতিবাদ ধ্বনিত হয়। ১৯২১ চনত অন্ধ্ৰ প্ৰদেশ ভ্ৰমণৰ পূৰ্ব-নিৰ্দিষ্ট কাৰ্য-সূচী বাতিল কৰাই মহাত্মা গান্ধীক কেনেকৈ অসমলৈ আহিবলৈ মান্তি কৰাব পাৰিলে, সেই কথাটোও তাৎপৰ্যপূৰ্ণ। বোম্বাইত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভাত ফুকন ডাঙৰীয়াই বুজাই দিলে যে সৰ্বভাৰতীয় নেতা সকলৰ কাৰণে অসম এতিয়াও অজ্ঞাতিমূলুক হৈ আছে। ভাৰতবৰ্ষৰ অঙ্গ হলেও অসমৰ এটা স্বকীয়া অস্তিত্ব আৰু বৈশিষ্ট্য আছে। এইটো সূতাৰ সম্পৰ্কক এনাজৰীলৈ ৰূপান্তৰিত কৰাটো অপৰিহাৰ্য জাতীয় কৰ্তব্য। ফুকনৰ চমু অথচ হৃদয় গ্ৰাহী বাস্তৱবাদী ভাষণে মহাত্মা গান্ধীক মুগ্ধ কৰিলে আৰু সেই সময়ত তেওঁৰ ভ্ৰমণসূচী তৈয়াৰ কৰোঁতা মৌলানা মহম্মদ আলিক নিৰ্দেশ দিলে যে অন্ধ্ৰ প্ৰদেশৰ সলনি অসম ভ্ৰমণৰ ব্যৱস্থা কৰিব লাগে।

মহাত্মা গান্ধীৰ প্ৰতি অগাধ আৰু নিঃসন্দেহ শ্ৰদ্ধা আৰু আস্থা থকা সত্ত্বেও ফুকন ডাঙৰীয়াই কিয় দেশবন্ধু চিত্তৰঞ্জন দাস, পণ্ডিত মতিলাল নেহেৰু প্ৰভৃতিৰ লগ লাগি স্বৰাজ্য-পাৰ্টি গঠনত আগভাগ ললে, সেই সম্পৰ্কেও বহুতৰ সম্যক উপলব্ধি নাই। সেই সময়ত শ্ৰীহট্ট জিলাও অসমৰ লগত চামিল আছিল। কিন্তু চামিল হলেও অসমৰ লগত সেই জিলাৰ সংহতি গঢ়ি উঠা নাছিল। সেই জিলাৰ বুদ্ধিজীৱীসকলৰ এটা অংশই অসহযোগ আন্দোলনত যোগ দিছিল। আন এটা অংশই বৃটিছ প্ৰশাসনৰ লগত সহযোগিতা কৰি নিজৰ আৰু তেওঁলোকৰ জিলাৰ কাৰণে অনেক সুবিধা আদায় কৰি লৈছিল। খাচ বঙ্গদেশৰ শ্ৰেষ্ঠ লোক সকলে জাতীয় মুক্তি আন্দোলনত আগভাগ লৈছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে যিবিলাক বঙালী জীৱিকাৰ কাৰণে অসমলৈ আহি ইয়াত প্ৰবাসী বঙালী

সমাজ পাতিছিল, সেওঁলোকে জাতীয় মুক্তি সংগ্ৰামৰ ঘাই সুঁতিৰ লগত মিলি যাব দূৰৰ কথা, বৰং ফুকন-বৰদলৈ আদিৰ দৰে উদীয়মান আগ-শাৰীৰ অসমীয়া নেতাৰ অনুপস্থিতিৰ সুযোগলৈ সংকীৰ্ণ স্বাৰ্থৰ কাৰণে বৃটিছ প্ৰশাসনৰ লগত সম্পূৰ্ণৰূপে হাত মিলাইছিল। ফলত, সেই সময়ৰ কাৰণে অতীব প্ৰয়োজনীয় কিছুমান জাতি গঠনমূলক কামৰপৰা অসমদেশ আৰু অসমীয়া সমাজ বহুত পৰিমাণে বঞ্চিত হৈছিল। প্ৰতি কথাতে কিছুমান ছিলেটীয়া বন্ধুৱে অসম উপত্যকাৰ ৬খন জিলাৰ লগত সমানে ফেৰ মৰাৰ কাৰণে অসমে মৰ্লে-মিন্টো আৰু মন্টেগু—চেমছফোৰ্ড্ সংস্কাৰৰপৰা পাবলগীয়া সুবিধাখিনি আদায় কৰি লব নোৱাৰিলে। ফুকন ডাঙৰীয়া মনে প্ৰাণে অসমীয়া দেশ প্ৰেমিক হোৱা কাৰণে তেখেতে এই কথা বিশ্বাস কৰিছিল যে অসম আৰু অসমীয়াৰ স্বাৰ্থত সেই সময়ত আইন-সভা বৰ্জন হিতকৰ নহব। ব্যক্তিগত কোনো সুবিধাৰ কথা ইয়াত নাছিল।

১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনৰপৰা কেৱল ফুকন ডাঙৰীয়াই আঁতৰি থকা নাছিল। ৰোহিণী কুমাৰ চৌধুৰী, গোপীনাথ বৰদলৈ আদি আন কেইগৰাকীমান প্ৰবীণ নেতায়ো এই মতকে পোষণ কৰি আইন অমান্য আন্দোলনৰপৰা আঁতৰি আছিল। কিন্তু ওখ গছত বতাহৰ কোব পৰাৰ দৰে ফুকন ডাঙৰীয়াহে এই সিদ্ধান্তৰ কাৰণে বিৰূপ সমালোচনা আৰু আক্ৰমণৰ লক্ষ্য হৈছিল। দৰাচলতে ১৯৩০-৩২ চনত হোৱা অসমৰ আন্দোলনটো মূলতঃ ছাত্ৰ আৰু যুবকসকলৰ আন্দোলন আছিল।

মিলিত জনসংঘ গঠনৰ পটভূমি আৰু তাত ফুকন ডাঙৰীয়াৰ ভূমিকা সম্পৰ্কে বহুত ভুল তথ্য প্ৰচাৰিত হৈছে। ১৯৩৫ চনৰ ভাৰত শাসনৰ আইনৰ তলত হবলগীয়া ১৯৩৬ চনৰ সাধাৰণ নিৰ্বাচনত কি ভূমিকা লোৱা হব, সেই বিষয়ে কংগ্ৰেছে সহজে মন স্থিৰ কৰিব পৰা নাছিল। প্ৰথমতে এনেকুৱা মনোভাব দেখুওৱা হৈছিল যে নিৰ্বাচনত অংশ গ্ৰহণ কৰি সংখ্যা গৰিষ্ঠ আসন দখল কৰি এটা সাংবিধানিক সংকটৰ সৃষ্টি কৰা হব। তাৰ পিচত সিদ্ধান্ত হল যে যিবিলাক প্ৰদেশত কংগ্ৰেছে একক সংখ্যা গৰিষ্ঠতা পাইছে, তাত মন্ত্ৰীসভা গঠন কাৰ সাংবিধানিক সংকটৰ সৃষ্টি কৰা হব। ফুকন ডাঙৰীয়া, ৰোহিণী কুমাৰ চৌধুৰী, গোপীনাথ বৰদলৈ প্ৰভৃতি নেতাসকল গুৰিৰেপৰা বিধান সভাত

প্ৰবেশ কৰি মন্ত্ৰীসভা গঠন কৰাৰ পক্ষপাতী আছিল। কংগ্ৰেছৰ লগত এই গুৰুত্বপূৰ্ণ বিষয়ত তেওঁলোকৰ মতভেদ হোৱাৰ কাৰণে নানা প্ৰতিকূল অৱস্থা সত্ত্বেও তেওঁলোকে মৰসাহ কৰি মিলিত জনসংঘ গঠন কৰিলে। অৱশ্যে পিচত গোপীনাথ বৰদলৈ ডাঙৰীয়াই লগ এৰা দি কংগ্ৰেছ প্ৰাৰ্থী হলগৈ আৰু মহাদেৱ শৰ্মা ডাঙৰীয়ায়ো মিলিত জনসংঘৰ মুখপত্ৰ 'প্ৰতিভা'ৰ সম্পাদক পদ ত্যাগ কৰিলে। ফুকন ডাঙৰীয়া অবিচল থাকি অনেক অসুবিধা, লাঞ্ছনা, গঞ্জনা মূৰ পাতি ললে।

১৯৩৭ চনত ভাৰতীয় জাতীয় কংগ্ৰেছে সিদ্ধান্ত ললে যে যিবিলাক প্ৰদেশত কংগ্ৰেছ দলৰ একক সংখ্যা গৰিষ্ঠতা আছে, সেই প্ৰদেশবোৰতহে কংগ্ৰেছে মন্ত্ৰীসভা গঠন কৰিব। কিন্তু বিশিষ্ট বাস্তৱ পৰিস্থিতিলৈ লক্ষ্য কৰি আৰু সীমান্ত গান্ধী আবদুল গফৰ খাঁৰ পৰামৰ্শ অগ্ৰাহ্য কৰিব নোৱাৰি উত্তৰ-পশ্চিম প্ৰদেশত সংযুক্ত মন্ত্ৰীসভা গঠন কৰিবলৈ কংগ্ৰেছ নেতৃত্বই অনুমতি দিলে। ফুকন ডাঙৰীয়া তেতিয়া কংগ্ৰেছত নথকা সত্ত্বেও আৰু তেওঁৰ কোনো ব্যক্তিগত স্বাৰ্থ বা সম্পৰ্ক নথকা সত্ত্বেও তেওঁ কংগ্ৰেছক দঢ়াই দঢ়াই পৰামৰ্শ দিলে যে অসমৰ বিশেষ অৱস্থালৈ লক্ষ্য কৰি অসমতো কংগ্ৰেছে সংযুক্ত মন্ত্ৰীসভা গঠনত আগভাগ লব লাগে। অসমৰ কংগ্ৰেছী নেতা সকলেও মনে মনে সেই ভাব পোষণ কৰিছিল; কিন্তু সৰ্বভাৰতীয় নেতৃত্বৰ ভয়ত কোনেও সেই ভাব সদৰি কৰিবলৈ সাহস নকৰিলে। ৰোহিণী কুমাৰ চৌধুৰী গৈ শ্বাহুল্লা চাহাবৰ লগ লাগিল আৰু তেওঁলোকে অকংগ্ৰেছী সংযুক্ত মন্ত্ৰীসভা গঠন কৰিলে। সুভাষচন্দ্ৰ বসুৰ নেতৃত্বত আৰু ফুকন ডাঙৰীয়াৰ সক্ৰিয় সহযোগিতাত ১৯৩৮ চনত অসমত কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা গঠনৰ চেষ্টা চলিল আৰু সাফল্য লাভ কৰা হ'ল।

ৰাজনীতি ক্ষেত্ৰত তেওঁ দেশবন্ধু চিত্তৰঞ্জন দাসৰ অন্তৰঙ্গ বন্ধু আৰু সহোদৰ কনিষ্ঠ ভাইৰ দৰে আছিল। দেশবন্ধু দাসৰ জৰিয়তেই তেওঁ প্ৰথমতে সৰ্বভাৰতীয় ৰাজনীতি-মঞ্চত পৰিচিত হৈছিল। পিচৰ জীৱনতো তেওঁ সদায় এই কথা অনুভৱ কৰিছিল যে অসমীয়া আৰু বঙালী এই দুই জাতি ভাৰতীয় মহাজাতিৰ ভিতৰত সহোদৰৰ দৰে সম্প্ৰীতি আৰু সহনশীলতাৰ মনোভাৱেৰে থাকিব লাগিব। ফুকনৰ সাহিত্যিক আৰু সাংস্কৃতিক জীৱনতো ইয়াৰ প্ৰতিফলন দেখা যায়। ১৯২৬ চনত ধুবুৰীত

বহা অসম সাহিত্য সভাৰ অধিবেশনত সভাপতিয়ে বঙালীৰ সম্পৰ্কে দিয়া এটা মন্তব্যত তাৰ কিছুমান বঙালীলোক ইমান বিক্ষুব্ধ হৈছিল যে ফিৰিঙতিৰপৰা খাণ্ডব দাহ হোৱাৰ উপক্ৰম হৈছিল। সেই সভাত ফুকন ডাঙৰীয়াই অসমীয়া আৰু বঙালী উভয়ৰ কাৰণে সমানে প্ৰাণস্পৰ্শী আৰু হৃদয়গ্ৰাহী এনেকুৱা এটা প্ৰাঞ্জল বক্তৃতা দি'ছিল যে উভয়পক্ষ তাৰ দ্বাৰা সমানে মুগ্ধ হৈছিল আৰু তিক্তভাৰ পৰিস্থিতি আঁতৰি গৈছিল।

শীৰ্ষ-স্থানীয় বঙলা লেখকে কেনেকৈ ফুকনৰ লেখাৰ ওপৰত প্ৰভাৱ পেলাইছিল, দুটা উদাহৰণৰপৰাই তাৰ আভাস পোৱা যায়।

দ্বিজেন্দ্ৰলাল ৰায়ে লেখিছিল :

"বঙ্গ আমাৰ, জননী আমাৰ, ধাত্ৰী আমাৰ, আমাৰ দেশ,
কেন গো-মা তোৰ সিক্ত নয়ন, কেন গো-মা তোৰ ৰুক্ষ কেশ ?"

তৰুণ ফুকনে লেখিছিল :

"আই মোৰ অসম, নিছলী অসম, দুখুনী অসম, আমাৰ দেশ,
কিয়নো আই তোৰ এনুৱা বিলাই, কিয়নো আই তোৰ এনুৱা বেশ
কিয়নো আই তই চকুলো টুকিছ, নেবান্ধ আই তই মূৰৰ কেশ ?"

আকৌ—কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে লেখিছিল :

"বিপদে মোৰে ৰক্ষা কৰো, এ নহে মোৰ প্ৰাৰ্থনা
বিপদে আমি না যেন কৰি ভয়।
দুঃখ-তাপে ব্যথিত চিতে নাই বা দিলে সান্ত্বনা,
দুঃখে যেন কৰিতে পাৰি জয়।"

ফুকন ডাঙৰীয়াই লেখিছিল :

"দুখ যদি আহে প্ৰভু কাতৰ নহওঁ যেন
ভাবোঁ জানো তোমাৰেসে দান,
তোমাৰ চৰণ চাই মনে জানো বল পায়
তোমাতেসে মজি থাকে প্ৰাণ।"

সংস্কৃত আৰু ইংৰাজী সাহিত্যৰ মৌচাকৰপৰাও সাহিত্য ৰস সংগ্ৰহ কৰি ফুকন ডাঙৰীয়াই অসমীয়া সাহিত্যৰ ৰহঘৰা পূৰ কৰিবলৈ চেষ্টা কৰিছিল। ফুকনৰ দিনৰ দৰে আজিও অসমীয়া ভাষাত অনুবাদ সাহিত্যৰ যথেষ্ট প্ৰয়োজন থকা যেন লাগে।

ফুকনৰ চিকাৰ কাহিনীবোৰ সাবলীল ৰম্য ৰচনা। 'মোৰ চিকাৰ আৰম্ভ', 'চিকাৰ কাহিনী' আদি মনোৰম লেখাসমূহ অসমীয়া সাহিত্যলৈ অতি মূল্যবান নতুন ধৰণৰ অবদান। ফুকন ডাঙৰীয়াই এখন আত্মজীৱনী লেখিবলৈ আৰম্ভ কৰিছিল। দুৰ্ভাগ্যক্ৰমে সেইখন শেষ নহল। কিন্তু তাৰ যি দুই এখিলা পাত বৈ গ'ল তাৰপৰাই বুজিব পাৰি যে অসমীয়া সমাজ আৰু সাহিত্য এখন উপাদেয় ৰচনাৰপৰা বঞ্চিত হল। অসম ছাত্ৰ সন্মিলনৰ সভাপতি হিচাপে দিয়া তেওঁৰ ভাষণ নতুন আৰু উত্তৰ পুৰুষসকলৰ কাৰণে বহুমূলীয়া উপদেশেৰে পৰিপূৰ্ণ। সৃষ্টিশীল ৰাজনৈতিক সাহিত্য হিচাপেও সেইবোৰ তাৎপৰ্যপূৰ্ণ। তেওঁ অজস্ৰ সভাত মৌখিক ভাষণ দিছিল। দুৰ্ভাগ্যক্ৰমে সেইবোৰ লিপিবদ্ধ নহল। কিন্তু তেওঁৰ বক্তৃতাসমূহে পিচৰ চাম বক্তাৰ কাৰণে এটা জনপ্ৰিয় নতুন ষ্টাইল বা বচনভঙ্গী থৈ গ'ল।

১৯৩৩ চনত প্ৰকাশিত 'যৌন-তত্ত্ব' নামৰ কিতাপখনে সেই সময়ত যথেষ্ট বিতৰ্ক আৰু কটু সমালোচনাৰ উদ্ৰেক কৰিছিল। কিছুমান অগভীৰ আৰু অদূৰদৰ্শী ৰাজনৈতিক সমালোচকে ফুকন ডাঙৰীয়াক এনেকুৱা কিতাপ লেখাৰ কাৰণে হতাশাগ্ৰস্ত, পথভ্ৰষ্ট, পলায়নবাদী আদি আখ্যাও দিছিল। উত্তৰ-কাল আৰু তাৰ প্ৰয়োজন সম্পৰ্কে দূৰদৃষ্টি থকা দেশভক্ত-সকলৰ ভাগ্যত এনেকুৱা সমালোচনা নতুন কথা নহয়। সেই সময়তে মহাত্মা গান্ধীয়ে অইন সকলো কামকে গৌণ কৰি হৰিজন আন্দোলনত সৰ্বতোভাৱে আত্মনিয়োগ কৰা কাৰণে তেওঁ তৰলমতীয়া অনেক সমালোচকৰপৰা পলায়নবাদী আখ্যা পাইছিল। আজি আমাৰ দেশত সীমিত পৰিয়ালৰ পৰিকল্পনা আৰু তাৰ বিজ্ঞান-সন্মত প্ৰয়োগ সমাজ আৰু চৰকাৰৰ গৃহীত নীতি হৈছে। যৌন-তত্ত্বক বিদ্যালয়ৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰাৰ কথাও উঠিছে। দূৰদৰ্শী ফুকন ডাঙৰীয়াই অসমীয়া সাহিত্যত আমাৰ সমাজৰ কাৰণে প্ৰয়োজনীয় এই বিষয়টোৰ বিজ্ঞান-সন্মত আলোচনাৰ পাতনি মেলিছিল। তেওঁ কৈছিল যে ল'ৰা ছোৱালীৰ খোৱা-বোৱা আদি সাধাৰণ বৃত্তিসমূহ যেনেকৈ মাক-বাপেকে সৰুৰেপৰা সংযত কৰাই তাৰ সত্ গতি নিৰূপণ আৰু নিৰ্দেশ কৰি দিয়া উচিত, সেইদৰে ল'ৰা ছোৱালীৰ যৌবনৰ উন্মেষৰ লগে লগে কাম ভাবৰ আবিৰ্ভাৱ হলে সত্ উপদেশ আৰু সত্ শিক্ষাৰ দ্বাৰা উপযুক্ত সময় নোহোৱালৈকে সেই বৃত্তি সংযত

কৰিবৰৈ সহায় কৰা নিতান্ত কৰ্তব্য। সেই সময়তে ফুকন ডাঙৰীয়াই সকিয়াই দি কৈছিল যে তিৰোতাৰ স্বাস্থ্যলৈ চাই, জনসাধাৰণৰ ভয়ঙ্কৰ আৰ্থিক অৱস্থালৈ চাই সৰহ ল'ৰা-ছোৱালী জন্ম দিয়া মহাপাপ বুলি কব পাৰি। জনাবুজা শিক্ষিত লোকেও পুহিব নোৱাৰা পৰিয়াল সৃষ্টি কৰি অনেক অশান্তি চপাই লোৱা দেখিলে বেয়া লাগে। সমাজক দৃঢ় কৰিব খুজিলে, পাৰিবাৰিক সুখ-শান্তিৰ কথা সমূলি বিনাশ কৰিব নুখুজিলে জন্ম-নিৰোধৰ ব্যৱস্থা গ্ৰহণ কৰাৰ বাহিৰে আন উপায় দেখা নাযায়। নিৰক্ষৰ, নিঃসহায় শ্ৰমজীৱীসকলক জন্ম নিৰোধ বিষয়ক শিক্ষা দিবই লাগিব। মনত ৰখা উচিত যে ফুকন ডাঙৰীয়াই এই কথাবোৰ প্ৰায় তুকুৰি পাঁচ বছৰ আগতে লেখিছিল।

ভাৰতীয় ব্যৱস্থাপক সভাৰ স্বৰাজ্য দলৰ হুইপ বা তদাৰক হিচাপে তেওঁৰ কৰ্তব্য আছিল দলটোক সামূহিক সাফল্যত সমৃদ্ধ কৰা। সেই কাৰণে নিজে সুবক্তা হোৱা সত্ত্বেও তেওঁ বিতৰ্কসমূহত তেওঁৰ দলৰ আন আন বক্তাকহে সুবিধা দিছিল। কিন্তু বিশেষ ক্ষেত্ৰত বিশেষকৈ অসমৰ সম্পৰ্ক জড়িত থকা বিষয়ত তেওঁ নিজে বিতৰ্কত অংশ গ্ৰহণ কৰি চিৰস্মৰণীয় অৰিহণা যোগাইছিল। উদাহৰণ স্বৰূপে, অসমত কানি-নিবাৰণৰ প্ৰয়োজনীয়তা সম্পৰ্কে দিয়া তেওঁৰ বক্তৃতা ভাৰতীয় ব্যৱস্থাপক সভাৰ প্ৰকাশিত কাৰ্য বিবৰণীত এটা বাচকবনীয়া সংসদী বক্তৃতা হিচাপে জিলিকি আছে।

তেওঁৰ অমৰ বাণী "তৰিলে দেশ, মৰিলে স্বৰ্গই" অসমবাসীক যিভাৱে উদ্বুদ্ধ কৰিব পাৰিছিল, সেইটো "দেশতকৈ মোমাই ডাঙৰ নহয়"– লাচিতৰ এই বাণীৰ লগত ৰিজাব পাৰি।

মাত্ৰ তিনিকুৰি দুই বছৰ বয়সতে বহুমুখী প্ৰতিভাৰ এনেহেন এজন দেশপ্ৰেমিকৰ বিয়োগে অসমৰ বৌদ্ধিক আৰু ৰাজনৈতিক ক্ষেত্ৰত যিটো অভাৱ সৃষ্টি কৰিলে, আজিও সি পূৰ হোৱা নাই। পূৰণ কৰাৰ দায়িত্ব আৰু কৰ্তব্য উত্তৰ পুৰুষসকলৰ হাতত।

# দেশভক্ত ফুকনৰ বিচিত্ৰ জীৱন-কাহিনী

**হৰেন্দ্ৰ নাথ বৰুৱা**

তৰুণৰাম ফুকন ডাঙৰীয়া আধুনিক অসমৰ তিনিজন সৰ্বশ্ৰেষ্ঠ জাতীয় নেতাৰ অন্যতম। আধুনিক অসম বোলোতে আমি অসহযোগ তথা স্বাধীনতা আন্দোলনৰ সময়ৰ আৰু তাৰ পৰবৰ্তী অসমকে অৰ্থ কৰিছো। ফুকন ডাঙৰীয়াৰ আন দুজন সহযোগী হৈছে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু কুলধৰ চলিহা। তাৰ আগতে স্বৰ্গীয় জগন্নাথ বৰুৱা ("বি, এ জগন্নাথ") আৰু মাণিকচন্দ্ৰ বৰুৱাই আধুনিক অসম গঠনৰ পাতনি মেলি থৈ যায়। বৰদলৈ ডাঙৰীয়াৰ জন্ম শতবাৰ্ষিকী ডেৰ বছৰৰ আগতে হৈ গৈছে। এই বছৰ ফুকন ডাঙৰীয়াৰ জন্ম শতবাৰ্ষিকী। চলিহা ডাঙৰীয়া বৰদলৈ আৰু ফুকন ডাঙৰীয়াতকৈ বয়সত দুবছৰমান সৰু; কিন্তু ৰাজনৈতিক ক্ষেত্ৰত তেওঁলোকৰ সৈতে সমানেই আগৰণুৱা আছিল। ফুকন ডাঙৰীয়াই প্ৰথমতে সেই কালৰ লোভনীয় আৰু সন্মানীয় হাকিম (ই-এ-চি) পদ আৰু তাৰ পিছত ওকালতিও পৰিত্যাগ কৰি কংগ্ৰেছ আৰু অসহযোগ আন্দোলনত যোগ দি ১৯২১ চনত স্থাপিত প্ৰথম অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি হৈছিল। বৰদলৈ ডাঙৰীয়া সেই কমিটীৰ প্ৰধান সম্পাদক আছিল আৰু কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আছিল সহকাৰী সম্পাদক। ফুকন ডাঙৰীয়াই তাৰ কেইমাহ মানৰ পিছত আৰ্ল ল কলেজৰ অধ্যাপকৰ পদ পৰিত্যাগ কৰি আন্দোলনত যোগ দিয়ে আৰু সেই বছৰতে পুনৰ্গঠিত প্ৰদেশ কংগ্ৰেছ কমিটীৰ সভাপতি নিৰ্বাচিত হয়। কুলধৰ চলিহা ডাঙৰীয়া উপসভাপতি হয় আৰু বৰদলৈ ডাঙৰীয়া এই কমিটীৰো প্ৰধান সম্পাদক হৈ থাকে। এওঁলোক আমাৰ নমস্য আৰু এওঁলোকৰ দেশ সেৱা আমাৰ প্ৰেৰণাৰ স্থল। আনকি এওঁলোকৰ দোষ-দুৰ্বলতা বা ভুল-ভ্ৰান্তিখিনিৰপৰাও আমি লাগতিয়াল শিক্ষা লাভ কৰিব পাৰো। এই প্ৰবন্ধত ফুকন ডাঙৰীয়াৰ ৰাজনৈতিক জীৱনৰ কাৰ্যাৱলীৰ এটা চমু বৃত্তান্ত মাথোন দিয়া হৈছে।

ছাত্ৰ জীৱনত ফুকন খুব অধ্যয়নৰত আৰু পৰীক্ষাত শীৰ্ষস্থান লাভ কৰিবলৈ আগ্ৰহশীল নহলেও এজন প্ৰতিভাশালী ছাত্ৰ আছিল আৰু স্কুল কলেজৰ ছাত্ৰানুষ্ঠানবিলাকত তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। আনকি

কলিকতাত প্ৰেছিডেন্সী কলেজৰ ছাত্ৰসকলৰ আবৃত্তি আৰু ৰচনা প্ৰতিযোগিতাত ইংৰাজী আৰু বঙলা উভয়তে তেওঁ শীৰ্ষস্থান লাভ কৰিছিল বুলি জনা যায়। ইংৰাজী, অসমীয়া, বঙলা, হিন্দি আৰু উৰ্দ্দুৰ বাহিৰেও তেওঁ কেইবাটাও থলুৱা ভাষা বা দোৱান আয়ত্ত কৰিছিল। সংস্কৃত ভাষা আৰু সাহিত্যতো তেওঁৰ ৰাপ আছিল আৰু সেইবিলাকৰপৰা তেওঁ বহুত সময়ত বহুলভাৱে আবৃত্তি কৰিছিল। তেওঁৰ এজন প্ৰিয় ৰাজনৈতিক শিষ্য স্বৰ্গীয় লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে লেখা তেওঁৰ সৰু জীৱনীত ১৯০৬ চনত গুৱাহাটীৰ কাৰ্জন হলৰ ( এতিয়াৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ হল ) এটা সামাজিক অনুষ্ঠানত ফুকন ডাঙৰীয়াই ( তেওঁ তেতিয়া বিলাতৰপৰা বেৰিষ্টাৰী পাছ কৰি আহিছিল মাথোন, ) "ঘটা কটাহি" বুলি নিপুণভাৱে কৰা শিৱস্তোত্ৰৰ আবৃত্তিয়ে "মোৰ এতিয়াও তেখেতৰ আবৃত্তিৰ লগত শিৱৰ তাণ্ডৱৰ কথা মনত পেলায়" বুলি আৰু সেই দিনাই তেওঁ ভৱভূতি আৰু কালিদাসৰ ৰসৰ প্ৰভেদ দেখুৱাবলৈ ছুটি আন আবৃত্তি কৰি দৰ্শকক মুগ্ধ কৰে বুলি কৈছে। ৰসিক, সদানন্দ, বাকপটু, সুন্দৰ চেহেৰা আৰু স্বাস্থ্যৰ থুলন্ত পুৰুষ তৰুণৰাম ফুকন বিবিধ সমাজত এজন স্বাভাবিক নেতা স্বৰূপেই খাপ খাই পৰিছিল। তেওঁৰ বংশমৰ্যাদা, উচ্চ শিক্ষা, সামাজিকতা আৰু সুৰুচিয়ে ডেকা ফুকনক অসমৰ বাহিৰেও কলিকতা তথা বঙ্গদেশৰ বহুত বাছকবনীয়া, সম্ভ্ৰান্ত, উচ্চ আৰু অভিজাত পৰিয়ালৰ লগত ( তেওঁ বেৰিষ্টাৰ হৈ আহিও প্ৰথমতে কলিকতাতে ওকালতি আৰম্ভ কৰিছিল, ) মিলা-প্ৰীতি আৰু বন্ধুত্ব স্থাপন কৰিবলৈ সুবিধা দিছিল। সেই সময়ত তেওঁ খুব বিলাসী জীৱন যাপন কৰিছিল। আহাৰ-বিহাৰ, পোছাক-পৰিচ্ছদ, চলন-ফুৰণ সকলোতে তেওঁৰ বিলাসিতা প্ৰকাশ পাইছিল। কলিকতাত তেতিয়া কেইখনমানহে মটৰ গাড়ী আছিল আৰু অসমত বোধহয় কোনেও মটৰ গাড়ী লোৱাই নাছিল, সেই সময়তে তেওঁ ফ্ৰেঞ্চ মটৰ কোম্পানীৰপৰা এখন মটৰ গাড়ী কিনে। কলিকতাত থাকোতে বঙ্গদেশৰ কোনো কোনো বিখ্যাত পৰিয়ালৰ কন্যাৰ লগত তেওঁৰ বিবাহৰ প্ৰস্তাৱ কৰা হৈছিল। কিন্তু তেওঁ বাহিৰৰ কোনো পৰিয়ালৰ লগত বৈবাহিক সম্পৰ্ক নকৰি ডিব্ৰুগড়ৰ ৰায়বাহাদুৰ পৰশুৰাম খাউণ্ডৰ কন্যা বিদ্যুৎপ্ৰভা দেৱীক বিয়া কৰায় আৰু বিয়াৰ পিছত গুৱাহাটীতে থাকিবলৈ আৰু ওকালতি

কৰিবলৈ লয়। কিন্তু তেওঁ ওকালতিত খুব গুৰুত্ব সহকাৰে আৰু একাণ-পতীয়াভাৱে লগা দেখা নগ'ল। তেওঁৰ উকীল সহকাৰীয়ে চাই মেলি সংশ্লিষ্ট গোচৰবিলাকৰ মৰ্ম তেওঁক জ্ঞাত কৰাৰ পিছত আদালতত তেওঁ তেওঁৰ স্বাভাৱিক বিজ্ঞতা আৰু প্ৰতিভাৰে তেওঁৰ মক্কেলৰ পক্ষে ওকালতি কৰিয়েই অধিক ক্ষেত্ৰত জয় লাভ কৰিছিল বুলি জনা যায় আৰু কোনো কোনো সময়ত তেওঁ সেই কথা সহযোগীসকলৰ আগত ৰহস্য কৰি প্ৰকাশো কৰিছিল। কলিকতাৰ বহুল সমাজৰপৰা আহি ইয়াত তেওঁ কিছু পৰিমাণে সঙ্গহীন যেন হৈছিল বুলিও বোধহয়। ৰাজনীতিয়েও তেওঁক বিশেষভাৱে আকৰ্ষণ কৰা নাছিল। আনহাতে কিতাপ-পত্ৰ অধ্যয়নৰো তেওঁৰ অভ্যাস নাছিল। মাত্ৰ ওকালতিৰ দৰেই আনে পঢ়া শুনি কোৱা কথাকে স্বীয় প্ৰতিভাৰে তেওঁলোকতকৈয়ো পূৰ্ণতৰভাৱে আহৰণ আৰু উপলব্ধি কৰি নিপুণভাৱে সেইবিলাকৰ সদ্ব্যৱহাৰ কৰিছিল। গতিকে অফুৰন্ত স্বাস্থ্য আৰু শক্তি-সামৰ্থ্যৰ ফুকনক সময় কটোৱাৰ আৰু আত্ম-সন্তুষ্টিৰ কাৰণে অধিক আৰু আন কাম লগা হয় আৰু তাৰ কাৰণে তেওঁ ব্যাকুল হৈ পৰে। গতানুগত ধৰণৰ কামত তেওঁৰ ৰাপ নাই—অসাধাৰণ শক্তিসম্পন্ন ফুকনক কিছু অসাধাৰণ আৰু পৌৰুষপূৰ্ণ আৰু অগ্ৰগামীসুলভ কাম লাগে। এই অৱস্থাতে তেওঁৰ চিকাৰৰ প্ৰতি বিশেষ ধাউতি হয় আৰু তেওঁৰ বিখ্যাত চিকাৰী ককাইদেৱেক নবীনৰাম ফুকনৰ অনুসৰণত সেই বৃত্তি অৱলম্বন কৰি তেওঁ এজন বিখ্যাত চিকাৰী ৰূপে খ্যাতি লাভ কৰে আৰু চিকাৰেই শেহলৈকে তেওঁৰ প্ৰধান চখ বা 'হবি' হৈ পৰে। আইন কলেজ, মিউনিচিপেল বৰ্ড, লোকেল বৰ্ড, অসম কাউন্সিল, কেন্দ্ৰীয় এছেমব্লি, কংগ্ৰেছ - একোৱেই তেওঁক ব্যস্ত ৰাখিব নোৱাৰিলে। বিলাতৰ বাছক-বনীয়া আৰু অভিজাত বংশীয় চিকাৰীসকলৰ সৈতে কোচবিহাৰৰ ৰজাৰ চিকাৰৰ দলৰ লগতেই হওক বা ঘটলং আৰু তাবাক মিকিৰ, ৰেংফা আৰু গোচাং গাৰো কিম্বা বলবাহাদুৰ নেপালীৰ সৈতেই হওক, অসমৰ নানান ঠাইৰ খাল-বিল, পৰ্বত-কন্দৰত কৰা তেওঁৰ বিচিত্ৰ চিকাৰ অভিযানৰ কথা তেওঁৰ 'চিকাৰ কাহিনী'ত মনোৰমভাৱে প্ৰকাশ কৰি গৈছে। আনকি কলিকতাৰ বঙালী বন্ধুৰ সহায়ত বিশ্বস্ত আৰু চিকাৰপ্ৰিয় লগুৱা কুঁহি-ৰামক লগত লৈ তেওঁ সুন্দৰ বনৰ 'ৰয়েল বেঙ্গল টাইগাৰ' বিচাৰিও গৈছিল।

'ৰয়েল বেঙ্গল টাইগাৰ' বধ কৰিব নোৱাৰিলে ( পহু আৰু ঘৰিয়ালহে মৰা হ'ল ) যদিও তাৰ আৰু এই বনৰ লগত তেওঁৰ সম্যক পৰিচয় হ'ল। তেওঁ লেখিছে :

"...ডাঙৰ গছ নাই, হাতী নাযায়, বোকা-পানী অসমতল ঠাই, মহৰ প্ৰবল প্ৰতাপ ইত্যাদি কাৰণে সুন্দৰ বনত চিকাৰৰ আনন্দতকৈ কষ্ট আৰু প্ৰাণ নাশৰ আশঙ্কাই অধিক। প্ৰাণী সংহাৰতকৈ প্ৰাণ নাশৰ আশঙ্কা অধিক। কিন্তু য'ত আশঙ্কা আৰু অনিশ্চয়তা সৰহ, মৃগয়াৰ কৃতিত্ব আৰু চিকাৰৰ আনন্দ তাতেইহে। সুন্দৰ বনত বাঘ লগ পায় কম আৰু লগ পোৱা মানুহৰ সংখ্যাও কম। গতিকে সুন্দৰ বনৰ বাঘ অতি ভয়ঙ্কৰ বুলি প্ৰখ্যাত। কিন্তু আচলতে অসমৰ বাঘতকৈ ডাঙৰো নহয় আৰু উগ্ৰ প্ৰকৃতিৰো নহয়। সৰু ডাঙৰ প্ৰকৃতিগত বিভিন্নতা সকলো বাঘৰে আৰু সকলো দেশতে আছে। তুষাৰমণ্ডিত গগনস্পৰ্শী পৰ্বতমালা-পৰিশোভিতা, বিলোলবীচি বল্লৰী-বিৰাজমালা, বিশাল ব্ৰহ্মপুত্ৰবিধৌতচৰণা, অনুপমা অসমা জননীৰ অপৰূপ প্ৰাকৃতিক সৌন্দৰ্যক অতিক্ৰম কৰিব পৰা দেশ ভাৰতত নাই বুলি মোৰ বিশ্বাস ; কিন্তু সুন্দৰ বনৰ সৌন্দৰ্যয়ো হিয়া আকৰ্ষণ কৰিব নোৱাৰা লোকৰ সংখ্যা অতি কম হ'ব।"

তেওঁ বাঘ, ভালুক, পহু, গাহ'ৰি, ঘৰিয়াল আদি চিকাৰ কৰিছিল যদিও হাতী চিকাৰত ফুকন ডাঙৰীয়াই বিশেষ ধাউতি, দুঃসাহস আৰু কৃতিত্বৰ পৰিচয় দিছিল। সেইবিলাকৰ বৰ্ণনাৰ লগে লগে তেওঁ আন কিছুমান মনোজ্ঞ আৰু শিক্ষাপ্ৰদ কথাও কৈ গৈছে। পাহাৰী মিকিৰ গাৱঁত থাপি তেওঁ লেখিছে :—

"...মিকিৰৰ নাচ ইংৰাজৰ নাচৰ দৰে ; ঢোলৰ ছেৱে ছেৱে ঘূৰি ঘূৰি ঠেও লগাই নাচে। দেখি বৰ ভাল লাগিল। কোনোবা উদয়শঙ্কৰে পোৱা হলে অলপমান সাল-সলনি কৰি আধুনিক ধৰণৰ কৰি আমেৰিকা আদি ঠাইত প্ৰচাৰ কৰি ধন্যবাদো ললেহেঁতেন আৰু টকাও ঘটিলেহেঁতেন। থাকিও নথকা দুৰ্কপলীয়া অসমীয়াৰ বৰ্তমান দুৰবস্থাৰ ইয়ো এটা নমুনা। পৰ্বতীয়া মিকিৰে অসমীয়া নাজানে বুলিলেই হয়। 'বাংঠাই' অৰ্থাৎ গাওঁ-বুঢ়াই অলপ জানে।

"থকা ঠাই পৰ্বতৰ টিঙত। এডাল তৃণ নোহোৱাকৈ পৰিষ্কাৰ কৰি

ৰাখে। তাত বা ওচৰত খেতি নকৰে। কিছু দূৰৈত সৰু সৰু পৰ্বত পৰিষ্কাৰ কৰি তাতে এবছৰ বা দুবছৰ খেতি কৰে। খেতিৰ বাবে বস্তুৰ কাৰণে এটকা আৰু খেতিৰ কাৰণে ঘৰেপতি এটকা চৰকাৰী খাজনা দিয়ে। কপাহ, কচু, লাও, কোমোৰা আৰু বিশেষকৈ ধানৰ খেতি কৰে। আহু, শালি দুয়োবিধ খেতি কৰে। 'ঘনকৈ দিবা আলি, পৰ্বততো কৰা শালি'— ডাকৰ এই সাকুৱা বচনকো আওকাণ কৰি আলি নিদিয়াকৈ পৰ্বতত মিকিৰে শালি ৰোৱা দেখিলো। বাখ্যু বা সৰু কোদালেৰে সকলো খেতি চলায়। কেতিয়াবা এটা দুটা পহু মাৰি খায়। ভৈয়ামৰ শুকান মাছ নিয়ে ; তাত মাছ পাবলৈ নাই। সুধি-পুছি জানিলো যে সিহঁতে সাধাৰণতে নিৰামিষ খায়। পূজা দিলে গাহৰি বা কুকুৰা উছৰ্গা কৰি প্ৰসাদ লয়। মিকিৰে গছত উঠ্যা বান্দৰকো চেৰ পেলায়। ধান কটাৰ পিছত খেতিৰ নাম নাই। তেতিয়া ন পৰ্বত জুৰি মুনিহ আৰু তিৰোতাই বাঁহখৰি আনে। শাৰী শাৰীকৈ গোটা বাঁহ পৰ্বত সমানকৈ থৈছে, কেৱল জুই ধৰিবৰ কাৰণে। কাঠখৰি যথেষ্ট পৰিমাণে পালেও নানে ; বাঁহ অনা তিৰোতাৰ পক্ষে সহজ। ঘৰ-দুৱাৰ অতিশয় পৰিষ্কাৰ কৰি ৰাখে। চোতালত ফু মাৰি ভাত খাব পাৰি। ঘৰৰ ভিতৰত সোমাই চাই এটা বিশেষত্ব দেখিলো, সিহঁতে শুৱৰ কাৰণে আন পৰ্বতীয়া জাতিৰ দৰে চাং পাতি নলয়। মজিয়াতে ঢাৰি পাৰি শোৱে ; দিনত তুলি থয়।

"মুনিহ তিৰোতা সমানে দীঘল ডাঙৰ আৰু শকত-আৱত। ভৈয়ামৰ মানুহৰ দৰে দুখৰ কথা প্ৰচাৰ নকৰে। যি আছে, যি নাই, তাতে সন্তুষ্ট হৈ চলা দেখিলো।..... সন্তোষেই যদি সুখ হয়, সিহঁতৰ সুখৰ অভাৱ নাই। সুস্থ শৰীৰ, নিৰুদ্বেগ মন ; অতি অকাটৰ চিত্ত। ল'ৰা পিঠিত লৈ ওৰেদিনটো পৰ্বতে-ভৈয়ামে কাম কৰি ফুৰে। অবসৰ সময়ত সমনীয়াৰ লগত হাঁহি-খিকিন্দালিৰে আনন্দ উৎসৱ কৰে। সময়ে সময়ে ঘৰতে মদ কৰি খায় আৰু নাচ-বাগ কৰে ; কিন্তু গৃহকাৰ্য অৱহেলা কৰা দেখা নাযায়! নৰিয়া হলে পূজা দিয়ে, জৰা-ফুকা কৰে আৰু গছ-পাতেৰে দৰবো দিয়ে। বেমাৰত সৰহকৈ মৰিলে ঘৰ-দুৱাৰ এৰি ঠাই সলায়। নিজৰাৰ পৰিষ্কাৰ পানী খায় আৰু খায় খেতিৰ ন ন শাক কচু ; থাকে সৰহ ভাগ মুকলি পথাৰত। সেই বাবেই বেমাৰ কম আৰু দীৰ্ঘজীৱী হয় সিহঁত।

কিন্তু সভ্যতাৰ কোবত আমি যি দুদিন জীয়াই থাকো, তাতো যম যন্ত্ৰণা ভুগি মৰো। শিক্ষাভিমানী ডাক্তৰ কবিৰাজে ৰোগ নিৰ্ণয় কৰি, চিকিৎসা কৰি ৰক্ষাৰ হেতু উলিয়াব নোৱাৰে। বৰ্তমান শিক্ষাই প্ৰকৃত সত্যৰ স্বৰূপ কিমানদূৰ প্ৰকাশ কৰিব পাৰিছে, তাক নিঃসন্দেহে কোৱা টান। মোৰ বিশ্বাস, শিক্ষাই-অশিক্ষাই এয়ে জীৱন। দিনৰ পিছত দিন যাব, যুগৰ পিছত যুগ যাব—সুখ-দুখৰ সমাবেশত জীৱন চলিয়েই থাকিব। মনৰ গতিয়েই সুখ-দুখ নিৰাকৰণ কৰে; সুখ-দুখৰ স্ৰজন, পালন আৰু সংহৰণ কৰে। সেই চঞ্চল মনক সংযত কৰাৰ উপায় অৰ্জুনে সোধাত শ্ৰীকৃষ্ণই গীতাত অলপ কথাতে উত্তৰ দিছিল—

'অসংশয়ং মহাবাহো মনোদুৰ্নি গ্ৰহং চলম্,
অভ্যাসেন তু কৌন্তেয় বৈৰাগ্যেন চ গৃহ্যতে।'

"মন অতি চঞ্চল। তাক বান্ধিবৰ দুটা প্ৰকৃত উপায় আছে। এটা হৈছে অভ্যাস, পৰমযোগ আৰু দ্বিতীয় হৈছে বৈৰাগ্য; অৰ্থাৎ নিত্যানিত্যজ্ঞান, প্ৰকৃত জ্ঞান। পৰম জ্ঞানী আছিল ব্যাসদেৱ; কিন্তু সুখ-দুখৰ অতীত পৰম আনন্দময় বৈৰাগ্য যোগসিদ্ধ পৰম জ্ঞানী মহাপুৰুষ আছিল শুকদেৱ।

"হাতী চিকাৰৰপৰা তত্ত্বজ্ঞানৰ আলোচনাত পৰিলোহি, মনৰ বেগত। মনৰ গতি কেনি যায় আৰু ই কি কাৰ্যত প্ৰবৃত্ত কৰায়, তাক অনুমান কৰা টান। সেই দেখিয়েই অৰ্জুনে কৈছিল:

'তৎ কিংকৰ্মনি ঘোৰে মাং নিয়োজয়সি কেশব!'

প্ৰকৃতিক সংযত কৰি নিবৃত্তি মাৰ্গেৰে চলোৱা সাধনাৰ কাৰ্য; সিয়ো এটা কঠিন যোগ। 'অভ্যাসযোগযুক্তেন চেতসা নান্য গামিনা' বুলি গীতাত কৈছে।"

১৯১২ চনৰপৰা ১৯১৮ চনলৈ ফুকন ডাঙৰীয়া দুখন অসম কাউন্সিলৰ সদস্য হৈ থাকে। তাৰ পিছত গুৱাহাটী মিউনিচিপেল বৰ্ডৰ চেয়াৰমেন হয়। ১৯১৪ চনত মাণিকচন্দ্ৰ বৰুৱাৰ উদ্যোগত গুৱাহাটীত আৰ্ল ল কলেজ স্থাপিত হয়। ফুকন ডাঙৰীয়া আৰু নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়া এই ক্ষেত্ৰত বৰুৱা ডাঙৰীয়াৰ সহযোগী আছিল। ফুকন ডাঙৰীয়া এই কলেজৰ এজন লেকচাৰাৰ নিযুক্ত হয়। মাণিকচন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱাৰ উদ্যোগত ১৯০৩ চনত স্থাপিত অসমৰ একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান 'অসম এছচিয়েশ্যন'তো ফুকন

আৰু বৰদলৈ ডাঙৰীয়াই যোগ দিয়ে। ইয়াৰ আগতে যোৰহাটত জগন্নাথ বৰুৱা আৰু দেবীচৰণ বৰুৱাই স্থাপন কৰা ( ১৯৭৫ চনত ) সাৰ্বজনিক সভাহে অসমৰ ৰাজনৈতিক অনুষ্ঠান আছিল। অসম কাউন্সিললৈ ফুকন ডাঙৰীয়া সেই কাউন্সিলৰ জমিদাৰ বা মাটিগিৰি সমষ্টিৰপৰা নিৰ্বাচিত হৈছিল— প্ৰথমবাৰ গুৱাহাটীৰ উপেন্দ্ৰনাথ সেনক আৰু দ্বিতীয়বাৰ মেচপাৰাৰ জমিদাৰ ৰাজেন্দ্ৰনাৰায়ণ চৌধুৰীক পৰাজিত কৰি। অসম কাউন্সিলত তেতিয়া ৰাইজৰ হকে আগ ভাগ লোৱা সদস্যসকলৰ ভিতৰত ৰায় বাহাদুৰ ফণীধৰ চলিহা ডাঙৰীয়া অন্যতম আছিল। ফুকন ডাঙৰীয়াই তাত চলিহা ডাঙৰীয়াই অনা কানি নিবাৰণৰ আৰু ঘঁাহকৰ প্ৰত্যাহাৰৰ প্ৰস্তাৱ সমৰ্থন কৰি বক্তৃতা দিছিল বুলি জনা যায়। মাণিকচন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পিছত ১৯১৫ চনত বৰদলৈ ডাঙৰীয়াই অসম এছচিয়েশ্যনৰ সভাপতি হৈ সেই বছৰৰ ডিব্ৰুগড় অধিবেশনত ইয়াক নতুন আৰু সতেজ নেতৃত্ব দিয়ে আৰু ডেকাসকল অধিক কৰ্মৰত হৈ উঠে। ১৯১৮ চনৰ অধিবেশনত ফুকন ডাঙৰীয়া সভাপতি হয়।

১৯১৮ চনত মহাযুদ্ধৰ পিছত বৃটিছ গবৰ্ণমেণ্টে ভাৰতক উন্নতৰ আৰু প্ৰতিনিধিমূলক শাসন ব্যৱস্থা দিয়াৰ আশ্বাস দিওঁতে অসমে ইয়াক এখন গবৰ্ণৰযুক্ত 'মেজৰ' প্ৰদেশৰ মৰ্যাদা দিবলৈ দাবী কৰে। আসাম এছচিয়েশ্যনেই এই দাবীৰ অগৰণুৱা আছিল। সেই বছৰতে আপেক্ষাকৃত উদাৰ আৰ্ল চাহাবৰ ঠাইত হোৱা নতুন চীফ কমিছনাৰ ছাৰ বীটছন বেল চাহাবে ইয়াৰ ইংৰাজ চাহ খেতিয়কসকলৰ মন্ত্ৰণা ক্ৰমে ( তেতিয়া অসমত চাহ বাগানৰ ইংৰাজ খেতিয়কসকলৰ খুব প্ৰতিপত্তি আছিল, ) এই প্ৰদেশক দায়িত্বশীল আইন সভাৰ সৈতে গবৰ্ণৰৰ প্ৰদেশৰ পৰ্যায়ৰ মৰ্যাদা নিদি চীফ কমিছনাৰৰ তলত এখন 'মাইনৰ' প্ৰদেশ কৰি ৰাখিবলৈ ভিতৰুৱাভাৱে বৃটিছ গবৰ্ণমেণ্টৰ ওচৰত অনুমোদন কৰিছিল। এই বাতৰি ওলোৱাৰ লগে লগে অসমত প্ৰবল চাঞ্চল্য হয় আৰু অসম এছচিয়েশ্যনে নিজৰ দাবী সাব্যস্ত কৰাৰ অৰ্থে ভাৰত ভ্ৰমণৰত ভাৰত-মন্ত্ৰী মিঃ মণ্টেগু আৰু ভাৰতৰ বৰলাট ( গবৰ্ণৰ জেনেৰেল ) লৰ্ড চেমছ্‌ফোৰ্ডৰ ওচৰত কলিকতাত আবেদন আৰু সাক্ষ্য দিয়াৰ সিদ্ধান্ত কৰে আৰু সেই অনুসাৰে নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ নেতৃত্বত গঙ্গাগোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা, চন্দ্ৰধৰ বৰুৱা, প্ৰসন্ন কুমাৰ বৰুৱা আৰু পদ্মনাথ গোহাঁই বৰুৱাৰ লগতে ফুকন ডাঙৰীয়ায়ো মণ্টেগু-চেমছ্‌ফোৰ্ডৰ আগত অসমৰ বক্তব্য

উত্থাপন কৰে। সেই বিষয়ত কৃতকাৰ্য হোৱাৰ আশা নেদেখি আসাম এছচিয়েশ্যনে পিছত বৰদলৈ ডাঙৰীয়া আৰু প্ৰসন্ন বৰুৱাক পাৰ্লেমেণ্টৰ জইণ্ট কমিটীৰ আগত অসমৰ দাবী উত্থাপন কৰিবলৈ লণ্ডনলৈ পঠিয়াবলৈ সিদ্ধান্ত কৰে। পিছত অসমক গবৰ্ণৰৰ প্ৰদেশৰ মৰ্যাদা দিয়া হ'ল কিন্তু মণ্টেগু-চেমছ্‌ফোৰ্ড 'শাসন সংস্কাৰ' নামে অভিহিত সেই শাসন ব্যৱস্থাত ভাৰতক একো সন্তোষজনক স্বায়ত্ত-শাসন দিয়া নহল বুলি আৰু ইতিমধ্যে বৃটিছ গবৰ্ণমেণ্টৰ দ্বাৰা অনুষ্ঠিত জালিয়ানৱালাবাগৰ নৃশংস হত্যাকাণ্ডৰ প্ৰতিবাদত মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছৰ স্বৰাজ আন্দোলন আৰম্ভ হয়। বৰদলৈ প্ৰমুখ্যে অসম এছচিয়েশ্যনৰ সৰহভাগ প্ৰগতিবাদী নেতাই সেই আন্দোলনত তথা কংগ্ৰেছত যোগ দিয়ে আৰু আসাম এছচিয়েশ্যন অচল হৈ পৰে।

ফুকন ডাঙৰীয়াই প্ৰথম এবছৰমান কংগ্ৰেছ আন্দোলনত যোগ দিয়া নাছিল। ১৯২১ চনৰ আগভাগত প্ৰথম অসম প্ৰদেশ কংগ্ৰেছ কমিটী গঠিত হওঁতে তেওঁৰ কনিষ্ঠ কুলধৰ চলিহা ডাঙৰীয়াহে ইয়াৰ সভাপতি আৰু বৰদলৈ ডাঙৰীয়া প্ৰধান সম্পাদক হোৱাৰ কথা আগতে উল্লেখ কৰা হৈছে। তাৰ কেইমাহমান পিছত বৰদলৈ ডাঙৰীয়াৰ সনিৰ্বন্ধ অনুৰোধত ফুকন ডাঙৰীয়াই কংগ্ৰেছত সংক্ৰিয়ভাৱে যোগ দিয়ে। এই বিষয়ে ফুকন ডাঙৰীয়াৰ নিজৰ বৰ্ণনা কৰ্মবীৰ বৰদলৈৰ জন্ম শতবাৰ্ষিকীৰ স্মৃতিগ্ৰন্থত উদ্ধৃত কৰা হৈছে। ফুকন ডাঙৰীয়াৰ যোগদানে অসমৰ কংগ্ৰেছ আৰু অসহযোগ-আন্দোলন অধিক শক্তিশালী কৰি তোলে আৰু বৰদলৈ-চলিহায়ো তেওঁক তেওঁলোকৰ তথা অসম কংগ্ৰেছৰ নেতাৰূপে বৰণ কৰি লয়। নবগঠিত অসম প্ৰদেশ কংগ্ৰেছ কমিটীয়ে ফুকন, বৰদলৈ আৰু চলিহা ডাঙৰীয়াৰ লগতে চন্দ্ৰনাথ শৰ্মা, কৃষ্ণ নাথ শৰ্মা আৰু পণ্ডিত কনকচন্দ্ৰ শৰ্মাক নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সদস্য নিৰ্বাচিত কৰে আৰু তেওঁলোক আটাইকিজন নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ পৰবৰ্ত্তী অধিবেশনলৈ গৈ মহাত্মা গান্ধীক অসমলৈ নিমন্ত্ৰণ কৰি আহে। আগষ্ট মাহত মহাত্মা গান্ধীয়ে মৌলানা মহম্মদ আলি আদি কেইজনমান সৰ্ব-ভাৰতীয় নেতাৰ সৈতে অসমলৈ আহি গুৱাহাটী, তেজপুৰ, নগাওঁ, যোৰহাট আৰু ডিব্ৰুগড় পৰিভ্ৰমণ কৰি তেওঁৰ তথা কংগ্ৰেছৰ নীতি আৰু কাৰ্যপন্থাৰ কথা প্ৰচাৰ কৰি অসমবাসীক অসহযোগ আন্দোলনত যোগ দিবলৈ আহ্বান জনাই যায়হি। মহাত্মা গান্ধীয়ে পোনতে ফুকন

ডাঙৰীয়াৰ ঘৰতে সদলে আলহী হয়হি আৰু তেওঁৰ ঘৰৰ আগৰ তেতিয়াৰ বিশাল খোলা প্ৰাঙ্গনত এখন বিৰাট ৰাজহুৱা সভাত ফুকন, বৰদলৈ প্ৰমুখ্যে নেতাসকলৰ আৰু তেওঁলোকৰ পৰিয়ালৰ কেইবা হাজাৰো টকা মূল্যৰ বিলাতী কাপোৰ সমন্বিতে বিদেশী কাপোৰৰ দমত অগ্নিসংযোগ কৰিয়েই তেওঁৰ অসম অভিযান আৰম্ভ কৰে।

ইয়াৰ পিছত ফুকন, বৰদলৈ আৰু চলিহাৰ নেতৃত্বত অসমত যি ব্যাপক আৰু তুমুল স্বৰাজ আন্দোলন হৈছিল আৰু এই আন্দোলনত তেওঁলোকে আৰু জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সৰু বৰ অসংখ্য লোকে কেনে নিৰ্যাতন আৰু দুখ-কষ্ট ভোগ কৰিব লগা হৈছিল, সেইবিলাক এই প্ৰবন্ধত বৰ্ণনা কৰাটো সম্ভব নহয়। মহাত্মা গান্ধী আৰু তেওঁৰ একান্ত সচিব কৃষ্ণদাসজীয়েই সেই বিষয়ে 'ইয়ং ইণ্ডিয়া' আদি কাকতত প্ৰাঞ্জলভাৱে লিখি গৈছে।

কংগ্ৰেছৰ আন্দোলনত ফুকন ডাঙৰীয়া প্ৰথমতে ধুবুৰীত এটা ৰাজদ্ৰোহজনক বক্তৃতা দিয়াৰ অভিযোগত ( তেওঁ ধুবুৰীৰপৰা ডিব্ৰুগড়লৈকে সমগ্ৰ অসমত পৰিভ্ৰমণ কৰি তেওঁৰ ওজস্বিনী বক্তৃতাৰে জনসাধাৰণক আন্দোলনত উদ্বুদ্ধ কৰি ফুৰিছিল, ) অভিযুক্ত হৈছিল। গুৱাহাটীৰ ৰাইজে তেওঁক এখন ৰাজহুৱা সভা পাতি সেই উপলক্ষে অভিনন্দন জনাই ধুবুৰীত বিচাৰৰ সন্মুখীন হবলৈ আগবঢ়াই দিছিল। সেই সভাত নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই যি আবেগপূৰ্ণ আৰু তেজী বক্তৃতা দিছিল, তেওঁৰ তেনে উদ্দীপনাপূৰ্ণ বক্তৃতা আগে পিছে আৰু তেওঁ শুনা নাই বুলি ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাদেৱে লিখি গৈছে। বিচাৰত ফুকন ডাঙৰীয়াই সেই যাত্ৰালৈ খালাচ পালে। ইয়াৰ পিছত ১৯২১ চনৰ ৩০ নবেম্বৰৰ দিনা তেখেতক বৰদলৈ ডাঙৰীয়াৰ সৈতে ফৌজদাৰী কাৰ্যবিধি আইনৰ ১০৮ ধাৰা অনুসাৰে গ্ৰেপ্তাৰ কৰা হয়। বিচাৰত ফুকন ডাঙৰীয়াক এবছৰ আৰু বৰদলৈ ডাঙৰীয়াক ডেৰ বছৰ কাৰাদণ্ড বিহা হয়। এই কাৰাবৰণে তেওঁলোকক অসমবাসীৰ অধিক আদৰ আৰু শ্ৰদ্ধাৰ পাত্ৰ কৰি তুলিলে আৰু সেই সময়তে বৰদলৈ ডাঙৰীয়াক 'কৰ্মবীৰ' আৰু ফুকন ডাঙৰীয়াক 'দেশভক্ত' আখ্যাৰে বিভূষিত কৰা হয়। সমগ্ৰ অসমত তথা ভাৰতত তেতিয়া তুমুল অহিংস অসহযোগ আন্দোলন। কংগ্ৰেছে কাউন্সিল-এছেমব্লি বৰ্জন কৰিছে। বিদেশী বস্তু বৰ্জন, স্বদেশী প্ৰচলন, চৰকাৰী আইন আদালত, স্কুল-কলেজ বৰ্জন, মাদকতা নিবাৰণ,

জাতীয় স্কুল আৰু পঞ্চায়ত স্থাপন, বিদেশী বস্তুৰ আৰু মদ-ভাং-কানিৰ দোকানত আৰু চৰকাৰী স্কুল-কলেজৰ আগত পিকেটিং কাৰ্যত মুনিহ-তিৰোতা হেজাৰ বিজাৰ লোক লাঞ্ছিত আৰু কাৰাৰুদ্ধ। কেইসপ্তাহমানৰ পিছতে মহাত্মা গান্ধীয়ে খাজনা বন্ধ আৰু ব্যাপক আইন অমান্য আন্দোলনো প্ৰবৰ্তন কৰাৰ কথা। গুজৰাটৰ বৰদলিত ছৰ্দাৰ বল্লভভাই পেটেলৰ নেতৃত্বত আইন অমান্য আন্দোলন প্ৰবৰ্তন কৰা হৈছেই। এনেতে যুক্ত প্ৰদেশৰ ( এতিয়াৰ উত্তৰ প্ৰদেশৰ ) চৌৰিচৌৰা নামে ঠাইত গাৱলীয়া ৰাইজে স্থানীয় পুলিচৰ অত্যাচাৰৰ প্ৰতিশোধকল্পে তাৰ পুলিচ থানাত জুই লগাই দিয়ে আৰু কেইজনমান পুলিচক পুৰি মাৰে। মহাত্মা গান্ধীয়ে চৌৰিচৌৰাৰ ৰাইজৰ এই কাৰ্যত ক্ষুণ্ণ হৈ অহিংস অসহযোগ আৰু আইন অমান্য আন্দোলনৰ কাৰণে জনসাধাৰণ প্ৰস্তুত হোৱা নাই বুলি অনুভব কৰি আন্দোলন স্থগিত কৰিলে। কাৰণ তেখেতে মৰ্মে মৰ্মে অনুভব কৰিছিল আৰু দেশবাসীক দঢ়াই দঢ়াই কৈছিল যে হিংসাত্মক পন্থাৰে স্বৰাজ লাভ কৰাটো কেতিয়াও সম্ভৱ নহয়—হিংসাৰ পন্থা আৰু অস্ত্ৰেৰে পৰাক্ৰমী বৃটিছ গৱৰ্ণমেণ্টক পৰাজিত কৰিব পৰা নহব। তথাপি, মহাত্মা গান্ধীয়ে আন্দোলন স্থগিত ৰখা সত্ত্বেও তেওঁক গ্ৰেপ্তাৰ কৰা হয় আৰু বিচাৰত ছবছৰীয়া দীঘল কাৰাদণ্ড বিহা হয়।

ইয়াৰ পিছত অসহযোগ স্বৰাজ আন্দোলনত দেশত এটা অবসাদ আহে। কংগ্ৰেছ কৰ্মীসকলৰ মাজত কিংকৰ্তব্যবিমূঢ় ভাব আহে আৰু তেওঁলোকৰ মাজত দুটা দল বা উপদলৰ উদ্ভৱ হয়। পণ্ডিত মতিলাল নেহেৰু আৰু দেশবন্ধু চিত্তৰঞ্জন দাসৰ নেতৃত্বত এটা দলে কংগ্ৰেছৰ কাউন্সিল এছেমব্লি বৰ্জনৰ সিদ্ধান্তৰ প্ৰতিকূলে সেই সভাবিলাক পাৰ্যমানে দখল কৰি, সাংবিধানিক আৰু নিয়মতান্ত্ৰিকভাবে কংগ্ৰেছৰ আৰু জনসাধাৰণৰ আশা আকাঙ্ক্ষা পূৰণৰ কাৰণে আন্দোলন কৰাৰ পোষকতা কৰে আৰু আনটো দলে ৰাজা গোপালাচাৰিয়া আৰু ছৰ্দাৰ বল্লভভাই পেটেলৰ নেতৃত্বত মহাত্মাৰ গঠনমূলক কাৰ্যৰ আঁচনিমতেই কাম কৰি যোৱাৰ পোষকতা কৰে। গয়া কংগ্ৰেছত দেশভক্ত ফুকন ডাঙৰীয়াই 'স্বৰাজ দল' নামে অভিহিত ইয়াৰ প্ৰথম দলত যোগ দিয়ে আৰু নিৰ্বাচনত কেন্দ্ৰীয় আইন সভাৰ ( লেজিছলেটিভ এছেমব্লিৰ ) সদস্য নিৰ্বাচিত হয়। তাৰ আগে আগে তেওঁ দেশবন্ধু চিত্তৰঞ্জন দাসৰ লৈতে সমগ্ৰ দক্ষিণ ভাৰত ভ্ৰমণ

কৰি আগন্তুক কেন্দ্ৰীয় এছেমব্লিৰ নিৰ্বাচন উপলক্ষে স্বৰাজ দলৰ পক্ষে সভা-সমিতি পাতি প্ৰচাৰ কাৰ্য চলায়—যিদৰে উত্তৰ ভাৰতত পণ্ডিত মতিলাল নেহেৰু আৰু বাৰিষ্টাৰ দেশপ্ৰিয় যতীন্দ্ৰ মোহন সেনে স্বৰাজ দলৰ পক্ষে অভিযান চলায়। দেশবন্ধু দাসৰ লগত মাদ্ৰাজ আদি ঠাইত ডাঙৰ ডাঙৰ জনসভাত ফুকন ডাঙৰীয়াই দিয়া ওজস্বিনী বক্তৃতাৰ প্ৰশংসাপূৰ্ণ বিবৰণ সেই সময়ৰ ভাৰতৰ ভিন ভিন কাকতত প্ৰকাশ হৈছিল। এওঁলোকৰ অভিযানৰ ফলতে সেই নিৰ্বাচনত কেন্দ্ৰীয় এছেমব্লিত এটা ডাঙৰ কংগ্ৰেছ পাৰ্টি বা স্বৰাজ দলৰ উদ্ভৱ হয়। পণ্ডিত মতিলাল সেই দলৰ নেতা আৰু ফুকন ডাঙৰীয়া হুইপ নিৰ্বাচিত হয়। ১৯২৪ চনত ফুকন ডাঙৰীয়া গুৱাহাটী লোকেল বৰ্ডৰ চেয়াৰমেনো নিৰ্বাচিত হয়। তেৱেঁই এই বৰ্ডৰ প্ৰথম বে-চৰকাৰী চেয়াৰমেন। বৰদলৈ ডাঙৰীয়া তেতিয়া কংগ্ৰেছৰ আনটো দলত আছিল।

কেন্দ্ৰীয় পৰিষদত ফুকন ডাঙৰীয়াই কাচিৎ কেতিয়াবাহে মাত মাতিছিল। তেওঁ পৰিষদৰ মজিয়াত বক্তৃতা দিয়াতকৈ বা আলোচনাত অংশ গ্ৰহণ কৰাতকৈ দলটো পূৰঠ কৰা আৰু সজাগ কৰি ৰখা 'হুইপ' বা সচেতকৰ কাৰ্যতহে অধিক মনোযোগ দিছিল আৰু নিজ দলৰ কিম্বা আন দলৰ সদস্যসকলৰ লগত মিলা-মিশা আৰু কথোপকথনত অতি পাৰদৰ্শী আৰু প্ৰিয় ভাষী ফুকনক নেতা মতিলালেও সেই কামতহে বেছিকৈ খটাইছিল। ১৯২৬ চনৰ নিৰ্বাচনতো তেওঁ কেন্দ্ৰীয় এছেমব্লিলৈ পুনৰ নিৰ্বাচিত হয় আৰু তাত অনুৰূপ ভূমিকাকে অবলম্বন কৰি থাকে। ইফালে প্ৰাদেশিক আইন সভা বা কাউন্সিলৰ নিৰ্বাচনত সেইবাৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈও উঠি আৰু নিৰ্বাচিত হৈ স্বাভাবিকতে এই কাউন্সিলৰ স্বৰাজ দলৰ (কংগ্ৰেছ দলৰ নেতা নিৰ্বাচিত হয়। সেই বছৰতেই (১৯২৬) ডিচেম্বৰ মাহৰ শেষ সপ্তাহত গুৱাহাটী নগৰৰ সমীপবৰ্ত্তী পাণ্ডুত ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৪১শ অধিবেশন হয়। কৰ্মবীৰ বৰদলৈৰ উদগণিত ইয়াৰ আগৰ বছৰত কানপুৰ অধিবেশনত ডেকা কংগ্ৰেছ নেতা ৰোহিণীকান্ত হাতীবৰুৱা আৰু কৃষ্ণ নাথ শৰ্মাই কংগ্ৰেছৰ পিছৰ অধিবেশন অসমলৈ আমন্ত্ৰণ কৰে আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে সেই আমন্ত্ৰণ গ্ৰহণ কৰে। এই বিষয়ে কৃষ্ণনাথ শৰ্মা ডাঙৰীয়াই লেখিছে, "কৰ্মবীৰ বৰদলৈয়ে যদি মতিলাল নেহেৰুৰ

আগত অসমত কংগ্ৰেছ মহাসভা পতাৰ সমগ্ৰ ভাৰ তেওঁৰ নিজৰ গাত পাতি নললেহেতেন, তেন্তে অসমীয়া জাতিৰ ভাগ্যত কোনো কালে কংগ্ৰেছ পতা হৈ নুঠিলহেতেন।"

পাণ্ডুত কংগ্ৰেছ অধিবেশন হোৱাত আগৰ অবসাদ কিছু পৰিমাণে দূৰ হৈ অসমত এটা নতুন উদ্দীপনাৰ সৃষ্টি হৈছিল। এই অধিবেশনত মহাত্মা গান্ধী প্ৰমুখ্যে দেশৰ সৰহভাগ জাতীয় নেতাৰে সমাবেশ হৈছিল। মহাত্মা গান্ধীক তেওঁৰ ছবছৰীয়া কাৰাদণ্ডৰ ম্যাদ পূৰ্ণ নৌহওঁতেই মুক্তি দিয়া হৈছিল—কিছু পৰিমাণে তেওঁৰ মুক্তিৰ কাৰণে কেন্দ্ৰীয় পৰিষদত আৰু দেশৰ অন্যান্য ঠাইত দাবী উত্থাপিত হোৱাত আৰু কিছুপৰিমাণে বোধহয় তেওঁ পুনৰ চৰকাৰৰ বিৰুদ্ধে আন্দোলন নকৰাৰ আশাত। মহাত্মাই তাৰ আগতে হিন্দু-মুছলমানৰ মিলন আৰু একতাৰ কাৰণে আত্মনিয়োগ কৰিছিল আৰু এই অৰ্থে এক একৈশদিনীয়া মহান অনশন ব্ৰতত উত্তীৰ্ণ হৈছিল। সেই সময়ত উত্তৰ ভাৰতৰ কেইবা ঠাইতো হিন্দু-মুছলমানৰ সঙ্ঘৰ্ষ হৈছিল। কংগ্ৰেছত যোগ দিয়াৰপৰা মুছলমানসকলক আঁতৰত ৰাখিবলৈ চৰকাৰৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰৰোচনাত সম্প্ৰদায়িকতাবাদী মুছলমান নেতাসকলে উঠি পৰি লাগিছিল। পাণ্ডুৰ কংগ্ৰেছ অধিবেশন আৰম্ভ হোৱাৰ আগদিনাই দিল্লীত কংগ্ৰেছৰ সমৰ্থক হিন্দু নেতা স্বামী শ্ৰদ্ধানন্দক মুছলমান দুৰ্বৃত্তই হত্যা কৰিছিল আৰু সেই কাৰণে সমবেদনা প্ৰকাশ কৰি পাণ্ডুৰ কংগ্ৰেছ অধিবেশনৰ অভ্যৰ্থনা সমিতিয়ে পিছ দিনা অধিবেশনৰ সভাপতি শ্ৰীমান শ্ৰীনিবাস আয়েঙ্গাৰক লৈ কৰিবলৈ কৰা বিৰাট শোভাযাত্ৰাৰ পৰিকল্পনা পৰিত্যাগ কৰে। দেশভক্ত ফুকন ডাঙৰীয়া অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু কৰ্মবীৰ বৰদলৈ ডাঙৰীয়া তাৰ জেনেৰেল ছেক্ৰেটৰী বা প্ৰধান সম্পাদক আছিল। কিন্তু অভ্যৰ্থনা সমিতিয়ে যথাসাধ্য চেষ্টা কৰা সত্ত্বেও কংগ্ৰেছৰ সেই অধিবেশনৰ কাৰণে কৰিব লগা খৰচৰ ধন ভালেখিনি সংগ্ৰহ কৰিব আৰু তুলিব নোৱাৰিলে। স্বামী শ্ৰদ্ধানন্দৰ হত্যাকাণ্ডই সৃষ্টি কৰা দেশময় চাঞ্চল্যৰ কাৰণেই হওক বা দেশৰ এমূৰীয়া আৰু আচহুৱা ঠাই বুলিয়েই হওক, অভ্যৰ্থনা সমিতিয়ে যিমান সংখ্যক প্ৰতিনিধি এই অধিবেশনলৈ আহিব আৰু তেওঁলোকৰপৰা যি পৰিমাণে টকা পাব বুলি হিচাপ কৰিছিল, সেই পৰিমাণে প্ৰতিনিধিও এই অধিবেশনলৈ নাহিল

আৰু সেই পৰিমাণে তেওঁলোকৰপৰা আশা কৰা আয়ো কম হ'ল। তদুপৰি অধিবেশনৰ দ্বিতীয় দিনা সেই পুহ মাহৰ খৰালি কালতো ইমান প্ৰবল আৰু ধাৰাসাৰে বৰষুণ হল যে, খৰালি কালৰ উপযোগীকৈ তৈয়াৰ কৰা প্ৰতিনিধিসকলৰ শিবিৰ আৰু কংগ্ৰেছ অধিবেশনৰ সভামণ্ডপতো পানী সোমাবলৈ ধৰিলে আৰু সেই কাৰণে ভালেমান প্ৰতিনিধিয়ে অধিবেশনৰ শেহলৈকে নেথাকি শিবিৰ পৰিত্যাগ কৰি ঘৰমুৱা হল আৰু অভ্যৰ্থনা সমিতিয়ে তেওঁলোকৰপৰা পাব লগা ধনখিনিও তুলিব নোৱাৰিলে। এনেবিলাক কাৰণতে কংগ্ৰেছৰ সেই অধিবেশনৰ কাৰণে অভ্যৰ্থনা সমিতিৰ প্ৰায় ৪০ হেজাৰ টকা ঘাটি পৰিল। সেই ঘাটি টকাৰ সৰহাংশ পূৰণৰ কাৰণে অভ্যৰ্থনা সমিতিৰ সভাপতি দেশভক্ত ফুকন ডাঙৰীয়া আৰু প্ৰধান সম্পাদক কৰ্মবীৰ বৰদলৈ ডাঙৰীয়া বহুল পৰিমাণে ঋণগ্ৰস্ত হয় আৰু তেওঁলোকে ভালেখিনি মাটি সম্পত্তি বিক্ৰী কৰিব লগা হয়।

পাণ্ডুৰ কংগ্ৰেছ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি স্বৰূপে ফুকন ডাঙৰীয়াই যি চুটি কিন্তু আবেগ আৰু উদ্দীপনাপূৰ্ণ ভাষণ দিয়ে, সমগ্ৰ ভাৰতত তাৰ ভূৰি ভূৰি প্ৰশংসা হয়। গীতাৰ 'ধ্যানম' অধ্যায়ৰ "যং ব্ৰহ্মা বৰুনেন্দ্ৰ ·· যস্যান্তং ন বিদুঃ সুৰা সুৰগনা দেবায় তস্মৈ নমঃ" স্তোত্ৰৰে মুকলি কৰি আৰু জয়জয়তে দেশবন্ধু চিত্তৰঞ্জন দাসৰ বিয়োগত অভ্যৰ্থনা সমিতিৰ সমবেদনা জনাই আৰু সমাগত সমগ্ৰ ভাৰতৰ দেশসেৱকসকলক অভিনন্দন জ্ঞাপন কৰি, তেওঁ কয় যে এই ক্ষুদ্ৰ চহৰলৈ এই বিৰাট মহাসভাক আহ্বান কৰোতে তেওঁলোকে অতিথিসকলৰ কষ্ট আৰু অসুবিধা হ'ব বুলি অনুভব নকৰাকৈ থকা নাছিল। কিন্তু অতিথিসকলে তেওঁলোকৰ এই চুবুৰীয়া প্ৰদেশখনৰ বাইজৰ এই মহান অনুষ্ঠানৰ লগত ঘনিষ্ঠ পৰিচয় ঘটোৱাৰ প্ৰবল ইচ্ছাৰ কথা উপলব্ধি কৰি তেওঁলোকৰ সকলো দোষ-ত্ৰুটী যেন মাৰ্জনা কৰে। তাৰ পিছত তেওঁ এই প্ৰদেশৰ প্ৰাচীন আৰু বৰ্তমান উচ্চ সভ্যতা-সংস্কৃতি আৰু ঐতিহ্য-ইতিহাসৰ এইদৰে আভাস দিয়ে:

"The place where we have assembled today is sacred with thousand memories of India's past glories—memories of culture, of heroic deeds, of scientific achievements, of great happenings cherished in history.

"It was in this holy land of Kamarupa that Narakasura of

Pauranic fame reigned Supreme. It was Raja Bhagadatta of Kamarupa who went with 10,000 elephants to the holy battle field of Kurukshetra and gallantly fought for the Kauravas with soldiers from Assam which came up to 1/18th of the entire Kurusena. It was in this holy land of Kamarupa that Rishis and Moonis such as Basistha, Galava, Sukracharyya, Kashyapa and others found suitable places for their meditations. Ancient Kamrupa which lay extended "Karotoya samakirna yabat Dikkarabasini" including Coch Bihar and Rangpur, was at one time the seat of Indian culture- Kumar Bhaskarvarma of Kamrupa escorted by Hiuen Tsang led the historic deputation to the court of emperor Siladitta II known as Harsha Vardhana. It was here in 1668 A. D. that the great Assamese General Lachit Barphookan defeated the most powerful army of Emperor Aurangzeb and stemmed for ever the tide of Moghal conquest. It was here that Assamese people fought their Thermopaylle and drove back the Moghuls from their homeland. In the conquering career of the mighty Emperor., it was only at Saraighat—not for away from this pandal, that his formidable army had a crushing defeat. And again it was here that the great Assamese king Rudrasingha collected his vast army membering over 6 lakhs to conquer back from Gaur, the tarritories up to the river Karotoya which formed the traditional boundary between the ancient Kingdom of Kamrupa and the world west of it. And yet again it was about 6 miles from here that Bakhtiar Khiliji, the conqueror of Bengal was defeated and turned back in 1204 A. D by the most powerful King of Kamota. Three miles to our east along the Brahmaputra lies the lovely town of Gauhati—the ancient Pragyotispur the capital of Nanakasura, Bhagadatta and hundreds of other kings before and after them. ... ... ... ... During the medieval days, Hindu orthadoxy of the rather sordid character seemed to dominate the religious beliefs of the Assamese. But the two of the greatest religious reformers of that age - Sankara and Madhava and their Brahmanical contemporary Damodara ushered into Assam, an era of religious renaissance, the like of which can be compared only with contemporary Vaishnave Movement of India or the Protestant movement of Europe. These great teachers suffered privation at the hands of the powers that were and practised

Satyagraha against Brahmanical hierarchy of Assam backed as they were by tee powerful support of the Assamese Monarch. But the truth came out triumphant in the end and these two mighty spirits have left for Assam such a catholic faith of love, amity and brotherhood that without adopting the process of conversion by missions, hundreds of our animistic brothers are being brought within the folds of Hindu Society. It is for the preachings of these great spirits also, that the evils of untonchability donot appear to be so acute as they do in other places of India. Mighty as they appear as religious teachers, no less great were they in the realm of letters. Assamese literature which is one of the most ancient of languages having Sanskritic origin, was greatly enriched by them in their songs, lyrics and poetry; ann it is by their appeal to the higher human sentiment and to the soul at the same time, that they attained such great success as reformers. Before and after these great poets also many noble writers in both prose and poetry flourished and I make bold to assert that their writings would adorn any of the best literatures of the world. One has merely to look round any place from Dhubri to Sadiya and from north to the south, and he is sure to find temples and images, beautiful stone-pillars and engravings, all proclaiming the existence of an ancient civilization and culture."

তেওঁ অসমত হিন্দু-মুছলমানৰ মাজত থকা সদ্ভাব আৰু একতাৰ কথা, অসমীয়াৰ বোৱা-কটা গৃহ শিল্পৰ কথা আৰু গান্ধীজীয়ে অসমীয়া তিৰোতাসকলৰ বোৱা-কটাৰ নিপুণতাৰ বিষয়ে কৰা প্ৰশংসাজনক মন্তব্যৰ উল্লেখ কৰি ঘৰুৱা অৰ্থনীতিত খাদীৰ আৱশ্যকতা আৰু উপযোগিতাৰ কথা কয়, আৰু তাৰ পিছত ৰাজনৈতিক পৰিস্থিতিৰ কথা নিবেদন কৰে। কংগ্ৰেছত দলাদলিৰ উদ্ভৱ হোৱাৰ কথা উল্লেখ কৰি তেওঁ ডঃ মুঞ্জে, পণ্ডিত মদনমোহন মালব্য, এন-চি-কেলকাৰ, এম-আৰ-জয়াকৰ, লোকমান্য আনে আৰু লালা লাজপত ৰায়ৰ দৰে নেতাসকলে কংগ্ৰেছৰ ঘাই স্ফূৰ্তিৰপৰা আঁতৰি যোৱাৰ কাৰণে দুখ প্ৰকাশ কৰি, দেশৰ এই সঙ্কটপূৰ্ণ অৱস্থাত মহাত্মা গান্ধীক পুনৰ কংগ্ৰেছৰ নেতৃত্ব কৰিবলৈ আৰু সকলো জাতীয়তাবাদীকে দলাদলি পৰিত্যাগ কৰি মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছৰ পতাকাৰ তলত থিয় দিবলৈ সনিৰ্বন্ধ গোহাৰি জনায়। তেওঁ কয়:

' Honest differences of opinion are undoubtedly inevitable in politics, but should we not close up our ranks, specially when the deceptive manoeuvre of the enemies is threatening a complete rout ? In such a critical state of the country I may be pardoned if I take the liberty of striking a personal appeal to Mahatma Gandhi once again to give us the lead……Let us hope that the magic influence of this land will enable the fighting groups to settle their differences and make the Hindus and Mahammedans united in love and brotherhood and follow the leadership of the Congress like innoceant lambs tended by the gentle shepherd of Sabarmati."

কেইসপ্তাহমানৰ আগতে ভাৰত সচিব লৰ্ড বাৰ্কেনহেডে কংগ্ৰেছে মণ্টেগু চেমছ্ ফোৰ্ড শাসন সংস্কাৰত সহযোগিতা কৰি কাম কৰিবই লাগিব আৰু তেতিয়াহে ভাৰতক ইয়াতকৈ এক কিস্তি অধিক দায়িত্বশীল শাসন সংস্কাৰ দিয়াৰ কথা বিবেচনা কৰা যাব পাৰে বুলি কৰা দাম্ভিক উক্তিৰ প্ৰতিবাদ কৰি আৰু অহিংস অসহযোগ আন্দোলনত তেওঁৰ অচল আস্থা জ্ঞাপন কৰি ফুকন ডাঙৰীয়াই বীৰদৰ্পে কয় যে, ভাৰতে বৃটিছ গৱৰ্ণমেণ্টৰ ওচৰত আঁঠু লৈ ভিক্ষা নিবিচাৰে। তেওঁ কয়:

"This to my mind, means India's power of resistance must be crushed, she must be humiliated Let Gauhati Congress, let the representatives of the people of India answer the challenge of the noble Lord fairly and squarely…… Let Gauhati Congress decide whether India should get back to her old mentality of begging for favours on bended knees with folded hands or that she should stand on her own rights and make a demand for her birth right. Let Gauhati Congress decide whether India should be humiliated into co-operation in the hope of getting some favours or that she should stoutly refuse co operation till her legitimate rights are conceded to.

"I personally possess a great deal of robust optimism and I have a firm faith and a clear vision that freedom of India will come sooner than many people expect—if only we work honestly, earnestty and unitedly. Non-violent Non-co-operation had worked wonders within the very short time it was practised. It has animated Indian life with a sense of manhood, it has infused that love for freedom for the motherland which cannot be killed

**even by the most inhuman methods of Bureaucracy. It has taught us that even the weakest nation has a right to rebel against the most powerful nation that tries to impose by strength of arms its will against the wish of the people."**

ফুকন ডাঙৰীয়াৰ এই তেজোদ্দীপ্ত ভাষণৰ পিছত তেওঁ পুনৰ অসমৰ তথা ভাৰতৰ স্বাধীনতাৰ আন্দোলনত আগভাগ লব বুলি ৰাইজে আশা কৰিছিল। পাণ্ডু কংগ্রেছৰ সভাপতি শ্রীমান শ্রীনিবাস আয়েঙ্গাৰেও এক উদ্দীপনাপূৰ্ণ আৰু ভাৰত সচিব তথা বৃটিছ গবৰ্ণমেণ্টৰ ভাবুকি আৰু দমন-নীতিৰ প্ৰতি প্ৰত্যাহবানৰূপী ভাষণ দিছিল। কিন্তু দুখৰ বিষয়, ইয়াৰ পিছত তেওঁলোক কোনোজনেই দেখোন আন্দোলনলৈ আগবাঢ়ি নাহিল। বৰং আঁতৰি থকা মালব্য-আনে আগবাঢ়ি অহা সত্ত্বেও তেওঁলোক পিছ হুহঁকিহে গ'ল। ফুকন ডাঙৰীয়া সেইবাৰ নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশনত ইয়াৰ ১৯২৭ চনৰ ৱৰ্কিং কমিটিৰ অন্যতম সদস্য নিৰ্বাচিত হৈছিল। সেই কালত কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য ১৫ জন আছিল আৰু তেওঁলোক আটাইকিজনেই নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সদস্যসকলৰ দ্বাৰা নিৰ্বাচিত হৈছিল। তেতিয়ালৈকে ৱৰ্কিং কমিটিত অসমৰ কোনো কংগ্ৰেছ নেতা নিৰ্বাচিত হোৱা নাছিল। সেই হিচাপেও ফুকন ডাঙৰীয়াৰ সেই নিৰ্বাচনত অসমবাসীয়ে বৰ আনন্দ পাইছিল। কিন্তু ফুকন ডাঙৰীয়াই আনকি তাৰ পিছত হোৱা ৱৰ্কিং কমিটিৰ কেইবাটাও অধিবেশনত এটাতো যোগকে নিদিলে। তেওঁৰ এই কাৰ্যই অসমবাসীক—বিশেষকৈ কংগ্ৰেছী সকলক ব্যথিত কৰিছিল। ফুকন ডাঙৰীয়াৰ গুণকেহে দেখা আৰু প্ৰিয় শিষ্য লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়ায়ো এই বিষয়ে লেখিছে : "দুখৰ বিষয় এই যে, এই বছৰটোৰ ভিতৰত ফুকন ডাঙৰীয়াই এই কাৰ্যকৰী কমিটিৰ এটা অধিবেশনতো উপস্থিত নেথাকিল। এনে এটা গুৰুতৰ দায়িত্ব লৈ সেই অনুসাৰে কাম নকৰাত বহুত কংগ্ৰেছী লোকে তেখেতক এই শিথিলতাৰ বাবে বেয়া পাইছিল।" তথাপি ১৯২৭ চনৰ কংগ্ৰেছৰ মাদ্ৰাজ অধিবেশনৰ সভাপতি পদৰ কাৰণে দুখনমান প্ৰদেশে ফুকন ডাঙৰীয়াৰ নাম প্ৰস্তাব কৰিছিল—তেখেত দেশত ইমান জনাজাত আৰু প্ৰিয় হৈ উঠিছিল।

ফুকন ডাঙৰীয়াই ডাঃ আনচাৰিৰ সভাপতিত্বত হোৱা ১৯২৭ চনৰ কংগ্ৰেছৰ মাদ্ৰাজ অধিবেশনত যোগো নিদিলে। কিন্তু ১৯২৮ চনত ইয়াৰ

কলিকতা অধিবেশনত তেওঁক যোগ দিয়া দেখা গ'ল। কংগ্ৰেছৰ সেই অধিবেশন বৰ উদ্দীপনাপূৰ্ণ—আনকি উত্তেজনাপূৰ্ণও হৈছিল। ইতিমধ্যে বৃটিছ গৱৰ্ণমেণ্টে তেওঁলোকৰ পাৰ্লেমেণ্টৰ লিবাৰেল দলৰ নেতা ছাৰ জন ছাইমনৰ সভাপতিত্বত কেউটা দলৰ কেইজনমান সদস্যৰ সৈতে ভাৰতক এক কিস্তি অধিক দায়িত্বশীল শাসন ক্ষমতা দিয়াৰ কাৰণে বিবেচনা কৰিবলৈ এটা কমিছন বা আয়োগ নিয়োগ কৰিছিল। ছাইমন কমিছন নামে অভিহিত এই কমিছনে এই অৰ্থে আলোচনা গবেষণা কৰিবলৈ ভাৰত ভ্ৰমণ কৰিছিল। কংগ্ৰেছে কিস্তি কিস্তিকৈ ভাৰতক দায়িত্বশীল শাসন ক্ষমতা দিয়াৰ তীব্ৰ বিৰোধিতা কৰি ভাৰতক অবিলম্বে 'ডমিনিয়ন ষ্টেটাছ'ৰ পৰ্যায়ৰ স্বৰাজ বা স্বায়ত্ত-শাসন দিয়াৰ আৰু বৃটিছ আৰু ভাৰতীয় প্ৰতিনিধিৰ এখন ঘূৰণীয়া মেজ মেলত ইয়াৰ বিতং ৰূপ নিৰ্দ্ধাৰণ কৰাৰ দাবী কৰিছিল। বৃটিছ গবৰ্ণমেণ্টে কংগ্ৰেছৰ এই দাবীৰ প্ৰতি কৰ্ণপাত নকৰাত কংগ্ৰেছৰ ডেকা দলে অতিষ্ঠ হৈ উঠি কংগ্ৰেছে 'ডমিনিয়ন ষ্টেটাছ'ৰ পৰিবৰ্তে পূৰ্ণ স্বাধীনতাৰে দাবী কৰাৰ পোষকতা কৰিছিল। পণ্ডিত জৱাহৰলাল নেহৰু আৰু শ্ৰীসুভাষ চন্দ্ৰ বসুৱে এই দলৰ নেতৃত্ব কৰিছিল। ছাইমন কমিছন ভাৰতৰ য'লৈকে গৈছিল, তাতে তেওঁলোকৰ প্ৰতি সমদলে বিক্ষোভ প্ৰদৰ্শন কৰা হৈছিল। এনে বিক্ষোভ প্ৰদৰ্শনতে সশস্ত্ৰ পুলিচৰ আঘাতত পঞ্জাব-কেশৰী লালা লাজপত ৰায়ৰ গুৰুতৰ ভাৱে আহত হৈ মৃত্যু হৈছিল আৰু উত্তৰ প্ৰদেশত কংগ্ৰেছ নেতা পণ্ডিত গোবিন্দবল্লভ পন্ত পুলিচৰ লাঠীৰ কোবত চিৰকাললৈ ঘুণীয়া হৈছিল। আন সৰু বৰ কিমান কংগ্ৰেছ কৰ্মী আৰু স্কুল কলেজৰ ছাত্ৰ এইদৰে প্ৰহৃত আৰু লাঞ্ছিত হৈছিল, তাৰ সীমা নাই। লালাজীৰ মৃত্যুত গুৱাহাটীত পতা ৰাজহুৱা শোক সভাত ফুকন ডাঙৰীয়াই তেওঁৰ অগ্ৰজপ্ৰতিম, কেন্দ্ৰীয় পৰিষদৰ সহযোগী আৰু গুৱাহাটীত তেওঁৰ ঘৰত কেইমাহমানৰ আগতে মাথোন আলহী হৈ যোৱা, ভাৰতৰ এই অন্যতম অগ্ৰগণ্য জাতীয় নেতাজনৰ এনে বিয়োগত দিয়া মৰ্মস্পৰ্শী বক্তৃতাই উপস্থিত সকলোকে অভিভূত কৰিছিল।

কলিকতাত পণ্ডিত মতিলাল নেহেৰুৰ সভাপতিত্বত হোৱা কংগ্ৰেছৰ সেই অধিবেশনত ফুকন ডাঙৰীয়াই পুনৰ কংগ্ৰেছৰ আগশাৰীলৈ আহিব বুলি আমি পুনৰ আনন্দ লাভ কৰিছিলো। কিন্তু এই অধিবেশনতো ফুকন

ডাঙৰীয়াই একো বিশেষ ভূমিকা অৱলম্বন কৰা দেখা নগল। কলিকতা কংগ্ৰেছে পৰবৰ্ত্তী এবছৰৰ ভিতৰতে বৃটিছ গৱৰ্ণমেণ্টে ভাৰতক ডমিনিয়ন ষ্টেটাছ নিদিলে পূৰ্ণ স্বাধীনতাৰ কাৰণে আন্দোলন কৰা হ'ব বুলি সিদ্ধান্ত কৰিলে। পিছৰ বছৰত লাহোৰ অধিবেশনতো ফুকন ডাঙৰীয়াই যোগ দিয়ে ; কিন্তু বৰ দেখনিয়াৰভাৱে নহয়। তেওঁ কলিকতাত থকাৰ দৰে নেতাসকলৰ শিবিৰত নেথাকি অসমৰ আন প্ৰতিনিধিসকলৰ সৈতে প্ৰতিনিধিসকলৰ শিবিৰতে উঠিছিলগৈ। কিন্তু অভ্যৰ্থনা সমিতিৰ সভাপতি ডঃ চৈফুদ্দিন কিচলু আৰু প্ৰধান সম্পাদক লাল ছুনিচাঁদ প্ৰমুখ্যে পঞ্জাবৰ নেতাসকলে গম পাই তেওঁক প্ৰতিনিধিৰ শিবিৰৰপৰা নেতাসকলৰ শিবিৰলৈ লৈ যায়। কিন্তু এই অধিবেশনতো ফুকন ডাঙৰীয়াই নেতাৰ ভূমিকা গ্ৰহণ কৰা দেখা নগল আৰু এই অধিবেশনে কংগ্ৰেছৰ আগৰ সঙ্কল্প আৰু ঘোষণা মতে এতিয়া আৰু কংগ্ৰেছে পূৰ্ণ স্বাধীনতাৰ বাহিৰে আন কোনো শাসন সংস্কাৰত সম্মত নহয় আৰু পূৰ্ণ স্বাধীনতাৰ কাৰণে আন্দোলন কৰিব বুলি ঘোষণা কৰাৰ আগতে তেওঁ ঘৰলৈ প্ৰত্যাবৰ্তন কৰে।

লাহোৰ কংগ্ৰেছে কংগ্ৰেছ সদস্যসকলক কাউন্সিল-এছেমব্লি (তেতিয়া প্ৰাদেশিক আইন সভাবিলাকক কাউন্সিল আৰু কেন্দ্ৰীয় ভাৰতীয় আইন সভাক এছেমব্লি বোলা হৈছিল) পৰিত্যাগ কৰি মহাত্মা গান্ধীৰ নেতৃত্বত স্বাধীনতাৰ আন্দোলনত যোগ দিবলৈ নিৰ্দ্দেশ দিছিল। সেই নিৰ্দ্দেশ মতে দেশভক্ত ফুকন ডাঙৰীয়াই কেন্দ্ৰীয় এছেমব্লি আৰু প্ৰাদেশিক কাউন্সিলৰ স্বৰাজ দলৰ নেতা কৰ্মবীৰ বৰদলৈ প্ৰমুখ্যে ইয়াৰ কংগ্ৰেছী সদস্যসকলে তেওঁলোকৰ সদস্য পদ ত্যাগ কৰে। কিন্তু দেশভক্ত ফুকন ডাঙৰীয়া আৰু কৰ্মবীৰ বৰদলৈ ডাঙৰীয়া প্ৰমুখ্যে তেওঁলোকৰ কেইজনমানে আন্দোলনত যোগ নিদিলে আৰু পিছত পুনৰ স্বতন্ত্ৰ প্ৰাৰ্থী স্বৰূপে নিৰ্বাচনত থিয় দিয়ে, ১৯৩০ চনত। ফুকন ডাঙৰীয়া কেন্দ্ৰীয় এছেমব্লিলৈ নিৰ্বাচিত হয় ; কিন্তু বৰদলৈ ডাঙৰীয়া কাউন্সিলৰ নিৰ্বাচনত পৰাজিত হয় আৰু দুবছৰৰ পিছত তেওঁ পুনৰ আন্দোলনত যোগ দিয়ে। আগৰ তিনিওজন কৰ্ণধাৰ ফুকন, বৰদলৈ আৰু চলিহাৰ অবিহনে অসমৰ কংগ্ৰেছ ডাঙৰ সঙ্কটৰ সন্মুখীন হোৱা সত্বেও শ্ৰীবিষ্ণুৰাম মেধি আৰু ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা প্ৰমুখ্যে ডেকা নেতা সকলৰ উদ্যোগত অসমে ১৯৩০-৩২ চনৰ সৰ্ব-ভাৰতীয় আইন অমান্য

আন্দোলনত যি কৃতিত্ব দেখুৱালে, সেই বিষয়ে ইয়াত মাথোন সামান্য উল্লেখ কৰি যাম।

মহাত্মা গান্ধীয়ে প্ৰতি প্ৰদেশে নিজৰ অৱস্থাৰ লগত সঙ্গতি ৰাখি কেনেকৈ আইন অমান্য আন্দোলন কৰিব, সেই বিষয়ে চমু নিৰ্দেশ জাৰি কৰিলে আৰু নিজে ১২ মাৰ্চৰ দিনা সবৰমতী আশ্ৰমৰপৰা ৮৬ জন আশ্ৰমবাসীক লগত লৈ লোণ আইন অমান্য কৰিবৰ অৰ্থে ডাণ্ডী নামে ঠাইলৈ যাত্ৰা কৰিলে। তাৰ পিছৰপৰাই সমগ্ৰ দেশত আইন অমান্য আন্দোলন আৰম্ভ হ'ল। অসমত সেই আন্দোলনত ছাত্ৰসকলে বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ্ মিঃ কানিংহামে ছাত্ৰসকলক কংগ্ৰেছৰ সভা-সমিতি, পতাকা উত্তোলন আদি অনুষ্ঠানত যোগ দিয়াটো নিষিদ্ধ কৰি জাৰি কৰা চাৰ্কুলাৰখনকে অমান্য কৰিয়েই তেওঁলোকে প্ৰথমে কাৰাবৰণ কৰে। চৰকাৰৰ দমন নীতিও পূৰ্ণ মাত্ৰায় চলে। কিন্তু নৰম পন্থী এদলৰ সহযোগিতা সত্ত্বেও কংগ্ৰেছৰ নেতৃত্বত ছাইমন কমিছন বৰ্জন আৰু আইন অমান্য আন্দোলন সম্পূৰ্ণৰূপে কৃতকাৰ্য হোৱাৰ পৰিপ্ৰেক্ষিতত বৃটিছ গৱৰ্ণমেণ্ট এক নতুন কৌশল অৱলম্বন কৰে। তেওঁলোকে ভাৰতৰ শাসন সংস্কাৰৰ অৰ্থে তেওঁলোকৰ প্ৰাধান্যত বিলাতত এখন তথাকথিত ঘূৰণীয়া মেজমেল পাতি, তালৈ ভাৰতীয় ৰাজনৈতিক দলবিলাকক নিৰ্দিষ্ট সংখ্যক প্ৰতিনিধি পঠিয়াবলৈ আহ্বান কৰে আৰু ইয়াৰ চৰকাৰে নিজাভাৱেও ভিন ভিন প্ৰদেশৰ কিছুমান নৰমপন্থী লোকক 'প্ৰতিনিধি' মনোনীত কৰে। কংগ্ৰেছক আইন অমান্য আন্দোলন প্ৰত্যাহাৰ কৰি এই মেজমেলত যোগ দি আপোছ-আলোচনাৰ দ্বাৰা ভাৰতৰ নতুন শাসন ব্যৱস্থা নিৰ্দ্ধাৰণ কৰিবলৈ বিশেষ-ভাৱে আহ্বান কৰা হয়। কিন্তু এই ঘূৰণীয়া মেজমেলত নৰমপন্থী আৰু বৃটিছ গৱৰ্ণমেণ্টৰ সহযোগীসকলৰ সংখ্যা বেছি হ'ব আৰু এই মেজ-মেলৰ আলোচ্য বিষয়ো ভাৰতক পূৰ্ণ স্বায়ত্ত-শাসন দিয়াটো বুলি বৃটিছ গবৰ্ণমেণ্টে ঘোষণা কৰা নাই আৰু এই সম্মিলনত তেওঁলোকৰ কথা নৰজিব বুলি অনুভব কৰি কংগ্ৰেছে পোনতে সেই মেজমেলত যোগ নিদিছিল। কিন্তু তেতিয়াৰ বৰলাট লৰ্ড আৰৱিনে মহাত্মা গান্ধীক তথা কংগ্ৰেছক সেই মেজমেলত ভাৰতক 'ডমিনিয়ন ষ্টেটাছ' দিয়াৰ বিষয়েও

আলোচনা হ'ব পাৰিব আৰু ডমিনিয়ন ষ্টেটাছেই কাৰ্যতঃ পূৰ্ণ স্বৰাজ বুলি আৰু সেই মেজমেলত সংখ্যাগৰিষ্ঠৰ ভোটত কোনো সিদ্ধান্ত কৰাৰ ভয় নাই বুলি বৃটিছ গবৰ্ণমেণ্টৰ পক্ষে আশ্বাস দি, তাত সহযোগিতা কৰিবলৈ অনুৰোধ কৰাত মহাত্মাই তেওঁৰ লগত এটা চুক্তি কৰি এই মেজমেলৰ দ্বিতীয় অধিবেশনত যোগ দিবলৈ সম্মত হয়। 'গান্ধী-আৰৱিন চুক্তি' নামে অভিহিত এই চুক্তি মতে মহাত্মাই আইন অমান্য আন্দোলন স্থগিত ৰাখিবলৈ আৰু চৰকাৰে দমন নীতি প্ৰত্যাহাৰ কৰি কাৰাৰুদ্ধ আন্দোলনকাৰী সকলক মুক্তি দিবলৈ সম্মত হয়। কংগ্ৰেছে লগত মাত্ৰ দুজন পৰামৰ্শদাতা দি মহাত্মা গান্ধীক কংগ্ৰেছৰ একমাত্ৰ প্ৰতিনিধি স্বৰূপে বিলাতৰ মেজমেললৈ পঠিওৱাৰ সিদ্ধান্ত কৰিলে আৰু মহাত্মাই সেই অনুসাৰে মেজমেলত যোগ দিলেগৈ। কিন্তু মেজমেলৰ আলোচনা সমূলি সন্তোষজনক নহ'ল বৃটিছ গৱৰ্ণমেণ্টে ভাৰতক অবিলম্বে ডমিনিয়ন ষ্টেটাছ দিয়াৰ দাবী নানান যুক্তি আৰু ফন্দীৰে প্ৰত্যাখ্যান কৰিলে। ইতিমধ্যে লৰ্ড আৰৱিনৰ ঠাইত লৰ্ড উইলিংডন ভাৰতৰ বৰলাট নিযুক্ত হয় আৰু তেওঁৰ চৰকাৰে গান্ধী-আৰৱিন চুক্তি ভঙ্গ কৰি কংগ্ৰেছী সকলৰ ওপৰত কঠোৰ দমন নীতি অৱলম্বন আৰম্ভ কৰে, দেশত পুনৰ ভীষণ চাঞ্চল্য আৰু আইন অমান্য অন্দোলনৰ সম্ভাবনাই দেখা দিয়ে।

অসমত শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী প্ৰমুখ্যে আকৌ এদল ছাত্ৰ নেতাই কংগ্ৰেছত যোগ দিয়ে। এই লেখকেও সেই বছৰতে (১৯৩১ চনত) কংগ্ৰেছত যোগ দিয়ে। আমি দুয়ো ১৯৩০ চনত বি. এ. পাছ কৰি তেতিয়া আইন কলেজত ভৰ্তি হৈছিলো। মই কটন কলেজত তেতিয়াৰ ইংৰাজীৰ এম. এ. শ্ৰেণীতো যোগ দিছিলো। কিন্তু কংগ্ৰেছৰ কাম কৰিবৰ কাৰণে তাক এৰি দিলো। সেই বছৰ (১৯৩১ চনত) গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত পণ্ডিত কনক চন্দ্ৰ শৰ্ম্মাৰ সভাপতিত্বত হোৱা অসম ছাত্ৰ সম্মিলনৰ অধিবেশন খুব উদ্দীপনাপূৰ্ণ হৈছিল। শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী সেই অধিবেশনতে এই সম্মিলনৰ নতুন সম্পাদক নিৰ্বাচিত হৈছিল। কৰ্মবীৰ বৰদলৈ ডাঙৰীয়ায়ো সেই অধিবেশনত যোগ দি ছাত্ৰসকলক উৎসাহিত কৰিছিল। তাৰ পিচৰ বছৰত (১৯৩২ চনত) তেওঁ নিজেও আন্দোলনত যোগ দিয়ে।

১৯৩১ চনৰ ২৮ ডিচেম্বৰৰ দিনা মহাত্মা গান্ধীয়ে বিফলভাৱে মেজ-

মেলৰপৰা ঘূৰি আহি বোম্বাইত পদাৰ্পণ কৰে আৰু তেওঁক বিপুল সম্বৰ্দ্ধনা জনোৱা হয়। আজাদ ময়দানত হোৱা বিৰাট জনতাৰ মেজমেলত তেওঁৰ অভিজ্ঞতা সম্পৰ্কে আভাস দি কয় যে, বৃটিছ গৱৰ্ণমেণ্টে কংগ্ৰেছৰ দাবী পূৰণ কৰিবলৈ সমূলি ইচ্ছা কৰা নাই আৰু ভাৰতবাসীৰ মাজত সাম্প্ৰদায়িকতা আৰু দলাদলিৰ সুবিধা লৈ তেওঁলোকৰ দাবী অগ্ৰাহ্য কৰিবলৈ প্ৰয়াস পাইছে। তথাপি তেওঁ সঙ্ঘৰ্ষ পৰিত্যাগ কৰিবলৈ আৰু শান্তিৰ কাৰণে পাৰ্যমানে চেষ্টা কৰিব আৰু সাম্প্ৰদায়িক ঐক্যৰ কাৰণে—বিশেষকৈ হিন্দু সকলৰ ভিতৰতে চৰকাৰে প্ৰবৰ্তন কৰিব খোজা ভেদ-বৈষম্য ৰোধ কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিব। তাৰ পিছত তেওঁ ইতিমধ্যে লৰ্ড উইলিংডনৰ চৰকাৰে গান্ধী-আৰৱিন চুক্তি ভঙ্গ কৰি কৰা কাৰ্য্যাৱলীৰ সম্ভেদ লবলৈ ধৰিলে। বেঙ্গল অৰ্ডিনেন্স জাৰি কৰি বঙ্গদেশত যি অত্যাচাৰ কৰা হৈছে, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত খান আব্দুল গফুৰখান প্ৰমুখ্যে নেতাসকলক গ্ৰেপ্তাৰ কৰি কি কঠোৰ দমন নীতি চলোৱা হৈছে, উত্তৰ প্ৰদেশত কেনেকৈ পণ্ডিত জৱাহৰলালকে ধৰি নেতাসকলক গ্ৰেপ্তাৰ কৰি তাৰ ন্যায়সঙ্গত কৃষক আন্দোলন দমন কৰিবলৈ বিচৰা হৈছে ইত্যাদি সকলো বিৱৰণ মহাত্মাক দিয়া হয় আৰু তেওঁ বৰলাটৰ লগত এই বিলাক বিষয়ে আলোচনা কৰাৰ অনুমতি বিচাৰি ২৯ ডিচেম্বৰৰ দিনা বৰলাটলৈ এখন টেলিগ্ৰাম কৰিলে আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ এখন অধিবেশন আহ্বান কৰা হ'ল। বৰলাটৰ প্ৰাইভেট ছেক্ৰেটৰীয়ে মহাত্মাৰ এই টেলিগ্ৰামত উল্লেখ কৰা চৰকাৰৰ কাৰ্যাৱলীৰ যুক্তিযুক্ততা প্ৰদৰ্শন কৰি আৰু বৰলাটৰ লগত তেওঁ আলোচনা কৰিবলৈ কৰা প্ৰস্তাৱ পৰোক্ষভাৱে অগ্ৰাহ্য কৰি এখন টেলিগ্ৰাম দিয়ে। সেই টেলিগ্ৰামৰ উত্তৰত মহাত্মা গান্ধীয়ে বৰলাটলৈ পুনৰ এখন টেলিগ্ৰাম দিয়ে। তাত কোৱা হৈছিল যে, দেশত শান্তি আৰু সদভাব প্ৰতিষ্ঠা নহলে শাসন সমস্যা সমাধানত কোনো আলোচনা ফলবতী হ'ব নোৱাৰে। গতিকে বৰলাটৰ লগত তেওঁ আলোচনা কৰিব খোজা প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাৰ কাৰণে ৱৰ্কিং কমিটিয়ে পুনৰ আইন অমান্য আন্দোলন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। কিন্তু তেওঁৰ মনেৰে এতিয়াও সময় আছে আৰু এতিয়াও বৰলাটে তেওঁৰ সেই মনোভাব পৰিত্যাগ কৰি আপোচ-আলোচনা কৰিবলৈ সন্মত হ'ব বুলি তেওঁ (মহাত্মাই) আশা কৰে।

১৯৩২ চনৰ পহিলা জানুৱাৰীৰ দিনা বৰলাটৰপৰা টেলিগ্ৰামত উত্তৰ বা প্ৰত্যাহবান আহিল: "আপোনাৰ পৰামৰ্শক্ৰমে ৱৰ্কিং কমিটিয়ে আইন অমান্য আন্দোলন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰাত মই দুখিত। আইন অমান্য আন্দোলনৰপৰা উদ্ভব হ'ব পৰা সকলো পৰিণামৰ বাবে আপোনাক আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিক দায়ী কৰা হ'ব। চৰকাৰে কঠোৰ হাতেৰে অন্দোলন দমন কৰিব।"

গান্ধীজীয়ে টেলিগ্ৰামত উত্তৰ দিলে: "আইন অমান্য আন্দোলন সম্পূৰ্ণ অহিংস হ'ব আৰু তাত কাৰো বিৰুদ্ধে কোনো বিদ্বেষৰ ভাব নেথাকিব। আপুনি পৰিণামৰ যি ভয় দেখুৱাইছে, সেই বিষয়ে জনসাধাৰণেহে বিচাৰ কৰি ৰায় দিব।"

ইয়াৰ পিছতে মহাত্মা গান্ধী আৰু তেওঁৰ সোঁহাত স্বৰূপ চৰ্দাৰ বল্লভ ভাই পেটেলক চাৰি জানুৱাৰীৰ দিনা গ্ৰেপ্তাৰ কৰি অনিৰ্দিষ্ট কাললৈ বন্দী কৰা হ'ল। ৱৰ্কিং কমিটিয়ে লৰ্ড উইলিংডনৰ 'চেলেঞ্জ' গ্ৰহণ কৰিলে। পুনৰ আইন অমান্য আন্দোলন আৰম্ভ হ'ল। ৱৰ্কিং কমিটিয়ে 'জালিয়ানৱালা দিবস' ১৩ এপ্ৰিলৰ দিনা দিল্লীত কংগ্ৰেছৰ অধিবেশন পাতিবলৈ স্থিৰ কৰিলে। পণ্ডিত মদন মোহন মালব্য সেই অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছিল। কিন্তু চৰকাৰে তড়িৎ গতিৰে দমন নীতি অৱলম্বন কৰিলে। কংগ্ৰেছ অনুষ্ঠান আৰু ইয়াৰ শাখা প্ৰশাখা বিলাক বে-আইনী ঘোষণা কৰা হ'ল। আনকি গঠনমূলক কৰ্মীৰ আশ্ৰম অনুষ্ঠানবিলাক আৰু জাতীয় শিক্ষানুষ্ঠানবিলাকো বে-আইনী ঘোষিত হ'ল। কংগ্ৰেছ আৰু সেই অনুষ্ঠানবিলাকৰ টকা-পইছা আৰু সা-সম্পত্তিবিলাক বাজেয়াপ্ত কৰি সেইবিলাকত তলা লগালে। কিছুমানৰ প্ৰাঙ্গনত পুলিচ বহিল; কিছুমান ঠাইত কংগ্ৰেছ কমিটিৰ ঘৰবিলাক জুই লগাই পুৰিলে। অৰ্ডিনেন্সৰ পিছত অৰ্ডিনেন্স জাৰি কৰিবলৈ ধৰিলে আৰু সৰু-বৰ, মুনিহ-তিৰোতা হেজাৰ-বিজাৰে কংগ্ৰেছ কৰ্মীক গ্ৰেপ্তাৰ কৰি জেলত ভৰোৱা হ'ল। পণ্ডিত মালব্যক তেওঁ দিল্লীৰ কংগ্ৰেছ অধিবেশনলৈ যোৱাৰ পথত গ্ৰেপ্তাৰ কৰা হ'ল, সেইদৰেই দিল্লী অধিবেশনলৈ অহা বহুত কংগ্ৰেছ প্ৰতিনিধিকো। তথাপি কেইবাশও প্ৰতিনিধিৰ উপস্থিতিত, সভাস্থলীতে নিৰ্বাচিত গুজৰাটৰ নেতা শেঠ ৰণছোড়লালৰ সভাপতিত্বত

পুলিচে নজনাকৈ চাঁদনি চকত দিল্লীৰ সেই অধিবেশন অনুষ্ঠিত হ'ল আৰু সেই অধিবেশনত (১) কংগ্ৰেছৰ লক্ষ্য পূৰ্ণ স্বাধীনতা বুলি দোহাৰি, (২) আইন অমান্য আন্দোলন দৃঢ়ভাৱে চলাই যোৱাৰ সিদ্ধান্ত কৰি (৩) মহাত্মা গান্ধীৰ নেতৃত্বত পূৰ্ণ আস্থা আৰু আইন অমান্য আন্দোলনত সহযোগিতা কৰাৰ কাৰণে জনসাধাৰণক ধন্যবাদ জ্ঞাপন কৰি আৰু (৪) অহিংসাত গভীৰ আস্থা প্ৰকাশ কৰি আৰু বিশেষকৈ উত্তৰ পশ্চিম সীমান্ত প্ৰদেশৰ পাঠানসকলে প্ৰদৰ্শন কৰা অহিংসা-নিষ্ঠাৰ কাৰণে তেওঁলোকক ধন্যবাদ জ্ঞাপন কৰি প্ৰস্তাৱ গ্ৰহণ কৰা হয়।

তাৰ পিছত অসমত তথা দেশখনত কি আন্দোলন! কি কৰ্মোন্মাদনা! এই আন্দোলন ১৯৩৩ চনলৈকে চলিছিল। ইয়াৰ ভিতৰতে বৃটিছ প্ৰধান মন্ত্ৰী মিঃ মেকডোনাল্ডে ভাৰতৰ প্ৰস্তাবিত নতুন আইন সভাবিলাকত সাম্প্ৰদায়িক প্ৰতিনিধিত্বৰ মাত্ৰা আগতকৈও বৃদ্ধি কৰি, সংখ্যালঘিষ্ঠ মুছলমান আৰু য়ুৰোপিয়ানসকলক সাম্প্ৰদায়িক নিৰ্বাচনৰ ভিত্তিত অতিশয় অতিৰিক্ত আসন বা 'ৱেইটেজ' দি আৰু হিন্দু সম্প্ৰদায়ৰ অনুন্নত বা অনুসূচীত জাতি বা বৰ্ণসমূহৰ কাৰণে স্বকীয়া নিৰ্বাচন ভিত্তিত আচুতীয়া আসনৰ ব্যৱস্থা কৰি তেওঁৰ কুখ্যাত 'সাম্প্ৰদায়িক বাটোৱাৰা' (কমিউনেল এৱাৰ্ড) ঘোষণা কৰে, ১৯৩২ চনৰ ১৭ আগষ্টত। মহাত্মা গান্ধীয়ে হিন্দুসকলৰ ভিতৰতে বিভেদ-বৈষম্য স্থাপন কৰিবলৈ বিচৰা এই মাৰাত্মক ব্যবস্থাৰ বিৰুদ্ধে জেলতে আমৰণ অনশন অৱলম্বন কৰে আৰু তাৰ ফলত এই ব্যৱস্থা ভালেখিনি সংশোধিত হয়। কিন্তু সিমানলৈ আঁতৰি নগৈ পুনৰ আমাৰ ঘাই বিষয়লৈ আহোঁ।

ফুকন ডাঙৰীয়া তেতিয়াও কেন্দ্ৰীয় এছেমব্লিৰ সদস্য। কেন্দ্ৰীয় চৰকাৰে অসমৰ ওপৰতো জৰুৰী আইন প্ৰবৰ্তন কৰি কংগ্ৰেছ কৰ্মীসকলৰ আৰু বিপ্লবী মুক্তিযুঁজাৰুসকলৰ ওপৰত কঠোৰ দমন ব্যৱস্থা অৱলম্বন কৰিবলৈ প্ৰয়াস পায়। এই অৱস্থাতো কেন্দ্ৰীয় পৰিষদত অসমৰ প্ৰতিনিধি ফুকন ডাঙৰীয়াই অসম ফৌজদাৰী আইন সংশোধনী বিলখনৰ দৰে ব্যৱস্থাৰ বিৰোধিতা নকৰাত তেওঁৰ পুৰণি কংগ্ৰেছী সহকৰ্মীসকলৰ সমন্বিতে ইয়াৰ বহু লোকেও তেওঁৰ নিষ্ক্ৰিয়তাৰ বিৰূপ সমালোচনা কৰিবলৈ ধৰে আৰু "তেওঁ তেন্তে কি কৰিবলৈ কেন্দ্ৰীয় পৰিষদলৈ গৈছিল?" বুলিও প্ৰশ্ন

কৰে। ফুকন ডাঙৰীয়াই তেতিয়াহে এই বিলৰ বিৰোধিতা কৰি কেন্দ্ৰীয় এছেমব্লিত এটা চোকা আৰু যুক্তিপূৰ্ণ বক্তৃতা দিছিল। সেই সময়তেই কেন্দ্ৰীয় এছেমব্লিত তেতিয়ালৈকে বিহাৰৰ লগত একেখন প্ৰদেশত লগ লগাই ৰখা উৰিষ্যাক এখন বেলেগ প্ৰদেশত পৰিণত কৰিবলৈ উৰিষ্যা আৰু অন্যান্য ঠাইৰ কেইবাজনো সদস্যই কৰা দাবীত সঁহাৰি জনাই কেন্দ্ৰীয় চৰকাৰে প্ৰস্তাবিত সুকীয়া উৰিষ্যা ৰাজ্যৰ সীমা নিৰ্ধাৰণ কৰিবলৈ এজন ইংৰাজ আই. চি. এছ. বিষয়াৰ সভাপতিত্বত দুজনমান কেন্দ্ৰীয় পৰিষদৰ সদস্যৰ সৈতে এখন সীমা নিৰ্দ্ধাৰণ আয়োগ গঠন কৰে আৰু নিৰ্দলীয় এম. এল. এ. ফুকন ডাঙৰীয়াক সেই কমিটিৰ সদস্য কৰা হয়। ফুকন ডাঙৰীয়াই তেওঁৰ আন সহযোগীকেইজনৰে সৈতে উৰিষ্যাৰ আৰু ইয়াৰ বিহাৰ সীমান্তৰ ভিন ভিন ঠাইত ঘূৰি, আৱশ্যকীয় তথ্য-পাতি সংগ্ৰহ কৰি আৰু স্থানীয় বিশিষ্ট আৰু প্ৰতিনিধিস্থানীয় লোকৰ সাক্ষ্য লৈ তেওঁৰ কৰ্তব্য নিয়াৰিকৈ পালন কৰে আৰু সেই আয়োগৰ প্ৰতিবেদনৰ ভিত্তিতে নতুন আৰু সুকীয়া উৰিষ্যা প্ৰদেশ গঠিত হয়। ফুকন ডাঙৰীয়াৰ তথা উৰিষ্যাৰ সীমা নিৰ্ধাৰণ আয়োগৰ এই কাৰ্যত বিহাৰ আৰু উৰিষ্যা উভয় প্ৰদেশৰ লোকসকলে সন্তোষ প্ৰকাশ কৰে।

১৯৩৩ চনৰ আঠ মে'ৰ দিনা মহাত্মা গান্ধীয়ে পুনৰ আত্মশুদ্ধিৰ কাৰণে ২১ দিনীয়া অনশন আৰম্ভ কৰে আৰু সেই দিনাই তেওঁক জেলৰপৰা মুক্তি দিয়া হয়। কিন্তু তেওঁ অনশনৰপৰা বিৰত নহৈ পুণাৰ পৰ্ণ কুটীৰত তেওঁৰ সেই ব্ৰত কৃতকাৰ্যতাৰে উৎযাপন কৰে। তাৰ পিছত তেওঁ গণ-সত্যাগ্ৰহ আৰু আইন অমান্য আন্দোলন স্থগিত ৰাখি ব্যক্তিগত সত্যাগ্ৰহৰ নিৰ্দেশ দিলে আৰু নিজে এক আগষ্টৰ দিনা ৩৪ জন সহকৰ্মীক লগত লৈ ব্যক্তিগত সত্যাগ্ৰহৰ কাৰণে ৰাস অভিমুখে যাত্ৰা কৰিলে। তেওঁলোকক গ্ৰেপ্তাৰ কৰি জেললৈ নিয়া হ'ল। কিন্তু মহাত্মা গান্ধীক পুণা এৰি আন ঠাইলৈ নেযাবলৈ নিৰ্দেশ দি পিছদিনা জেলৰপৰা মুক্তি দিয়া হয়। গান্ধীজীয়ে সেই নিৰ্দেশ অমান্য কৰাত তেওঁক পুনৰ গ্ৰেপ্তাৰ কৰা আৰু বিচাৰত এবছৰ জেল দিয়া হ'ল। জেলত তেওঁক অস্পৃশ্যতা দূৰীকৰণৰ বিষয়ে চিঠি-পত্ৰৰ আদান প্ৰদান কৰাটো বাধা দিয়াত তেওঁ পুনৰ প্ৰতিবাদ-কল্পে অনশন আৰম্ভ কৰে। অনশনৰ পাঁচ দিনৰ মূৰত তেওঁক বিনাচৰ্তে

মুক্তি দিয়া হয়। গান্ধীজীয়ে ঘোষণা কৰিলে যে তেওঁ জেলত যি বছৰটো কটাব লাগিছিল, সেই বছৰটোত একো ৰাজনৈতিক কাম নকৰে আৰু এই বছৰটোত কেৱল অস্পৃশ্যতা নিবাৰণৰ কামহে কৰিব। এই উদ্দেশ্যে তেওঁ এবছৰ অস্পৃশ্যতা নিবাৰণৰ অভিযানত সমগ্ৰ ভাৰত পৰিভ্ৰমণ কৰে আৰু ১৯৩৪ চনৰ এপ্ৰিলত অসমলৈকো আহে। সেই উপলক্ষে গুৱাহাটীৰ জজ ফিল্ডত হোৱা অস্পৃশ্যতা নিবাৰণী ৰাজহুৱা সভাত মহাত্মাই হিন্দীত দিয়া বক্তৃতা ফুকন ডাঙৰীয়াই প্ৰাঞ্জল অসমীয়াত ভাঙনি কৰি দিয়ে। এবছৰৰ অন্তত ১৯৩৪ চনৰ মে মাহৰ মাজভাগত ডাঃ আনচাৰি, শ্ৰীভুলাভাই দেশাই আৰু ডাঃ বিধান চন্দ্ৰ ৰায়ে স্বৰাজ্য দলটো পুনৰুজ্জীৱিত কৰা আৰু আগন্তুক নিৰ্বাচনত কংগ্ৰেছে প্ৰতিদ্বন্দ্বিতা কৰাৰ প্ৰস্তাৱ লৈ পাটনাত মহাত্মাজীক সাক্ষাৎ কৰে। মহাত্মাই যি সকল কংগ্ৰেছীয়ে আইন অমান্য আন্দোলনত যোগ দিব নোৱাৰে আৰু সংসদী ৰাজনীতিত বিশ্বাস কৰে, তেওঁলোকে নিৰ্বাচনত অংশ গ্ৰহণ কৰাত সন্মতি দিয়ে। ১৭ আৰু ১৮ মে'ত পাটনাত হোৱা নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে স্বৰাজ্য দলে নিৰ্বাচনত যোগ দিয়াত সন্মতি জ্ঞাপন কৰে আৰু ডাঃ আনচাৰিৰ সভাপতিত্বত এখন পাৰ্লেমেণ্টৰী বৰ্ড গঠন কৰি দিয়ে। চৰকাৰে এই সিদ্ধান্তত সন্তোষ পালে আৰু কংগ্ৰেছৰ ওপৰত থকা বাধা নিষেধ প্ৰত্যাহাৰ কৰিলে। ১৭ আৰু ১৮ জুনত বোম্বাইত কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে ৰাজনৈতিক পৰিস্থিতিৰ পৰ্য্যালোচনা কৰি বৃটিছ প্ৰধানমন্ত্ৰী মেকডোনাল্ডৰ সাম্প্ৰদায়িক বাটোৱাৰাৰ নিন্দা কৰে; কিন্তু হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায় একমত হ'ব নোৱৰা অৱস্থাত কংগ্ৰেছে এই বাটোৱাৰা গ্ৰহণো নকৰে, বৰ্জনো নকৰে বুলি প্ৰস্তাৱ গ্ৰহণ কৰে। ৱৰ্কিং কমিটিৰ এই সিদ্ধান্ত অযুক্তিকৰ আৰু অনিষ্টকৰ বুলি পণ্ডিত মদনমোহন মালব্য আৰু শ্ৰীআনেই ইয়াৰ ঘোৰ বিৰোধিতা কৰিছিল আৰু তেওঁলোকে ৱৰ্কিং কমিটি আৰু কংগ্ৰেছ পাৰ্লেমেণ্টৰী বৰ্ডৰপৰা পদত্যাগ কৰি প্ৰধানতঃ মেকডোনাল্ডৰ সাম্প্ৰদায়িক বাটোৱাৰাৰ বিৰোধিতা কৰাৰ ভিত্তিত নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবৰ কাৰণে কংগ্ৰেছ জাতীয়তাবাদী দল (কংগ্ৰেছ নেশ্যনেলিষ্ট পাৰ্টি) নামে দল গঠন কৰে। সেই সময়ত অসমে কেন্দ্ৰীয় পৰিষদত তিনিখন মাত্ৰ আসন পাইছিল—এখন ব্ৰহ্মপুত্ৰ উপত্যকাৰ সাধাৰণ সমষ্টিৰপৰা, এখন সুৰমা উপত্যকাৰ সাধাৰণ সমষ্টিৰপৰা আৰু

আনখন সদৌ অসম মুছলমান সমষ্টিৰপৰা। সদৌ অসম মুছলমান সমষ্টিৰপৰা মুছলিম লীগৰ শ্ৰীআব্দুল মতিন চৌধুৰী বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হয়। অসম উপত্যকা সাধাৰণ সমষ্টিৰপৰা প্ৰদেশ কংগ্ৰেছ কমিটিয়ে কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াক প্ৰাৰ্থী মনোনীত কৰিছিল। ফুকন ডাঙৰীয়াই প্ৰদেশ কংগ্ৰেছৰ ওচৰত মনোনয়ন নিবিচাৰি উক্ত কংগ্ৰেছ জাতীয়তাবাদী দলৰ প্ৰাৰ্থী স্বৰূপে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ সৈতে প্ৰতিদ্বন্দ্বিতাত অৱতীৰ্ণ হয়। অসমৰ কংগ্ৰেছ তথা ৰাজনৈতিক বুৰঞ্জীত ইয়াৰ সৰ্বপ্ৰধান নেতা দুজনৰ এই নিৰ্বাচনী প্ৰতিদ্বন্দ্বিতা এটা ডাঙৰ আৰু শিক্ষাপ্ৰদ ঘটনা। এই প্ৰতিদ্বন্দ্বিতা খুব তীব্ৰ হৈছিল আৰু তেওঁৰ পূৰ্বৰ কীৰ্তি-কলাপৰ কথা স্মৰণ কৰি আৰু কংগ্ৰেছ জাতীয়তাবাদী দলটোও কংগ্ৰেছৰেই এটা উপদল বুলি কিছুমান কংগ্ৰেছ কৰ্মীয়েও ফুকন ডাঙৰীয়াক সমৰ্থন কৰিছিল। কিন্তু নিৰ্বাচনত কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰে জয় হল; ফুকন ডাঙৰীয়া পৰাজিত হল।

১৯৩৫ চনৰ নতুন ভাৰত শাসন আইনমতে হোৱা প্ৰাদেশিক বিধান সভাৰ নিৰ্বাচনত ফুকন ডাঙৰীয়াই কংগ্ৰেছৰপৰা আৰু আঁতৰি গ'ল—বৰং কংগ্ৰেছৰ বিৰুদ্ধে থিয় দিলে। কংগ্ৰেছ কৰ্মীসকলে তেওঁৰ এই আচৰণত বৰ বেজাৰ পায়।

কংগ্ৰেছে ১৯৩৫ চনৰ নতুন প্ৰাদেশিক স্বায়ত্ব শাসন ব্যৱস্থা অতি অকিঞ্চিৎকৰ হৈছে বুলি তাৰ তীব্ৰ সমালোচনা কৰিছিল আৰু আনুষ্ঠানিক-ভাৱে নহলেও বহুত কংগ্ৰেছীয়েই কংগ্ৰেছে সেই শাসন সংস্কাৰত সহযোগিতা নকৰাৰ পোষকতা কৰিছিল আৰু অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰো সৰহভাগ নেতৃস্থানীয় লোকে তাকে কৰিছিল। আনহাতে ১৯৩০ চনত লাহোৰ কংগ্ৰেছৰ নিৰ্দেশ মতে প্ৰাদেশিক কাউন্সিলৰ সদস্যপদ ইস্তফা দিয়া, কিন্তু তাৰ পিছত নিৰ্দলীয়ভাৱে সেই কাউন্সিলৰ সদস্য হোৱা ৰোহিণী কুমাৰ চৌধুৰী প্ৰমুখ্যে কেইজনমান বিশিষ্ট লোকে আৰু বহুত অকংগ্ৰেছী মুখিয়াল লোকে সেই প্ৰাদেশিক শাসন ক্ষমতা একেবাৰে দলিয়াই পেলাব লগা বিধৰ নহয় বুলি তাত সহযোগিতা কৰাৰ পোষকতা কৰিছিল। সেই সময়ত অসমত বঙালীসকলৰ খুব প্ৰভাব প্ৰতিপত্তি আছিল আৰু বঙালী-ভাষী ছিলেট জিলাখনৰ (লোক সংখ্যা প্ৰায় ২৫ লাখ) সৈতে অসমৰ

লোক সংখ্যা তিনিভাগৰ এভাগ বঙালী হৈছিল আৰু অবঙালীসকলৰ অনা-অসমীয়াসকলক বাদ দি বঙালীসকলেই এই প্ৰদেশত সংখ্যাগৰিষ্ঠ বুলি কিছুমান বঙালী নেতাই দাবী কৰিবলৈ প্ৰয়াস পাইছিল আৰু মাত্ৰ অসম প্ৰদেশখনকে বঙ্গদেশৰ অন্তৰ্ভুক্ত কৰাৰ পোষকতা কৰিছিল আৰু সেই 'বৃহত্তৰ বঙ্গৰ' প্ৰস্তাৱ বঙ্গদেশৰ বাতৰি কাকতসমূহ আৰু বহুত নেতাই সমৰ্থন কৰিছিল।

অসম প্ৰদেশিক কংগ্ৰেছ কমিটি তথা কংগ্ৰেছ অসমৰ এনে গুৰুতৰ সমস্যাৰ প্ৰতি উদাসীন আৰু তেওঁলোক সৰ্বভাৰতীয় সমস্যা আৰু স্বৰাজৰ প্ৰতিহে আকৃষ্ট বুলি, আৰু এইদৰে হলে অসম আৰু অসমীয়া জাতিৰ অস্তিত্বই নেথাকিব বুলি কিছুমান লোকে অনুভৱ কৰিছিল। তেওঁলোকে ১৯৩৬ চনৰ প্ৰাদেশিক বিধান সভাৰ নিৰ্বাচনৰ আগে আগে খাচ অসমৰ আৰু অসমীয়াৰ স্বাৰ্থ ৰক্ষা কৰাৰ কাৰণে এটা শক্তিশালী প্ৰাদেশিক ৰাজনৈতিক দল গঠন কৰি সেই নিৰ্বাচনত অৱতীৰ্ণ হোৱাৰ পোষকতা কৰে আৰু সেই অৰ্থে "মিলিত জনসঙ্ঘ" ( ইউনাইটেড পিপল্‌ছ্‌ পাৰ্টি ) নামে দল গঠন কৰে। ফুকন ডাঙৰীয়াই এই দলত যোগ দিয়ে আৰু ইয়াৰ সভাপতি হয়। সেই বছৰতে ( ১৯৩৬ ) ফুকন ডাঙৰীয়া পুনৰ গুৱাহাটী লোকেল বৰ্ডৰ চেয়াৰমেনো নিৰ্বাচিত হয়। মুছলমান নেতৃস্থানীয়সকলৰ সৰহভাগেই এই দলতো যোগ নিদিলে আৰু মুছলমান নিৰ্বাচন সমষ্টিবিলাকৰ সৰহভাগতে মুছলিম লীগৰ প্ৰাৰ্থীহে নিৰ্বাচিত হ'ল। আনহাতে অমুছলমান সমষ্টিবিলাকত "মিলিত জনসঙ্ঘ" কংগ্ৰেছৰ ওচৰত শোচনীয়ভাৱে পৰাজিত হয়। দক্ষিণ কামৰূপ সমষ্টিত ৰোহিণীকুমাৰ চৌধুৰীয়ে এখন আসন লাভ কৰে। ফুকন ডাঙৰীয়া উত্তৰ কামৰূপ সমষ্টিত কংগ্ৰেছ প্ৰাৰ্থী আৰু তেওঁৰ আত্মীয় শ্ৰীসিদ্ধিনাথ শৰ্মাৰ হাতত পৰাজিত হয়।

আগতে ফুকন ডাঙৰীয়াই পোনপটীয়াভাৱে কংগ্ৰেছৰ বিৰোধিতা কৰা নাছিল আৰু নিৰ্দলীয় হৈ বা কংগ্ৰেছ জাতীয়তাবাদী দলৰ লগত থকা অৱস্থাতো তেওঁক কংগ্ৰেছৰ সাধাৰণ সদস্য হৈ থাকিবলৈ দিয়া হৈছিল ; কিন্তু এতিয়া তেওঁ এইদৰে কংগ্ৰেছৰ বিৰোধিতা কৰাৰ কাৰণে প্ৰদেশ কংগ্ৰেছ কমিটিয়ে তেওঁক ছবছৰৰ কাৰণে কংগ্ৰেছৰপৰা বহিস্কাৰ কৰে।

কংগ্ৰেছ অসম বিধান সভাৰ ৪১ খন আসনৰ কাৰণে প্ৰতিদ্বন্দ্বিতা

কৰি ৩৮ খনতেই জয়লাভ কৰি বিধান সভাত সৰ্বপ্ৰধান দল হয়; কিন্তু সামান্য ব্যৱধানত তাত একক সংখ্যাগৰিষ্ঠ দল হ'ব নোৱাৰিলে। আন সাতখন প্ৰদেশৰ বিধান সভাত কংগ্ৰেছে একক সংখ্যাগৰিষ্ঠতা লাভ কৰে আৰু কেইবামাহো বৃটিছ গৱৰ্ণমেণ্টৰ লগত আলোচনা চলাই আৰু গৱৰ্ণৰ সকলে ১৯৩৫ চনৰ ভাৰত শাসন আইনে প্ৰাদেশিক মন্ত্ৰীসভাৰ চৰকাৰক দিয়া অধিকাৰসমূহৰ ক্ষেত্ৰত হস্তক্ষেপ নকৰাৰ প্ৰতিশ্ৰুতি লৈ ১৯৩৭ চনৰ এপ্ৰিলত কংগ্ৰেছে সেই প্ৰদেশবিলাকত মন্ত্ৰীসভা গঠন কৰাৰ সিদ্ধান্ত লয় আৰু মন্ত্ৰীসভাও গঠিত হয়। উঃ পঃ সীমান্ত প্ৰদেশত কংগ্ৰেছৰ নেতৃত্বও কোৱালিশ্যন মন্ত্ৰীসভা পাতিবলৈ দিয়া হয়। অসমতো কংগ্ৰেছ দলক মন্ত্ৰীসভা গঠন কৰিবলৈ এই বিধান সভাৰ কেইবাজনো নিৰ্দলীয় আৰু আনকি মন্ত্ৰীসভাৰ দলৰো সদস্যই কংগ্ৰেছ দলৰ সহযোগী সদস্য হৈ বিধান সভাত কংগ্ৰেছ দলক কাৰ্যতঃ সংখ্যাগৰিষ্ঠ দলত পৰিণত কৰাৰ সম্ভাবনা দেখা যায় আৰু অসমৰ বাহিৰৰো কিছুমান কংগ্ৰেছীয়ে সেই দৰেই ইয়াত কংগ্ৰেছ কোৱালিশ্যন মন্ত্ৰীসভা গঠন কৰাৰ পোষকতা কৰে। ফুকন ডাঙৰীয়ায়ো এনে অভিমত প্ৰকাশ কৰে আৰু মহাত্মা গান্ধীক তথা কংগ্ৰেছ কৰ্তৃপক্ষক ভালকৈ বুজাই কলে তেওঁলোকেও অসমত কংগ্ৰেছক তেনে মন্ত্ৰীসভা গঠন কৰিবলৈ দিব বুলি কয়। তেওঁ মিলিত জনসঙ্ঘ আৰু সহযোগী ৰোহিণী কুমাৰ চৌধুৰী প্ৰভৃতিক অসন্তুষ্ট কৰিও এনে অভিমত প্ৰকাশ কৰা দেখি আমি এদল কংগ্ৰেছীয়ে বৰ আনন্দ বোধ কৰো। কোৱা বাহুল্য যে, কোনো কোনো কংগ্ৰেছীয়ে ফুকন ডাঙৰীয়াক নষ্ট হোৱা নেতা বুলি এৰি দিছিল যদিও আমি কেইজনমানে তেওঁক পুনৰ কংগ্ৰেছলৈ অনাৰ আৰু তেওঁ অহাৰ আশা এৰা নাছিলো। ফুকন ডাঙৰীয়াই ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত যোগ নিদিয়াৰ কাৰণেও আমাৰ ক্ষোভ নাছিল। কাৰণ সেই তিনি বছৰৰ ভিতৰত তেওঁ ওপৰা-উপৰিকৈ তিনিটা পাৰিবাৰিক মৃত্যু—শোকত (জীয়েক, জোৱায়েক আৰু পত্নীৰ) অভিভূত হোৱাৰ কথা আমি পাহৰা নাছিলো। মই 'অসমীয়া' কাকতখনৰ সম্পাদক স্বৰূপে আৰু গুৱাহাটী জিলা কংগ্ৰেছ কমিটিৰ সভাপতি ডাঃ ভুবনেশ্বৰ বৰুৱাদেৱে ফুকন পৰিয়ালৰ ডাক্তৰ হিছাপে ফুকন ডাঙৰীয়া 'মিলিত জনসঙ্ঘ'ত সোমোৱা অৱস্থাতো তেওঁৰ লগত সংস্পৰ্শ ৰাখি চলিছিলো। কংগ্ৰেছ দলপতি

গোপীনাথ বৰদলৈ ডাঙৰীয়াও ফুকন ডাঙৰীয়াৰ প্ৰতি সদায় আসক্ত আছিল। ফুকন ডাঙৰীয়াৰ উক্ত অভিমতৰ আভাস পায়েই মই তেওঁক লগ ধৰি অতি সন্তৰ্পণে আৰু বিনয়ৰে মিলিত জনসঙ্ঘৰ ব্যৰ্থতাৰ আৰু শ্ৰীচৌধুৰীয়ে শ্বাদুল্লা মন্ত্ৰীসভাত সোমাই অসমৰ আৰু অসমীয়াৰ অনিষ্টহে কৰা সেই অৱস্থাত তেওঁক 'জনসঙ্ঘ' পৰিত্যাগ কৰিবলৈ আৰু সেই মৰ্মে 'অসমীয়া' কাকতত এটা বিবৃতি দিবলৈ অনুৰোধ কৰো। অৱশ্যে ইমান পোনে পোনে নহয়— ইয়াৰ আগতে পৰিস্থিতিৰ বিষয়ে ভালেখিনি আলোচনা কৰাৰ পিছত। তেওঁৰ প্ৰতিক্ৰিয়া মই শঙ্কা কৰাৰ দৰে বিৰূপ নেপাই বৰ আশ্বস্ত হ'লো। সেই প্ৰসঙ্গত তেওঁ মোৰ আগত কংগ্ৰেছৰ কিছুমান লোকে তেওঁৰ বিপক্ষে কোৱা বুলি কোৱা কিছুমান কথা মই নুই কৰিবলৈ টান পাইছিলো আৰু সেই বিলাক কথা 'ছিৰিয়াছলী' নলবলৈ মাথোন তেওঁক বাৰে বাৰে অনুৰোধ কৰিছিলো। শেহত তেওঁ ভাবি চাম বুলি মোক পিছদিনা আহিবলৈ আৰু এটা চুটি বিবৃতি তেওঁৰ বিবেচনাৰ কাৰণে মোকে লেখি নিবলৈ ক'লে। কাকো জানিবলৈ নিদিয়াকৈ পিছদিনা তাকে কৰিলো। মই তেওঁৰ কাৰণে লেখি নিয়া বিবৃতিৰ খচৰাটো তেওঁ সাৱধানতা সহকাৰে পঢ়ি চাই, আকৌ ভালেখিনি কথা কৈ (সেইবিলাক ইয়াত উল্লেখ কৰিব নোখোজো), "বাৰু, ইয়াৰপৰা আমাৰ ভাল হ'ব বুলি ভাবিছা যদি দিছো চহী" বুলি তাত স্বাক্ষৰ কৰিলে। বিবৃতিটো পিছদিনাৰ 'অসমীয়া'ত ছপাবৰ কাৰণে দি আহি গধূলি কংগ্ৰেছ অফিছত ডাঃ বৰুৱা, ত্যাগবীৰ হেম বৰুৱা আৰু শ্ৰীঅমিয় কুমাৰ দাসক ক'লো। ডাঃ বৰুৱাৰ আনন্দৰ সীমা নাই। বৰুৱা আৰু দাসেও মই বৰ ডাঙৰ আৰু বিশ্বাস কৰিব নোৱৰা কাম কৰিলো বুলি মন্তব্য কৰিলে। পিছদিনা 'অসমীয়া'ত সেই বিবৃতি দেখি কংগ্ৰেছ মহলত মহা আনন্দ আৰু মিলিত জনসঙ্ঘৰ মহলত নিৰানন্দ আৰু তীব্ৰ ক্ষোভ। 'মিলিত জনসঙ্ঘ'ৰ মুখপত্ৰ 'প্ৰতিভা'ত ফুকন ডাঙৰীয়াৰ সেই বিবৃতিৰ কাৰণে মোক আক্ৰমণ কৰি আৰু সেই বিবৃতিও ফুকন ডাঙৰীয়াই নিজে লেখা নাই বুলি তীব্ৰ সম্পাদকীয় লেখিলে। কেনেকৈ জানিলে ক'ব নোৱাৰো। ফুকন ডাঙৰীয়াৰ বিশ্বস্ত সহচৰ ৰায়চাহাব ৰজনীকান্ত চৌধুৰীৰ বাহিৰে আন কোনো তাত সেই সময়ত উপস্থিত নাছিল আৰু ৰায়চাহাবে এই কথা কেতিয়াও নকয়।

তেতিয়া ফুকন ডাঙৰীয়াক পুনৰ কংগ্ৰেছলৈ অনাৰ বিষয়ে আমাৰ কংগ্ৰেছী সকলৰ মাজত আলোচনা হ'ল। তেওঁক আগৰ বছৰত প্ৰদেশ কংগ্ৰেছ কমিটিয়ে ছুবছৰলৈ বহিস্কাৰ কৰাৰ কথা আগতে কোৱা হৈছেই। সেই ব্যৱস্থা বাহাল থকা অৱস্থাত ফুকন ডাঙৰীয়াই মিলিত জনসঙ্ঘৰ বিষয়ে বিৰূপ মন্তব্য কৰি সেই দল পৰিত্যাগ কৰিছে বুলি বাতৰি কাকতত দিয়া বিবৃতিটোৱেই প্ৰদেশ কংগ্ৰেছৰ সেই সিদ্ধান্ত প্ৰত্যাহাৰ কৰাৰ আৰু তেওঁক পুনৰ কংগ্ৰেছত ভুক্ত কৰাৰ কাৰণে যথেষ্ট নে—এই বিষয়ে মতানৈক্যই দেখা দিলে আৰু সৰহভাগে ফুকন ডাঙৰীয়াই তেওঁ কংগ্ৰেছৰ বিৰোধিতা কৰাৰ কাৰণে দুখ প্ৰকাশ কৰি আৰু প্ৰদেশ কংগ্ৰেছ কমিটিলৈ তেওঁলোকৰ উক্ত দণ্ডমূলক ব্যৱস্থা প্ৰত্যাহাৰ কৰিবলৈ এখন চিঠি দিলেহে কংগ্ৰেছে সেই ব্যৱস্থা প্ৰত্যাহাৰ কৰা উচিত হ'ব বুলি ভাবিলে। এইবাৰ ডাঃ বৰুৱাৰ পাল। তেওঁৰ অনুৰোধত ফুকন ডাঙৰীয়াই প্ৰদেশ কংগ্ৰেছ কমিটিলৈ তেনে এখন চিঠি দিবলৈ সন্মত হ'ল আৰু শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীয়ে এখন খচৰাত ফুকন ডাঙৰীয়াৰ চহী আনিলগৈ। তাৰ পিছত ডাঃ বৰুৱাই নিজে ফুকন ডাঙৰীয়াক কংগ্ৰেছৰ চাৰি অনীয়া সদস্য কৰি আনে। শ্ৰীযুত গোপীনাথ বৰদলৈ ডাঙৰীয়াই তেওঁৰ কিতাপখনত এই দুয়োটা ঘটনা চমুকৈ উল্লেখ কৰিছে।

ইয়াৰ পিছত শ্বাদুল্লা মন্ত্ৰীসভা কঁপিবলৈ ধৰিলে। শ্ৰীযুত গোপীনাথ বৰদলৈৰ নেতৃত্বত আৰু কেইজনমান নিৰ্দলীয় এম-এল-এৰ সহযোগত কংগ্ৰেছ দলে বিধান সভাত শ্বাদুল্লা মন্ত্ৰীসভাক কেইবাটাও প্ৰস্তাবত পৰাজিত কৰে আৰু কেন্দ্ৰীয় কংগ্ৰেছ কৰ্তৃপক্ষই অসমত কংগ্ৰেছ কোৱালিশ্যন মন্ত্ৰীসভা গঠন কৰিবলৈ দিলেই এই মন্ত্ৰীসভাৰ ওপৰত পোনপটীয়া অনাস্থাৰ প্ৰস্তাৱো গৃহীত হোৱাৰ সুস্পষ্ট সম্ভাবনা দেখা গ'ল আৰু তাৰ কাৰণে কেন্দ্ৰীয় কংগ্ৰেছ কৰ্তৃপক্ষৰ ওচৰত আবেদন পৰিল। অৱশেষত ১৯৩৮ চনৰ বিধান সভাৰ শৰৎ অধিবেশনত কংগ্ৰেছ সভাপতি শ্ৰীসুভাষ চন্দ্ৰ বসু আৰু কেন্দ্ৰীয় কংগ্ৰেছ পাৰ্লেমেণ্টৰী বৰ্ডৰ সভাপতি মৌলানা আবুল কালাম আজাদ নিজে অসমলৈ আহি অৱস্থা পৰ্যবেক্ষণ কৰি কংগ্ৰেছ দলক মন্ত্ৰীসভা গঠন কৰিবলৈ অনুমতি দিলে। মন্ত্ৰীসভাৰ ওপৰত অনাস্থাৰ প্ৰস্তাবৰ জাননী দিয়া হ'ল আৰু অধ্যক্ষই ১৩ ছেপ্টেম্বৰৰ দিনা সেই প্ৰস্তাৱৰ আলোচনা

আৰু ভোটৰ দিন ধাৰ্য কৰিলে। কিন্তু উপায়ান্তৰ হৈ প্ৰধান মন্ত্ৰী (তেতিয়া মুখ্যমন্ত্ৰীজনক প্ৰধান মন্ত্ৰী বুলি অভিহিত কৰা হৈছিল), ছাৰ শ্বাদুল্লাই নিজেই পদত্যাগ কৰিলে আৰু সেই দিনাই গধূলি গৱৰ্ণৰে কংগ্ৰেছ দলৰ নেতা বৰদলৈক নতুন মন্ত্ৰীসভা গঠন কৰিবলৈ আহ্বান কৰিলে। বৰদলৈ ডাঙৰীয়া সম্মত হয়। ১৭ ছেপ্টেম্বৰৰ দিনা পুৱা কংগ্ৰেছ সভাপতিয়ে এটা বিবৃতি দিয়ে যে আঠজন মন্ত্ৰীৰে কংগ্ৰেছ কোৱালিশ্যন মন্ত্ৰীসভা গঠিত হ'ব। তাৰ ভিতৰত পাঁচজন অমুছলমান আৰু তিনিজন মুছলমান সদস্য থাকিব। অমুছলমান মন্ত্ৰীকেইজনৰ নাম অবিলম্বে ঘোষণা কৰা হ'ব। মুছলমান মন্ত্ৰীকেইজনৰ নাম মুছলমান সদস্যসকলৰ লগত আলোচনা কৰি আৰু তেওঁ লোকক কংগ্ৰেছৰ নীতি আৰু কাৰ্যপদ্ধতি সমৰ্থন কৰিবলৈ সম্মত কৰাই কিছু পিছত ঘোষণা কৰা হ'ব। এই বিবৃতিৰ পিছতে সেই দিনাই বৰদলৈ ডাঙৰীয়াই পাঁচজন অমুছলমান সদস্যৰ নাম গৱৰ্ণৰৰ ওচৰত দাখিল কৰে আৰু গৱৰ্ণৰে সেই তালিকা গ্ৰহণ কৰি ১৯ ছেপ্টেম্বৰৰ দিনা দুপৰীয়া চাৰে দহ বজাত মন্ত্ৰীসকলৰ শপত গ্ৰহণৰ সময় ধাৰ্য কৰে আৰু এই অনুষ্ঠানত যোগ দিবলৈ ভালেমান বিশিষ্ট লোকক নিমন্ত্ৰণো কৰে। কিন্তু দুষ্ট গ্ৰহৰ প্ৰভাৱত গৱৰ্ণৰে পিছত মন্ত্ৰীসকলৰ শপত গ্ৰহণ ১৯ ছেপ্টেম্বৰৰ চাৰে দহ বজাৰপৰা দুদিন পিচুৱাই দি বৰদলৈ ডাঙৰীয়াক জনাই দিয়াৰ উদ্দেশ্য আছিল বোধ হয় সেইদিনাই পূৰ্ব নিৰ্দিষ্ট মতে চাৰে এঘাৰ বজাত বিধান সভাৰ অধিবেশন আৰম্ভ হোৱা মাত্ৰক পদত্যাগী মন্ত্ৰীসভাৰ দলক অসম্পূৰ্ণ বৰদলৈ মন্ত্ৰীসভাৰ ওপৰত অনাস্থাৰ প্ৰস্তাৱ পাছ কৰিবলৈ সুবিধা দিয়া। কিন্তু তেওঁলোক এই বিষয়ত কৃতকাৰ্য হ'ব নোৱাৰিলে। ২১ চেপ্টেম্বৰৰ দিনা শপত গ্ৰহণ অনুষ্ঠান পাতিবলৈ গৱৰ্ণৰ বাধ্য হয় আৰু পাঁচজনীয়া বৰদলৈ মন্ত্ৰীসভাই শপত গ্ৰহণ কৰে। ইয়াৰ পিছত কংগ্ৰেছ দলৰ সহযোগীৰ এম-এল-এ শ্ৰীফখৰুদ্দিন আলি আহমদ আৰু ছিলেটৰ মুছলমান এম-এল-এ এজনকো এই মন্ত্ৰীসভাত লোৱা হয়।

ফুকন ডাঙৰীয়াই এই শ্বাদুল্লা মন্ত্ৰীসভা ভঙা আৰু কংগ্ৰেছ মন্ত্ৰীসভা গঠন কৰাত কংগ্ৰেছ দলক খুব সহায় কৰিছিল আৰু শ্বাদুল্লা মন্ত্ৰীসভাক বাধ্য হৈ সমৰ্থন কৰি থকা অকংগ্ৰেছী এম এল-এ এজনক অব্যাহতি দিবলৈ মন্ত্ৰী ৰোহিনী চৌধুৰী ডাঙৰীয়াক অনুৰোধ কৰিবলৈ গৈ চৌধুৰী আৰু তেওঁৰ

সহযোগীসকলৰ ওচৰত আনকি তেওঁৰ নিজৰ আত্মীয়ৰ ওচৰতও লাঞ্ছিত হৈছিল। এই বিষয়ে তেওঁ নিজে তেওঁৰ 'চিকাৰ কাহিনী'ত দিয়া এটা ঘটনাৰ বিৱৰণ চাওক :

"......শিৱপ্ৰসাদ বৰুৱাৰ ঘৰত থোৱা হ'ল আজাদ, ৰাষ্ট্ৰপতি, সুভাষক। আৰম্ভ হ'ল কাণে কাণে কথা কোৱা, ইঙ্গিততে জনোৱা ; আৰু আৰম্ভ হ'ল সভ্যৰ ভিতৰত দুই-তিন চাৰিক আমাৰ পক্ষভুক্ত কৰিবৰ অহোপুৰুষাৰ্থ। তাৰ ভিতৰত কিছুমানক বাক্য বচনেৰে, কিছুমানক লুকুৱাই ৰাখি আৰু কিছুমানক ভয় দেখুৱাই পক্ষভূভ কৰাৰ চেষ্টা। কড়া পহৰাত ৰখা হৈছিল ৰাজ জামাতা শ্ৰীযুত সন্তোষ কুমাৰ বৰুৱাক। প্ৰহৰীৰ ভিতৰত প্ৰধান আছিল কুমাৰী ৰ'জাৰ্ছ আৰু মন্ত্ৰী শ্যালক শ্ৰীমান......। তেওঁলোকৰ প্ৰধান কৰ্তব্য আছিল ৰুদ্ধ দুৱাৰত থাকি ভদ্ৰাভদ্ৰ নিৰ্বিশেষে বৰুৱাদেৱৰ খবৰ কৰিবলৈ যোৱা লোকসকলক অপমান কৰা। আন কি ছিদলীৰ ৰাজ কুমাৰ আৰু ৰূপচীৰ জমিদাৰ শ্ৰীমান জগদীন্দ্ৰ নাৰায়ণ চৌধুৰীয়েও সেই অপমানৰ হাত সাৰিব পৰা নাছিল। এই কড়া পহৰাৰ মাজৰ পৰাও বৰুৱাদেৱক উদ্ধাৰ কৰি দুই চাৰিবাৰ শত্ৰু পক্ষৰ মাজলৈ অনা হৈছিল। বাক-বিতণ্ডা, তৰ্ক-যুক্তি, অনুনয়-বিনয় বৰুৱা দেৱৰ আগত সকলো নিষ্ফল ; তেওঁ সকলো অৱস্থাতে নিৰ্বিকাৰ হিছাপে কৈছিল 'মই সকলো বুজিছো ; কিন্তু কি কৰা উচিত তাকেহে বুজিব পৰা নাই' এয়ে আছিল তেওঁৰ অতি ক্ষীণ মাতৰ সমিধান। বৰুৱা দেৱৰ মুখলৈ চাই থাকিল শ্ৰীযুত যোগেন্দ্ৰ মণ্ডল, উকীল। বিজনীৰ ৰজাৰ অনুৰোধ উপেক্ষা কৰি তেওঁৰ আত্মীয় শ্ৰীযুত ললিত নাৰায়ণ দেৱক বিজনীৰ ল এজেন্সী নিদি, দিয়া হৈছিল মণ্ডল মহাশয়ক।

"খাতুল্লা মন্ত্ৰীত্ব নিধন পূৰণত শ্ৰীমান পুৰন্দৰ শৰ্মাক লৈ এটি সুকীয়া স্কন্দ ৰচিত হ'ল। আদিতে বহু চেষ্টা কৰিও শ্ৰীযুত ৰোহিনী কুমাৰ চৌধুৰী, ডাক্তৰ জ্যোতিষ চন্দ্ৰ দাস আৰু মই নিজেও মঙ্গলদৈলৈ গৈ বিশেষ অনুৰোধ কৰিও তেওঁক 'পিপলছ্ পাৰ্টি'ত ভূক্তকৰিব পৰা নাছিলো। নিৰ্বাচনৰ কেইদিন মানৰ আগতে তেওঁ গুৱাহাটীলৈ আহি চৌধুৰীৰ তালৈ গৈ সেই দলভূক্ত হয় আৰু নিৰ্বাচনত জয়লাভ কৰে। তেতিয়াৰেপৰা তেওঁ চৌধুৰী ডাঙৰীয়াৰ প্ৰিয় পাত্ৰ হয় আৰু সৰ্ববিষয়তে তেওঁৰ দক্ষিণ হস্ত

বুলি জনাজাত হয়। কিন্তু চৌধুৰী ডাঙৰীয়াৰ লগত শেষ পৰ্যন্ত প্ৰীতি থকা সত্বেও মন্ত্ৰীত্বৰ ওপৰত তেওঁৰ আস্থাৰ বান্ধোন ক্ৰমে শিথিল হোৱাৰ প্ৰমাণ মাজে মাজে পোৱা গৈছিল। সেই সূক্ষ্ম সূত্ৰকে অবলম্বন কৰি মই তেওঁক কংগ্ৰেছৰ ফলীয়া কৰিবৰ চেষ্টা কৰিছিলো; কিন্তু সমূহ মন্ত্ৰী মণ্ডলীৰ প্ৰতি তেওঁৰ অনাস্থাৰ ভাব যিমানেই দৃঢ় নহওক, চৌধুৰীৰ প্ৰতি প্ৰীতি আৰু কৃতজ্ঞতাৰ ভাবে তেওঁৰ মনক অলৰ-অচল কৰি ৰাখিছিল। তেওঁক অনাৰ ভাৰ সম্পূৰ্ণৰূপে মোৰ ওপৰত পৰিল। তেওঁৰ এদিনৰ কাৰ্যই আমাৰ জয় পৰাজয় নিশ্চিত কৰিলে। শৰ্মাক লগ পোৱা টান। তেওঁৰ প্ৰহৰী মোৰ দুজন ভতিজা শ্ৰীমান কিৰণ আৰু হিৰণ

"অনাস্থা প্ৰস্তাৱ দিবৰ দিনা পুৱা শ্ৰীমান পুৰন্দৰক লগ ধৰিলো। বুজাই বঢ়াই মটৰত তুলি লৈ ফুৰিবলৈ গ'লো। বহুত বুজায়ো চৌধুৰীৰ বিৰুদ্ধে নিয়াৰ সম্ভাবনা নেদেখি নিৰপেক্ষ হৈ থকাৰ প্ৰস্তাৱ কৰিলো। তাতো সন্মত কৰাব নোৱাৰিলো। তেওঁ অৱশেষত ক'লে 'মন্ত্ৰীপক্ষ এৰাত মোৰ বিশেষ আপত্তি নাই, কাৰণ, যিদৰে তেওঁলোকে কাৰ্য চলাইছে, সেই দৰে সৰহ দিন চলাব নোৱাৰিব, কিন্তু চৌধুৰীক এৰা মোৰ পক্ষে প্ৰায় অসম্ভৱ। আপুনি ভালদৰে বুজালে চৌধুৰীকো আনিব পাৰিব। তেতিয়া হলে সকলো কথা সহজ হব।' মই ক'লো 'এই অৱস্থাত আজিয়েই চৌধুৰী অহাৰ সম্ভাবনা নাই। তুমি নিৰপেক্ষ হলে তেওঁ পিচে পৰে আহিবও পাৰে।' এই দৰে নানা প্ৰকাৰে বুজোৱাত তেওঁ মোৰে সৈতে চৌধুৰীৰ তালৈ গৈ নিৰপেক্ষ হৈ থকাৰ অনুমতি বিচৰাৰ প্ৰস্তাৱ কৰিলে। নিৰুপায় হৈ অনিচ্ছা সত্বেও ময়ো যাবলৈ ওলালোঁ। গৈয়েই দেখো, চৌধুৰীৰ ঘৰ ভৰা! পুৰন্দৰৰ কথা মতে ময়েই চৌধুৰীৰ আগত অতিশয় সংযত ভাবে ক'লো, 'শ্ৰীমান পুৰন্দৰ নিৰপেক্ষ হৈ থাকিব খোজে; তুমি বেজাৰ নাপাবা।' কথা শুনিয়েই উপস্থিত ভদ্ৰমণ্ডলী গুজৰি উঠিল। মোৰ প্ৰিয় বন্ধু শ্ৰীমান ধনীৰাম তালুকদাৰৰ ৰুদ্ৰমূৰ্তি মই আগেয়ে দেখিছিলো। গতিকে ভয় নকৰিলো যদিও যাত্ৰাৰ দলৰ ভীমৰ অভিনয়ৰ কথা মনত পৰিল। অৱস্থা বিষম জানি আমি দুয়ো গাড়ীত উঠিলো। শ্ৰীমান পুৰন্দৰক লক্ষ্য কৰি অতিশয় অপমান সূচক বাক্য প্ৰয়োগ কৰিবলৈ ধৰিলে। মোৰ প্ৰতিও আদেশ হ'ল, পুৰন্দৰক এৰি ওলাই যাবলৈ।

শ্ৰীযুত জ্যোতিষ চন্দ্ৰ দাস ডাক্তৰ ডাঙৰীয়াই পুৰন্দৰক হাতত ধৰি বলেৰে নমাই নিবৰ চেষ্টা কৰিলে। পুৰন্দৰে মিনতি জনালে, 'মই ভাবি চিন্তি যি ভাল হয় কৰিম; আপোনালোকে ফুকন ডাঙৰীয়াক অপমান নকৰিব আৰু মোকো বলেৰে ধৰি ৰাখিবৰ চেষ্টা নকৰিব।'

'মই গাড়ী চলাবলৈ ক'লো ড্ৰাইভাৰক।' চৌধুৰী ডাঙৰীয়াই ফটক বন্ধ কৰিবলৈ আদেশ দিলে প্ৰহৰী হিন্দুস্থানীক। ড্ৰাইভাৰক হাতত ধৰি নমাই দি নিজেই ড্ৰাইভাৰৰ স্থান অধিকাৰ কৰি চক্ৰ ধাৰণ কৰিলে আৰু কলে, 'গাড়ী ইয়াৰ পৰা যাব নোৱাৰে; আপুনি ইয়াৰ পৰা য'ক।' মই গাড়ীৰ পৰা নামিবলৈ বাধ্য হলো মোক নমা দেখি শ্ৰীমান পুৰন্দৰো নামিল। নামি দেখো, এজন মানুহ গাড়ীৰ চকাৰ আগত দীঘল হৈ পৰি আছে। দেখি গা শিয়ঁৰি উঠিল। গাড়ী চলোৱা হলে আজি সৰ্বনাশ হলহেঁতেন। কাৰণ, গাড়ীৰপৰা ড্ৰাইভাৰে আগত পৰি থকা মানুহজন দেখা নাপায়। পিচত অনুসন্ধান কৰি জানিলো, মানুহ জন হয় শ্ৰীগঙ্গা চৌধুৰী, নহয় শ্ৰীনৰনাথ শৰ্ম্মা সভাপণ্ডিত।

"শ্ৰীমান পুৰন্দৰ শৰ্ম্মা মৰ্মাহত হৈ নীৰবে মোৰ লগত অহাত বিজুলী সঞ্চাৰে চৌদিশে বাতৰি প্ৰকাশ পালেঃ 'পুৰন্দৰক ফুকনে নিলে; লৰাব নোৱাৰা খুটি ফুকনে উভালিলে।' এই সংবাদে মন্ত্ৰীমণ্ডলীৰ চিত্তত চাঞ্চল্য ওপজালে; আৰু অনুসন্ধান কৰি জানিব পাৰিলো যে পুৰন্দৰে যুদ্ধ চলি থাকোতেই মন্ত্ৰীপক্ষ সমৰ্থনকাৰী আৰু তিনিজনক পলুৱাই নিলে। আত্মপক্ষ ৰক্ষাৰ সম্ভাবনা নেদেখি ৰসতে নাম থবৰ মনেৰে প্ৰধান মন্ত্ৰীয়ে এছেমব্লি মণ্ডপত থিয় দি স্পষ্টকৈ স্বীকাৰ কৰি ক'লে 'বৰ্ত্তমান মন্ত্ৰীমণ্ডলীৰ ওপৰত সদস্যসকলৰ সৰহ ভাগৰে আস্থা নাই। গতিকেই আমি মন্ত্ৰীপদ ত্যাগ কৰিলো। বিৰোধী দলে শলাগৰ শৰাই আগ বঢ়ালো আৰু পদমৰ্য্যদাৰ আনন্দ উপভোগ কৰক, ইয়াকে বাঞ্ছা কৰিলো।' মন্ত্ৰী নিধন পৰ্ব ওৰ পৰিল। ততালিকে আকৌ মন্ত্ৰী গঠন পৰ্ব আৰম্ভ হ'ল।"

এইদৰে পুনৰ কংগ্ৰেছত যোগ দি আৰু অহৈতুকীভাৱে কংগ্ৰেছৰ তথা দেশৰ সেৱা কৰি দেশ-বাসীৰ প্ৰিয়পাত্ৰ হৈ উঠোতেই আৰু অসমৰ কংগ্ৰেছী সকলে তেওঁক পুনৰ প্ৰদেশখনৰ কংগ্ৰেছ নেতৃত্বত প্ৰতিষ্ঠিত কৰিবলৈ আশা কৰোতেই দেশবাসীক শোকত অভিভূত কৰি ফুকন ডাঙৰীয়া হঠাৎ

স্বৰ্গী হয়। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই এই বিষয়ে প্ৰাঞ্জলভাৱে লেখিছে :

ফুকনে যি স্থান হেৰুৱাইছিল, মৰণত সেই স্থান ললেগৈ। 'Home they brought the warrior dead." সকলো কংগ্ৰেছী লোকে মিলি তেখেতৰ মৃতদেহ কংগ্ৰেছ অফিচলৈ আনি যি সন্মান দেখুৱালে, সি মহাৰথীৰ যোগ্য। তেখেতৰ মৃতদেহ শ্মশানলৈ নিওঁতে যি শোভাযাত্ৰা হৈছিল, তেনে শোভাযাত্ৰা ইতিপূৰ্বে বেছি দেখা নাই বুলি সকলোৱে স্বীকাৰ কৰিছে। সমস্ত দেশবাসীয়েই এই দাৰুণ শোকৰ বাতৰিত বিহ্বল হৈ উঠিল আৰু তাৰ লগে লগে কোনো প্ৰকাৰ বাদ-বিসম্বাদ নোহোৱাকৈ ফুকন ডাঙৰীয়া 'দেশভক্ত' হৈ স্বৰ্গগামী হ'ল। ভাৰতবৰ্ষৰ আন আন ঠাইতো এই করুণ বাতৰিয়ে অনেককে বিচলিত কৰিলে। মহাত্মা গান্ধী, ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদ, শ্ৰীযুত সুভাষ চন্দ্ৰ বসু আদি মহাজন সকলে মোলৈ যি ভাষাত টেলিগ্ৰাম কৰিছিল, তাৰ দ্বাৰাই তেখেত সকলৰ ফুকনৰ প্ৰতি প্ৰীতি—মৰম আৰু শ্ৰদ্ধা বিশেষকৈ দেখা যায়। ইয়াৰ পিছত সমগ্ৰ অসমত শোকসভা পাতি তেখেতৰ নাম-কীৰ্ত্তন কৰা হয়। অসম প্ৰাদেশিক ব্যৱস্থাপক সভাত তেখেতৰ বিচিত্ৰ জীৱনী আৰু কাৰ্যৰ উল্লেখ কৰি এটা শোকৰ প্ৰস্তাৱ গৃহীত হয়। সেই দৰে নিখিল ভাৰত কংগ্ৰেছ কাৰ্যকৰী কমিটিয়েও তেনে এটি প্ৰস্তাৱ গ্ৰহণ কৰে। কেন্দ্ৰীয় আইন সভাতো ফুকন ডাঙৰীয়াৰ মৃত্যুত শোক প্ৰকাশ কৰা হয়।

এইখিনি দেশভক্ত ফুকন ডাঙৰীয়াৰ জীৱন কাহিনীৰ এক চমু বিৱৰণ। অথচ এয়ে প্ৰবন্ধ ভালেখিনি দীঘল কৰাত অধিক নেলেখি, বিশেষকৈ তেখেতৰ লগত ব্যক্তিগত সংস্পৰ্শত জনা বহুত কথা আৰু হোৱা বহুত অভিজ্ঞতাৰ কথাও বাদ দি, মাত্ৰ দুটামান প্ৰাসঙ্গিক আলোচনামূলক মন্তব্যৰে ইয়াৰ সমৰণি মাৰো।

ফুকন ডাঙৰীয়া নিঃসন্দেহে এজন "ভাৰ্ছেটাইল জিনিয়াছ" বা বহু-প্ৰতিভাসম্পন্ন লোক আছিল আৰু তেওঁৰ বিবিধ প্ৰতিভাৰ ভিতৰত ৰাজনীতি আৰু দেশহিতৈষিতাও অন্যতম আছিল সঁচা আৰু তেওঁ প্ৰধানতঃ দেশপ্ৰেমিক বা ৰাজনীতিক স্বৰূপেই জনাজাত, সেইটোও ঠিক। কিন্তু এই ক্ষেত্ৰত আমি তেওঁৰ অসাধাৰণ প্ৰতিভাৰ জোখাৰ অবদান নেপালো আৰু তেওঁৰ

"পটেনচিয়েলিটি" বা অন্তৰ্নিহিত ভৱিতব্যতা সম্পূৰ্ণ বিকশিত নহ'ল বুলি বোধ হয়। ইয়াৰ কাৰণে তেওঁ নিজে কিমান দূৰ আৰু তেওঁৰ সহযোগী সকল কিমান দূৰ দায়ী, সেইটো প্ৰণিধানযোগ্য। তেওঁৰ মহাপ্ৰয়াণৰ ইমান দিনৰ মূৰত আৰু সমসাময়িক সহকৰ্মীসকলৰ সৰহভাগেই ইহলীলা সম্বৰণ কৰাৰ পিছত 'পষ্ট মৰ্টেম' বা মৰণোত্তৰ পৰীক্ষা স্বৰূপ হলেও এই বিষয়ে দুটামান কথা ক'ব পাৰি আৰু ইয়াৰপৰা উপকাৰৰ বাহিৰে কাৰো একো অপকাৰ নহয়।

ফুকন ডাঙৰীয়া খুব বুদ্ধিমান আৰু প্ৰতিভাশালী লোক আছিল যদিও তেখেত জটিল ৰাজনীতি চৰ্চা আৰু অধ্যয়নৰ অনুৰাগী নাছিল। বস্তুতঃ তেখেত আন বহু বিষয়তো অধ্যয়ন পৰাঙ্মুখ আছিল। সেই কাৰণেও সময় কটাবলৈ তেখেতে চিকাৰত বেছিকৈ মনোনিবেশ কৰিবলৈ ধৰিলে বুলি বোধ হয়। তেখেতৰ গুণমুগ্ধ লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়ায়ো কৈছে :

"তেখেতৰ জীৱনটো যেন কেৱল ক্ৰীয়াময়হে ( all sports) আছিল। চিকাৰৰ এই প্ৰৱল আগ্ৰহ আৰু কষ্ট সহনৰ অসীম ক্ষমতাই তেখেতৰ শাৰীৰিক শক্তি যেনেকৈ বঢ়ালে, মানসিক শক্তিৰ সেই পৰিমাণে প্ৰয়োগৰ অভাৱত সিমানখিনি উৎকৰ্ষ সাধন নহ'ল বুলি কলে বৰ অন্যায় কৰা নহব। ফুকনে জীৱনত কোনো দিনেই academic অৰ্থাৎ কোনো বিষয়তে পাঠ্য বিদ্যালাভ কৰিব নোৱাৰিলে। আনকি তেনে বিদ্যালাভৰ আকাঙ্ক্ষাও তেখেতৰ মনত কেতিয়াও দেখা নগল। কোনো ৰাজনৈতিক বা সমাজ-নৈতিক সমস্যাৰ গূঢ়তত্ত্ব অন্বেষণ কৰিবৰ ইচ্ছাও কোনো দিনেই নহ'ল। তেখেতক কোনো গভীৰ তথ্যৰ পুথি পঢ়া মই কেতিয়াও দেখা নাছিলো ; পাঠ্য সম্বন্ধে কোনো বিষয়ৰ প্ৰতি তেখেতৰ বিশেষ অভিলাষ দেখা নগৈছিল। চিকাৰ বা আন ধাউতিত ব্যস্ত থাকিলে বহু সময়ত দৈনিক খবৰৰ কাকতো বহু দিনলৈকে চকু ফুৰাই পৰ্যন্ত নেচাইছিল।··· ·····।"

এনে অৱস্থাত মোৰ মনেৰে ফুকন ডাঙৰীয়াক এজন বা ততোধিক উপযুক্ত, ৰাজনীতিজ্ঞ আৰু দেশপ্ৰেমিক ছেক্ৰেটাৰী বা সহকাৰী লাগিছিল। আমাৰ দুৰ্ভাগ্য যে, দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা অকালতে স্বৰ্গী হ'ল। তেখেত জীৱিত থকা হলে আমি ফুকন ডাঙৰীয়াৰ অন্তৰ্নিহিত প্ৰতিভা পূৰ্ণভাৱে বিকাশ হোৱা আৰু দেশ তাৰ দ্বাৰা অধিকতৰ উপকৃত হোৱা

দেখিলোহেঁতেন। আন দেশত বস্তুত নেতাই সেই দৰেই উৎকৰ্ষ লাভ কৰে। চন্দ্ৰনাথ শৰ্মাই কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকন দুয়োজনকে নানান উদগনি, লেখা-পঢ়া আৰু তথ্য পাতিবে সহায় কৰিছিল বুলি জনা যায়। কৰ্মবীৰ বৰদলৈ ডাঙৰীয়া নিজেও যথেষ্ট অধ্যয়নশীল আৰু পৰিশ্ৰমী আছিল। গতিকে চন্দ্ৰনাথ শৰ্মাৰ বিয়োগত বৰদলৈ ডাঙৰীয়াতকৈ ফুকন ডাঙৰীয়া অধিক ক্ষতিগ্ৰস্ত হল বুলি বোধ হয়। তেনে সহযোগী আৰু সহকাৰী তেখেতে আৰু নাপালে। বৰং পিছৰ কালত তেওঁক কোনো কোনো পাতল আৰু তুতকীয়া ডেকা কংগ্ৰেছ কৰ্মীয়ে বিপথগামীহে কৰিছিল বুলি ভবাৰ অবকাশ আছে। ১৯৩৪ চনত ফুকন ডাঙৰীয়াক কেন্দ্ৰীয় আইন সভাৰ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী মনোনীত কৰিবৰ কাৰণে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ ওচৰত আবেদন কৰিবৰলৈ নিৰুৎসাহ কৰাৰ গুৰিতো কোনো কোনো এনে কংগ্ৰেছ কৰ্মীয়েই আছিল বুলি জনা যায়।

উজান বজাৰৰ জিলা আৰু প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ কাৰ্যালয়ত বিশেষকৈ স্থানীয় কংগ্ৰেছ কৰ্মীসকলৰ সমাগম আৰু সম্পূৰ্ণ ঘৰুৱাভাৱে লঘু-গুৰু নানান সমালোচনা হৈছিল। তাৰ প্ৰায় আটাইখিনিয়েই আমি ডেকাসকল। প্ৰবীণৰ ভিতৰত কংগ্ৰেছ কমিটিৰ ঘৰকে নিজৰ ঘৰ কৰি লোৱা ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু শ্ৰীযুত অমিয় কুমাৰ দাসেই বয়সস্থ আছিল। কৰ্মবীৰ বৰদলৈ আৰু শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙৰীয়া কাচিৎহে আনুষ্ঠানিকভাৱে তালৈ আহিছিল আৰু তেওঁলোক আহিলে আমিও আলোচনাত বা কথা-বতৰাত স্বাভাবিকতে সংযত হৈছিলো। ১৯৩৪ চনত আগন্তুক কেন্দ্ৰীয় এছেমব্লিৰ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী কাক দিয়া উচিত, সেই বিষয়েও আমাৰ মাজত আলোচনা হৈছিল। কোনোবাজনে দেশভক্ত ফুকনকে পুনৰ তালৈ যাবলৈ দিয়াৰ পক্ষে আৰু কোনোবাজনে 'ফুকনে একো কৰা বা কৰিব পৰা নাই—এইবাৰ কৰ্মবীৰ বৰদলৈক কংগ্ৰেছৰ মনোনয়ন দিয়া যাওক' বুলি অভিমত প্ৰকাশ কৰিছিল। কুলধৰ চলিহাৰ নামো কেইবাজনেও লৈছিল, কিন্তু চলিহাদেৱে লাহোৰ কংগ্ৰেছৰ প্ৰস্তাব মতে ১৯৩০ চনত তেওঁৰ অসম কাউন্সিলৰ সদস্য পদ ইস্তফা দিলে যদিও আৰু পিছত ফুকন আৰু বৰদলৈ ডাঙৰীয়াৰ দৰে নিৰ্দলীয় ভাৱেও নিৰ্বাচনত যুঁঠিল যদিও ৩০-৩২ চনৰ আন্দোলনত যোগ নিদি তেওঁ নিষ্ক্ৰিয় হৈ থাকিল.

আৰু বৰদলৈ ডাঙৰীয়াই নিৰ্দলীয়ভাবে পুনৰ নিৰ্বাচনত উঠিছিল যদিও আৰু প্ৰথমতে সেই আন্দোলনত যোগ নিদিছিল যদিও ৩২ চনত যোগ দিলেহি বুলি তেওঁকহে কংগ্ৰেছ মনোনয়ন দিয়া উচিত বুলি আন কেইজনমানে অভিমত প্ৰকাশ কৰিছিল। ( পিছত চলিহা ডাঙৰীয়াই কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰ লগতে সেই নিৰ্বাচনত কংগ্ৰেছৰ মনোনয়ন বিচাৰিছিল যদিও তেজপুৰত প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ অধিবেশনত বৰদলৈ ডাঙৰীয়াৰ সৈতে নিভৃতভাৱে আলোচনা কৰি তেওঁৰ অগ্ৰজপ্ৰতিম বৰদলৈ ডাঙৰীয়াৰ পক্ষে তেওঁৰ আবেদন-পত্ৰ উঠাই লয় আৰু ১৯৩৬ চনত বৰদলৈ ডাঙৰীয়াৰৰ মৃত্যুৰ পিছত হোৱা কেন্দ্ৰীয় এছেমব্লিত উপনিৰ্বাচনৰ চলিহা ডাঙৰীয়াকে কংগ্ৰেছৰ মনোনয়ন দিয়াও হৈছিল।) এই কথাকে ঢৌটোকে ৰৌটো কৰি ফুকন ডাউৰীয়াৰ প্ৰতি প্ৰেম আৰু অনুগত দেখুৱাই, সেই আলোচনাৰপৰা যোৱা দুই এজন তুতকীয়া কংগ্ৰেছ কৰ্মীয়ে তেওঁক লগালেগৈ যে, প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে তেওঁক কেন্দ্ৰীয় পৰিষদৰ নিৰ্বাচনত মনোনয়ন নিদিয়ে ; বৰদলৈ ডাঙৰীয়াকহে দিব—কংগ্ৰেছ অফিচত এই সিদ্ধান্ত হৈ গৈছে। গতিকে ফুকন ডাঙৰীয়াই কংগ্ৰেছ জাতীয়তাবাদী দলৰপৰা উঠাহে উচিত। ফুকন ডাঙৰীয়াই সাধাৰণতঃ তুতকীয়া কথা আৰু তোষামোদক প্ৰশ্ৰয় নিদিছিল। কিন্তু ঘঁহি থাকিলে শিলো ক্ষয় যায়। এই ক্ষেত্ৰত তেওঁ তেনে কথাৰ দ্বাৰা প্ৰভাবান্বিত হ'ল। তথাপি তেওঁ কংগ্ৰেছৰ মনোনয়নৰ আশা পৰিত্যাগ নকৰি কেন্দ্ৰীয় কংগ্ৰেছ পাৰ্লামেণ্টৰী বৰ্ডলৈ দৰ্খাস্ত কৰিছিল। কিন্তু কংগ্ৰেছ পাৰ্লামেণ্টৰী বৰ্ডে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিক চেৰাই কোনো সিদ্ধান্ত লোৱাটো উচিত নহব বুলি বোধ কৰি সেই আবেদন অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ বিবেচনাৰ কাৰণে পঠিয়াই দিয়াত ফুকন ডাঙৰীয়াই তেওঁ আগতে চেৰাই যোৱা প্ৰদেশিক কংগ্ৰেছ কমিটিয়ে তেওঁলোকৰ সৰ্বসম্মত সিদ্ধান্ত ( বৰদলৈ ডাঙৰীয়াক মনোনয়ন দিয়াৰ,) পৰিত্যাগ কৰি বৃটিছ প্ৰধান মন্ত্ৰীৰ সাম্প্ৰদায়িক বাটোৱাৰাৰ বিৰোধিতা কৰাৰ যুক্তিত কংগ্ৰেছ জাতীয়তাবাদী দলৰ প্ৰাৰ্থী হয়। ইয়াৰ আগেয়ে ফুকন ডাঙৰীয়াই বৃটিছ প্ৰধান মন্ত্ৰীয়ে প্ৰায় ডেৰবছৰৰ আগতে ঘোষণা কৰা তেওঁৰ সাম্প্ৰদায়িক বাটোৱাৰাৰ বিৰুদ্ধে কেন্দ্ৰীয় পৰিষদ কিম্বা আন কতো এটা কথাও কোৱা নাছিল। এই কথাও এই প্ৰসঙ্গত বিশেষকৈ

মন কৰিব লগীয়া। ফুকন ডাঙৰীয়া এই ক্ষেত্ৰত তুতকীয়া কংগ্ৰেছী বিশেষৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাটো মোৰ শুনা বা আনুমানিক কথা নহয়; ফুকন ডাঙৰীয়াৰ নিজৰ কথা।

আনহাতে ফুকন ডাঙৰীয়াই তুতকীয়া কংগ্ৰেছী কথাত প্ৰত্যয় নগৈ প্ৰদেশ কংগ্ৰেছ কমিটিৰ ওচৰত মনোনয়ন বিচাৰি আবেদন কৰা হলে— বিশেষকৈ সেই নিৰ্বাচনত কংগ্ৰেছ মনোনয়ন প্ৰাৰ্থী, তেওঁৰ অগ্ৰজ প্ৰতিম কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াক তেওঁৰ আবেদন প্ৰত্যাহাৰ কৰিবলৈ অনুৰোধ কৰা হলে, কি অৱস্থা হলহেঁতেন, সেইটোও বিবেচনা কৰিব লগীয়া। মোৰ বিশ্বাস, বৰদলৈ ডাঙৰীয়া যেনে ভোলানাথ লোক, তালৈ চাই তেওঁ ফুকনে কেন্দ্ৰীয় পৰিষদত একো কৰা নাই আৰু এইটো কৰিব লাগিছিল, সেইটো কৰিব নালাগিছিল বুলি গুজৰি-গুমৰি আছিল যদিও (বৰদলৈ ডাঙৰীয়াই ফুকন ডাঙৰীয়াক তেনে সমালোচনা মুখামুখি ভাবেও কৰিছিল আৰু তেওঁ সেই কাৰণে বৰদলৈৰপৰা আঁতৰি ফুৰিছিল বুলি ফুকন ডাঙৰীয়াই নিজেও কৈছে,) 'বাৰু দিলো এৰি আপোনাকে; কিন্তু এইবাৰ তাত ভালকৈ কাম কৰিব লাগিব' বুলি ফুকন ডাঙৰীয়াক বাট এৰিও দিলেহেঁতেন।

সেই দৰে ১৯৩৬ চনৰ নিৰ্বাচনত কংগ্ৰেছ এৰি 'মিলিত জনসঙ্ঘ'ত যোগ দি ফুকন ডাঙৰীয়াই ভুল কৰিলে বুলি বোধ হয়। কংগ্ৰেছে মন্ত্ৰিত্ব নোলোৱাৰ মাত্ৰ সম্ভাবনাতে মন্ত্ৰিত্ব গ্ৰহণ কৰাৰ সমৰ্থক ফুকন ডাঙৰীয়াই কংগ্ৰেছ এৰি যাব নেলাগিছিল। কংগ্ৰেছে তেতিয়াও মন্ত্ৰিত্ব গ্ৰহণ নকৰে বুলি চূড়ান্তভাৱে সিদ্ধান্ত গ্ৰহণ কৰা নাছিল আৰু বৃটিছ গৱৰ্ণমেণ্টে ১৯৩৫ চনৰ শাসন সংস্কাৰ আইনত প্ৰাদেশিক গৱৰ্ণৰ সকলক দি থোৱা। 'চাৰ্টিফিকেশ্যন' বা বিশেষ ক্ষমতা কাৰ্যক্ষেত্ৰত প্ৰয়োগ নকৰিলে, আৰু তেওঁলোকে মন্ত্ৰী সভা আৰু বিধান সভাৰ সিদ্ধান্তৰ ওপৰত হস্তক্ষেপ নকৰিলে কংগ্ৰেছে মন্ত্ৰিত্ব গ্ৰহণ কৰা উচিত বুলি সৰু-বৰ বহুত কংগ্ৰেছীয়েই তেতিয়াও মত প্ৰকাশ কৰি আছিল আৰু কেন্দ্ৰীয় কংগ্ৰেছ কৰ্তৃপক্ষই সম্ভব বৃটিছ গৱৰ্ণমেণ্টৰপৰা সেই প্ৰতিশ্ৰুতি আদায় কৰিবৰ কাৰণেও সেই অৱস্থাত মন্ত্ৰিত্ব গ্ৰহণ কৰা নহব বুলি প্ৰকাশ কৰিছিল। তেওঁলোকে উপলব্ধি কৰিছিল যে, আগন্তুক নিৰ্বাচনত অন্ততঃ কেইবাখনো প্ৰদেশত

কংগ্ৰেছ দলে বিধান সভাত সংখ্যা গৰিষ্ঠতা লাভ কৰিবই আৰু কংগ্ৰেছ দলে মন্ত্ৰিত্ব গ্ৰহণ নকৰিলে সেই বিলাক প্ৰদেশত শাসনতন্ত্ৰ অচল হ'ব—গৱৰ্ণৰ সকলে স্থায়ীভাৱে নিজে পোনপটীয়া ভাৱে শাসনকাৰ্য পৰিচালনা কৰিব নোৱাৰিব। গতিকে শাসন সংস্কাৰ আইনে তেওঁলোকক দিয়া মই-মতীয়া ক্ষমতা তেওঁলোকে প্ৰত্যাহাৰ কৰিব লাগিবই। ফুকন ডাঙৰীয়াৰ দৰে লোকে এই বিলাক কথা উপলব্ধি কৰা আৰু মন্ত্ৰিত্ব গ্ৰহণৰ সমৰ্থক অন্যান্য নেতৃস্থানীয় কংগ্ৰেছী সকলৰ দৰে ধৈৰ্য ধৰি কংগ্ৰেছতে থাকি মন্ত্ৰিত্ব গ্ৰহণৰ পক্ষে জনমত গঠন কৰা আৰু কেন্দ্ৰীয় কংগ্ৰেছ নেতৃত্বক—যি নেতৃত্বৰ লগত তেওঁৰ ভালেখিনি জনা শুনা আছিল—বুজনি আৰু হেঁচা দি থকাহে উচিত আছিল। সেই দৰে তেওঁ কংগ্ৰেছত থাকি ১৯৩৬ চনৰ নিৰ্বাচনত নেতৃত্ব কৰা হ'লে প্ৰাদেশিক কংগ্ৰেছ অসমত এই নিৰ্বাচনত তেওঁৰ সমৰ্থিতে আৰু কেইবাজনো অধিক কংগ্ৰেছ প্ৰাৰ্থী দিব পাৰিলেহেঁতেন আৰু অধিকতৰ আসন দখল কৰি পোনে পোনেই বিধান সভাত একক সংখ্যাগৰিষ্ঠতা লাভ কৰি ১৯৩৭ চনৰ আগ ভাগতেই অন্যান্য কংগ্ৰেছ সংখ্যাগৰিষ্ঠ প্ৰদেশ কেইখনৰ দৰে মন্ত্ৰী সভা গঠন কৰিব পাৰিলেহেঁতেন; আৰু কোৱা বাহুল্য যে, সেই ক্ষেত্ৰত অসম বিধান সভাৰ কংগ্ৰেছ দলৰ দলপতি তথা অসমৰ মুখ্যমন্ত্ৰী ফুকন ডাঙৰীয়ায়ে হ'লহেতেন।

যথেষ্ট সংখ্যক উপযুক্ত বুলি বিবেচিত কংগ্ৰেছী লোক নোহোৱাৰ কাৰণে সেই নিৰ্বাচনত কংগ্ৰেছে বিধান সভাৰ কেইবাখনো আসনৰ কাৰণে প্ৰাৰ্থীকে নিদিলে। যি ৪১ জন প্ৰাৰ্থী দিয়াটো সম্ভৱ হৈছিল, সেইটো হৈছিল তেতিয়াৰ প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ অন্যতম কৰ্ণধাৰ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ দৃঢ়তাৰ কাৰণেহে। কমিটিৰ আন বহুত সদস্যই কংগ্ৰেছৰ শক্তি আৰু প্ৰভাৱ সম্পৰ্কে সিমান আস্থাশীল নাছিল আৰু ইমানখিনি কংগ্ৰেছ প্ৰাৰ্থী দিবলৈকো সঙ্কোচ বোধ কৰিছিল। এই প্ৰসঙ্গত তেতিয়াৰ কামৰূপ দক্ষিণ অমুছলমান সমষ্টিৰ নিৰ্বাচনৰ কথাটো বিশেষ উল্লেখযোগ্য। এই সমষ্টিটো তিনিখন আসনৰ সমষ্টি আছিল; তাৰে এখন অনুসূচিত সম্প্ৰদায়ৰ কাৰণে সংৰক্ষিত। আগতে উল্লেখ কৰা হৈছে যে সেই নিৰ্বাচনত এই সমষ্টিৰপৰা মিলিত জনসঙ্ঘৰ প্ৰাৰ্থী ৰোহিনী কুমাৰ চৌধুৰী অন্যতম সদস্য নিৰ্বাচিত হৈছিল। প্ৰকৃতপক্ষে কংগ্ৰেছে এই তিনিজনীয়া সদস্যৰ

সমষ্টিত তিনিজন কংগ্ৰেছ প্ৰাৰ্থী তোলাই নাছিল আৰু সেই হিচাপে চৌধুৰী ডাঙৰীয়াৰ বিৰুদ্ধে কংগ্ৰেছ প্ৰাৰ্থী নাছিলেই। কংগ্ৰেছে এই সমষ্টিত সংৰক্ষিত আসনখনৰ কাৰণে বেলিৰাম দাস আৰু আন দুখনৰ এখনৰ কাৰণে গোপীনাথ বৰদলৈক প্ৰাৰ্থী তুলিছিল। "মিলিত জনসঙ্ঘয়ো সেইদৰে দুখন আসনৰ কাৰণেহে প্ৰাৰ্থী দিছিল। তদুপৰি কেইজনমান নিৰ্দলীয় বা স্বতন্ত্ৰ প্ৰাৰ্থী দিছিল। ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই এই সমষ্টিত তিনিওখন আসনৰ কাৰণে কংগ্ৰেছৰ প্ৰাৰ্থী দিবলৈ খুব ইচ্ছা কৰিছিল। কিন্তু কেইবাজনো সদস্যৰ বিশেষকৈ গোপীনাথ বৰদলৈৰ আপত্তিৰ কাৰণে তাৰ পৰা বিৰত হ'ব লগা হ'ল। বৰদলৈ ডাঙৰীয়াই ক'লে যে, তিনিওখন আসনৰ কাৰণে প্ৰাৰ্থী দিলে কংগ্ৰেছে দুখন আসনো নেপাব পাৰে আৰু তেওঁ সেই সমষ্টিত প্ৰাৰ্থী হবলৈ সন্মত নহব; ফুকন ডাঙৰীয়াই যদি কংগ্ৰেছ নেৰিলেহেঁতেন আৰু এই সমষ্টিত প্ৰাৰ্থী হলহেতেন, তেতিয়া কথা বেলেগ হ'লহেঁতেন আৰু তেওঁৰ প্ৰভাবতে তেওঁ ( বৰদলৈ ), ফুকন আৰু বেলিৰাম দাস তিনিওজন কংগ্ৰেছ প্ৰাৰ্থীয়েই জয়লাভ কৰিলেহেঁতেন। কিন্তু ফুকন ডাঙৰীয়াৰ অবিহনে চৌধুৰী ডাঙৰীয়াক পৰাজিত কৰাটো অসম্ভব। তেওঁ সহকৰ্মীসকলক এনে আশ্বাসো দিছিল যে নিৰ্বাচনৰ পিছত চৌধুৰী ডাঙৰীয়াক তেওঁ কংগ্ৰেছ দলত যোগ দিয়াবও পাৰিব পাৰে কিন্তু সেই নিৰ্বাচনৰ ফলা-ফললৈ আৰু স্বয়ং ফুকন ডাঙৰীয়াও পৰাজিত হোৱালৈ চাই কংগ্ৰেছে সেই সমষ্টিত তৃতীয় প্ৰাৰ্থী নিদি ভুল কৰিলে আৰু ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ পৰামৰ্শই নিৰ্ভুল আছিল বুলি বোধ হয়। ত্যাগবীৰ বৰুৱাৰ দৰে বিচক্ষণ, দূৰদৰ্শী, একনিষ্ঠ আৰু জনতাৰ নাড়ীজ্ঞান থকা কংগ্ৰেছ নেতা এজন তেওঁৰ পিছত আৰু অসমত ওলোৱা নাই।

এই প্ৰসঙ্গতে দক্ষিণ-কামৰূপ নিৰ্বাচন সমষ্টিৰ বকোত হোৱা এখন বিৰাট নিৰ্বাচনী ৰাজহুৱা সভাৰ কথাও উল্লেখযোগ্য। তেতিয়া নিৰ্বাচন সভা বিলাকত ৰাইজে সকলো দলৰ বা পক্ষৰ কৰ্তব্য একেলগে শুনিবলৈ ইচ্ছা কৰিছিল আৰু সংশ্লিষ্ট পক্ষ সমূহেও ৰাইজৰ আগত তেওঁলোকৰ নিজ নিজ কৰ্তব্য প্ৰকাশ কৰিছিল। বকো বজাৰৰ ওচৰত হোৱা এই সভালৈ মিলিত জনসঙ্ঘৰ পক্ষৰপৰা ফুকন ডাঙৰীয়া আৰু গঙ্গাৰাম চৌধুৰী প্ৰমুখ্যে লোক সকল গৈছিল। কংগ্ৰেছৰ পক্ষে ইয়াৰ প্ৰাৰ্থীদ্বয় গোপীনাথ বৰদলৈ

১৬

আৰু বেলিৰাম দাস সৈতে মই, শ্ৰীজগদীশ মেধি, শ্ৰীলক্ষ্মীধৰ বৰা আৰু শ্ৰীৰাধিকা ৰাম দাস গৈছিলোহঁক। ফুকন ডাঙৰীয়াৰ বক্তৃতাৰ পিছত বৰদলৈ ডাঙৰীয়াই বক্তৃতা দিলে। বাগ্মিতা আৰু বাকপটুতাত বৰদলৈ ডাঙৰীয়া ফুকন ডাঙৰীয়াতো নহয়েই, ৰোহিনী চৌধুৰী ডাঙৰীয়াৰো সমকক্ষ নহয়। তেওঁৰ বাকপটুতাৰ অভাৱ শ্ৰীজগদীশ মেধিয়ে তেওঁৰ বক্তৃতাত ভালেখিনি পূৰণ কৰিলে। বৰদলৈ ডাঙৰীয়াই তেওঁৰ বক্তৃতাত সেই বকোতেই ১৯২১ চনৰ অহিংস অসহযোগ আন্দোলনৰ সময়ত তেওঁ কেনেকৈ ফুকন ডাঙৰীয়াৰ পিছে পিছে ৰাইজৰ মাজত ফুৰিছিল, সেই কথা সৰলভাৱে মনত পেলাই দি, এতিয়া ফুকন ডাঙৰীয়াই তেওঁলোকক এৰা দি বেলেগ দল লোৱাৰ কাৰণে দুখ প্ৰকাশ কৰে। এজন সৰলমনা চহা লোকেও তেতিয়া থিয় দি মন্তব্য কৰিছিল যে সেই অঞ্চলত ফুকন ডাঙৰীয়াৰ পুৰণি কাৰ্যকলাপৰ কথা তেওঁলোকে ভালকৈ জানে আৰু তেখেতে কংগ্ৰেছ এৰি যোৱাত তেওঁলোকেও দুখ পাইছে। বৰদলৈ ডাঙৰীয়াই কংগ্ৰেছ প্ৰাৰ্থী দুজনক ভোট দিবলৈ ৰাইজক অনুৰোধ কৰিছে; কিন্তু দুজনক কিয়, ফুকন ডাঙৰীয়াও কংগ্ৰেছ প্ৰাৰ্থী হৈ উঠা হলে তেওঁলোক তিনিওজনকে ৰাইজে ভোট দিলেহেঁতেন। কিন্তু তেওঁ দেখোন আজি কিবা এজন বেলেগ লোক হৈ আমাৰ মাজলৈ আহিছে। তেওঁৰ এতিয়াৰ কথাবিলাক বেলেগ, পিন্ধন-উৰণো বেলেগ (তেখেতে এটা বগা জাঙ্গিয়া আৰু গেঞ্জী পিন্ধি সভালৈ গৈছিল)।

কোনো কোনো লোকে ক'ব খোজে যে, প্ৰদেশ কংগ্ৰেছ কমিটিৰ নেতাসকলে ফুকন ডাঙৰীয়াক ভালকৈ অনুৰোধ কৰা হ'লে তেখেতে ১৯৩৬ চনৰ নিৰ্বাচনত মিলিত জনসঙ্ঘৰ প্ৰাৰ্থী নহৈ কংগ্ৰেছৰে প্ৰাৰ্থী হ'লহেঁতেন। কিন্তু এই কথাও ভুল ফুকন ডাঙৰীয়াৰ অতি প্ৰিয় আৰু গুণমুগ্ধ গোপীনাথ বৰদলৈ ডাঙৰীয়াই সনিৰ্বন্ধ অনুৰোধ কৰাৰ উপৰিও কেন্দ্ৰীয় পৰিষদৰ সদস্য আৰু তেওঁৰ সহযোগী কুলধৰ চলিহা আৰু প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙৰীয়াই তেখেতক কংগ্ৰেছ প্ৰাৰ্থী হবলৈ আৰু সদ্যমৃত কৰ্মবীৰ বৰদলৈৰ পিছত তেখেতকে অসমৰ নেতৃত্ব কৰিবলৈ একান্ত অনুৰোধ জনাইছিলো। আনকি কেন্দ্ৰীয় পৰিষদৰ কংগ্ৰেছ দলপতি শ্ৰীভুলাভাই দেশায়েও তেখেতক ব্যক্তিগতভাৱে লগ ধৰি তেনে অনুৰোধ কৰিছিল। কিন্তু তেখেতে তাত সহঁাৰি নিদিলে।

মুনিনাঞ্চ মতিভ্ৰমঃ। ঋষি মুনিসকলৰো ভুল নোহোৱাকৈ নেথাকে। ফুকন ডাঙৰীয়ায়ো ভুল নকৰাকৈ নাছিল ' যদিও তেখেতে দেশৰ কাৰণে যিখিনি কৰি গল, তাৰ কাৰণেও আমি তেখেতৰ ওচৰত গভীৰভাৱে ঋণী ; সেই খিনিৰ কাৰণেও তেখেত আমাৰ চিৰনমস্য হৈ থাকিব। আৰম্ভণিতে কোৱা হৈছে যে, ফুকন ডাঙৰীয়াৰ দৰে পুৰুষৰ ভুলৰ পৰাও আমি ভালেখিনি শিক্ষা আৰু জ্ঞানলাভ কৰিব আৰু উপকৃত হ'ব পাৰো।

# দেশভক্ত ফুকনৰ সাহিত্য

অতুলচন্দ্ৰ হাজৰিকা

—সুৰ মিশ্ৰ—

( ১ )

"ঘোষা ॥ আই মোৰ অসম ! নিছলী অসম,
দুখুনী অসম আমাৰ দেশ !
কিয়নো আই তোৰ এনুৱা বিলাই
কিয়নো আই তোৰ এনুৱা বেশ ?
কিয়নো আই তই চকুলো টুকিছ
নেবান্ধ আই তই মূৰৰ কেশ ?
লাখে লাখে তোৰ লৰা ছোৱালীয়ে
সাদৰি মাতিছে আমাৰ দেশ ।
কিহৰ দুখ তোৰ, কিহৰ শোক তোৰ
কিহৰ লাজ তোৰ কিহৰ ক্লেশ ?
সকলোটি মিলি ভায়ে-ভনীয়ে
সাদৰি মাতিছে আই আমাৰ দেশ ।

( ২ )

উপজি যি ঠাইত শংকৰ-মাধৱে
বৈষ্ণৱ ধৰ্মৰ সাধিলে জয়
আজিও যি ধৰ্ম ভাৰত বৰিষে
ভকতি প্ৰাণত চৰণে লয় ।
অনন্ত কন্দলী ৰাম সৰস্বতী
যাৰ কীৰ্তি দিলে বিয়পি দেশ
সেয়েনো নহলে আই তই অসম
সেয়েনো লহ আমাৰ দেশ ?
ঘোষা ॥ কিহৰ দুখ তোৰ··· আমাৰ দেশ

( ৩ )

তোৰে যে সুপুত্ৰ ৰজা ভগদত্ত
ভাৰত যুদ্ধত কৰিলে ৰণ,
তোৰে যে জীয়ৰী ৰুক্মিণী সুন্দৰী
ৰূপত কৃষ্ণৰো মুহিলে মন।
সতীৰ আদৰ্শ কুঁৱৰী জয়মতী
পতিৰ হস্তে ত্যজিলে প্ৰাণ
সেয়েনো ন'হলে আই আমাৰ
সেয়েই নিশ্চয় নহব আন।

ঘোষা ॥ কিহৰ দুখ তোৰ···আমাৰ দেশ
যদিও আই তোৰ এমুৱা বিলাই
অনাথিনী নাই তোত পৰে
নাই প্ৰীতি, নাই লৰা ছোৱালীৰ
হাহাকাৰ আজি ঘৰে ঘৰে
গুচাম গুচাম ই ক্লেশ তোৰ অ'
নকৰ বিমল আই মোৰ দেশ
মিলিলে সকলো ল'ৰা ছোৱালীয়ে
নেথাকে যে তোৰ দুখৰ লেশ।
ঘোষা ॥ কিহৰ দুখ তোৰ···আমাৰ দেশ"

দেশভক্ত তৰুণৰাম ফুকনে এটা জনপ্ৰিয় বঙলা গীতৰ আহিত ৰচনা কৰা এইটো একমাত্ৰ গীত। গীতটোত তেওঁ অসম মাতৃৰ প্ৰতি অন্তৰৰ আবেগ ঢালি দিছে। তেওঁৰ স্বদেশ প্ৰীতিৰ এই আবেগ প্ৰত্যক্ষভাৱে বা পৰোক্ষভাৱে সকলো ৰচনাতে আছে, আৰু জীৱনৰ বিভিন্ন কামৰ অন্তৰালতো ইয়াক দেখা পোৱা যায়। তেওঁ আমাৰ জাতীয় সাহিত্য একেষাৰ অমৰ বাণীৰে চহকী কৰি থৈ গৈছে। লাচিত বৰফুকনে 'দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি কোৱাৰ নিচিনাকৈ খাৰঘৰীয়া ফুকন তৰুণৰাম ফুকনেও এদিন উচ্চ কণ্ঠে কৈছিল—'তৰিলে দেশ, মৰিলে স্বৰ্গ।' দেশভক্তৰ দেশভক্তিৰ এই বাণীয়েই উত্তম নিদৰ্শন।

## স্তুতিমালা

ফুকন ডাঙৰীয়াৰ প্ৰথম খনছপাপুথি, কবিতাৰ শৰাই 'স্তুতিমালা'। এই প্ৰসংগতে উল্লেখ কৰিব পাৰি যে 'দেশভক্ত' উপাধিৰে বিভূষিত হোৱাৰ পুৰ্বে বিলাতৰপৰা আহি বাৰিষ্টাৰি কৰা কালত তৰুণৰাম 'ফুকন চাহাব' নামেৰেহে ৰাইজৰ মাজত জনাজাত হৈছিল। সেই সময়ত বাহিৰত আদব কায়দা, চলন-ফুৰাত তেওঁ সঁচাকৈয়ে চাহাবেই আছিল কিন্তু এই চাহাবিয়ানাৰ অন্তৰালত ঘৰুৱা জীৱনত ফুকন চাহাব আছিল এজন সদাচাৰী হিন্দু। ঘৰুৱা জীৱনত তেওঁ আছিল এজন উচ্চ নৈতিক ভাবাপন্ন ধামিক পুৰুষ। তেওঁ কৰবালৈ যাবলগীয়া হলে গা-পা ধুই গোঁসাই ঘৰত সোমাই পূজা অৰ্চনা সমাপ্ত কৰি ওলাই আহি মাহীমাক জেঠায়েক আৰু ককায়েক নবীন ফুকনক সেৱা কৰিলেহে গন্তব্য পথলৈ যাত্ৰা কৰিছিল। আজিকালি আমাৰ বহুতে বিহু—সংক্ৰান্তিৰ দিনতো নিজৰ আই বোপাইক সেৱা এটা জনাবলৈ টান পায় কিন্তু ফুকন-বৰদলৈ আদি বৰেণ্য নেতাসকল আমাৰ দৰে গুৰু-গোসাঁই নমনা বিধৰ লোক আছিল। সেই কাৰণেহে সেই সকলে আনক ডাঙৰ কৰাৰ উপৰিও নিজে ডাঙৰ হবলৈ সমৰ্থ হৈছিল।

ফুকন ডাঙৰীয়াৰ নৈষ্ঠিক হিন্দু জীৱনৰ লেখিত সাক্ষ্য বহন কৰিছে তেওঁৰ এই 'স্তুতিমালা' নামৰ পদ পুথি খনিয়ে। দেশ নেতা ৰোহিনীকুমাৰ চৌধুৰী আৰু তৰুণৰাম ফুকনে জেলৰ ভিতৰত হিন্দু দেবদেবীৰ স্তোত্ৰ-বিলাক প্ৰতিদিনে আবৃত্তি কৰিছিল আৰু লগৰীয়া মুক্তি যুঁজাৰু সকলে তেওঁলোকৰ লগতে সুৰমিলাই প্ৰাৰ্থনা পৰ্ব সম্পন্ন কৰিছিল। স্তুতিমালা পুথিখনি তাৰেই সুফল! দেশভক্ত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত যোগ দিয়াৰ বাবে এবছৰ কাল শিলচৰ জেলত কটাবলগীয়া হৈছিল। সেই সময়তে ৰচনা কৰা ভগবন্তলৈ আকুল আকুতিবোৰ তেওঁৰ এই স্তুতিমালাত অন্তৰ্ভুক্ত কৰা হৈছে।

'স্তুতিমালা' এখনি প্ৰাথনা পুথি। হিন্দু ধৰ্মৰ নানান দেৱদেবীৰ উদ্দেশ্যে যুগুত কৰা এই পুথি চৌৱন্নটা জনাজাত সংস্কৃত স্তোত্ৰ আৰু স্তুতিৰ মুকলিমূৰীয়া ভাৱান্তৰ। সেইবোৰ হৈছে যেনে বিশ্বেশ্বৰ স্তোত্ৰ, মহেশ্বৰ স্তোত্ৰ, অন্নপূৰ্ণা স্তোত্ৰ, গীতাসাৰ স্তোত্ৰ, পৰমব্ৰহ্ম স্তোত্ৰ, কৃষ্ণ স্তোত্ৰ, দশাৱতাৰ স্তোত্ৰ, নাৰায়ণ স্তোত্ৰ, গোপাল স্তোত্ৰ, গণেশ স্তোত্ৰ, সূৰ্য

স্তোত্ৰ, শনি স্তোত্ৰ, নৱগ্ৰহ স্তোত্ৰ, মহাদেৱ স্তুতি, মহামায়া স্তুতি, জগদ্ধাত্ৰী স্তুতি, লক্ষ্মী স্তুতি, সৰস্বতী স্তুতি, পিতৃ স্তোত্ৰ, মাতৃ স্তুতি, গুৰু মহিমা স্তৱ, ব্ৰহ্মাস্তুতি, কাশীস্তৱ আদি। এই নামবোৰেই কিতাপখনৰ বিষয় বস্তুৰ আভাস দিয়ে। ফুকনৰ এই স্তুতিমালাক এখন প্ৰাচীন পদ পুথিৰ পৰ্যায়ৰ কিতাপ বুলি ধৰি লব পাৰি। ইয়াত আধুনিক কবিতাৰ গুণাগুণ বিচাৰিব নেলাগে। দুই এটা কবিতাত যে লেখকৰ সাৰ্বজনীন ধৰ্মীয় ভাবৰ চিনাকি পোৱা নাযায় তেনে নহয়। উদাহৰণ স্বৰূপে 'ইষ্টদেৱ স্তুতি' নামৰ প্ৰথম কবিতাটোলৈকে আঙুলিয়াৰ পাৰি। কবিয়ে কৈছে :

অজ্ঞান আন্ধাৰে ঢাকি আছে মোৰ মন
দিয়া প্ৰভু জ্ঞানৰ পোহৰ
ভক্তিহীন-মূঢ়মতি তুমি বিনে নাই গতি
অন্ত কৰা মায়াৰ মোহৰ।

কবিৰ শেষ জীৱনত ইটোৰ পিছত সিটোৰ আত্মীয় সকলৰ বিয়োগ-ব্যথা শোক-কষ্টই জুমুৰি দি ধৰিছিল। সেই দুখ কষ্টৰ মাজত তেওঁ স্থিৰ প্ৰজ্ঞ যোগীৰ দৰে অচল অটল হৈ থাকিব পাৰিছিল। সেয়েহে তেওঁ ক'ব পাৰিছিল :

দুখ যদি আহে প্ৰভু
কাতৰ নহওঁ যেন—
ভাবোঁ জানো তোমাৰেসে দান
তোমাৰ চৰণ চাই
মনে জানো বল পায়
তোমাতেসে মজি থাকে প্ৰাণ।

ভক্তি কবিৰ এয়া অন্তৰৰ সঁচা উপলব্ধি।

এই কথাও স্বীকাৰ্য যে কবি এজন নৈষ্ঠিক হিন্দু হলেও তেওঁৰ মানত কুসংস্কাৰ বা ধৰ্মৰ গোড়ামি নাই। সেয়ে তেওঁ এই স্তুতিমালাত মুছলমানৰ আদি স্তুতি আল্‌হাম ভাতৃ সকলৰ কণ্ঠতে সুৰ মিলাই গাইছে :

তোমাৰ মহিমা পৰম ঈশ্বৰ
বিশ্বৰ পালক তুমি

অতি কাৰুণিক পৰম দয়ালু
ধৰ্ম বিচাৰৰ স্বামী
তোমাকে প্ৰণমো কৃপা ভিক্ষা কৰো
পোনবাটে নিয়া মোক
যি পোন বাটত চলিলে সদায়
তযু কৃপা পাত্ৰ লোক
কোপত পতিত যি পথত চলে
সি পথে নিনিবা মোক
নাইবা চলিছে যি পথত প্ৰভু
পথ ভ্ৰষ্ট যত লোক।

কবিয়ে জানে যে অৰূপৰ ৰূপ ধ্যান কৰা, বহু দেৱদেৱী ধ্যান উপাসনা আৰু তীৰ্থাদি কৰা অযুগুত। সেই কথাৰ স্বীকাৰোক্তি কৰি পৰমেশ্বৰৰ কৃপা ভিক্ষা বিচাৰি তেওঁ স্তুতিমালাৰ মোখনি মাৰিছে। তেওঁ স্পষ্ট ভাষাৰে কৈছে :

ৰূপ নাই প্ৰভু তথাপি তোমাৰ
অন্তৰত ৰূপ-ধ্যান
বাক্যৰ অতীত জানিও তোমাৰ
স্তুতি কৰোঁ বহুমান।
সৰ্বব্যাপী তুমি জানিও নিশ্চয়
তীৰ্থাদিত যাওঁ ঘনে,
জ্ঞান কৃত মোৰ ই তিনি পাতক
ক্ষমা প্ৰভু নিজ গুণে।

এইটো উল্লেখযোগ্য যে এটাৰ বাহিৰে বাকী কবিতাবোৰৰ তলত মূলৰ উল্লেখ কৰা হোৱা নাই। গীতা মোহমুদ্গৰ আদি কবিতাৰ কোনো কোনো কবিতাত তুলি দিয়া হৈছে। স্বীকৃতি দিয়া হোৱা নাই। দ্বিতীয় তাঙৰণ সু সম্পাদিত হৈ ওলালে ভাল হয়।

'স্তুতিমালা'ৰ অন্তৰ্গত ভক্তিমূলক কবিতা মালাৰ উপৰিও সেই সময়ৰ আলোচনীবোৰত প্ৰকাশিত দেশ ভক্তৰ দুই চাৰিটা অন্য শ্ৰেণীৰ কবিতা চেগাচোৰোকাকৈ প্ৰকাশ হৈছিল। এই কবিতাবোৰ হলে উচ্চ স্তৰত আৰু ইয়াত দেশ ভক্তৰ স্বভাৱজাত কবি প্ৰতিভাৰ সম্পূৰ্ণ বিকাশ নহলেও

প্ৰকাশ হোৱাটো সহজে আমাৰ চকুত পৰে। তাৰে চাৰিটা কবিতা বুটলি আনি আমাৰ দ্বাৰা সংকলিত 'মৰহা ফুলৰ কৰণি' ত ভৰাই ৰখা হৈছে। প্ৰথমটো 'দেৱী' নামৰ কবিতা প্ৰকাশ হৈছিল বেজবৰুৱাৰ বাঁহীত। 'জীৱনৰ গতি' নামৰ দ্বিতীয়টো কবিতা বলদেৱ মহন্তৰ 'কেতিয়া কাক চিনি' আৰু 'কাৰ সমান কি নাই' কবিতাৰ সমতুল্য। তথাকথিত আধুনিক সাহিত্য বিশেষজ্ঞ সকলে এই শ্ৰেণী কবিতাত বিশেষ গুৰুত্ব আৰোপ নকৰিব পাৰে, তথাপি সৰ্বসাধাৰণৰ দিনেকীয়া জীৱনত ইয়াৰ মূল্য কেতিয়াও ওলাই কৰিব নোৱাৰি। এই কবিতাৰ প্ৰতিটো পংক্তিয়েই কবিৰ স্বকীয় অভিজ্ঞতা আৰু গভীৰ উপলব্ধিৰ ফল বুলি ক'ব পাৰি। তলত সমগ্ৰ কবিতাটোকে তুলি দিছো, পাঠকে নিজেই চাকি চাই গুণাগুণ পৰীক্ষা কৰক।

### জীৱনৰ গতি

নিজক চিনাটো বৰ টান কাম
তাতো কৰি টান চিনাকি দিয়া,
সন্তোষে থকাটো আৰু টান কাম
তাতো—কৰি টান সন্তোষ দিয়া।
সজ উপায়েৰে ধন ঘটা টান
তাতোকৰি টান সি ধন থোৱা
আৰু বৰ টান সঁচা ধন মানে
দান কৰি নিজে দৰিদ্ৰ হোৱা।
সাধনাৰ কাম দীৰ্ঘজীৱী হোৱা
ৰোগ-শোক মানে আঁতৰ কৰি
আৰু সাধনাৰ পৰৰ কাৰণে
দিয়াটো জীৱন উছৰ্গা কৰি।

সকলোৱে জানে যে টান কাম হলেও দেশভক্ত কবিয়ে 'দান কৰি, এদিন দৰিদ্ৰ হৈছিল' আৰু 'দেশৰ কাৰণে উছৰ্গা কৰি' দেশবৰেণ্য নেতা হ'ব পাৰিছিল।

'আৱাহন'ত প্ৰকাশিত 'এপাহি ফুল' নামৰ কবিতাটো অসমীয়া শ্ৰেষ্ঠ শোক কবিতাবোৰৰ ভিতৰত নিঃসন্দেহে অন্যতম। শোকতেই শ্লোকৰ জন্ম।

সম্ভৱতঃ মৰমৰ জীয়েক প্ৰতিভা দেৱীৰ অকাল মৃত্যুত এই কবিতা আছিল কবিৰ অন্তৰৰ শোক-শান্তি। এই কবিতাটো পঢ়িলে ছনেট-কবি হিতেশ্বৰ বৰবৰুৱাদেৱৰ শোক কবিতাবোৰলৈ মনত পৰে। বৰবৰুৱাই তেওঁৰ পুতেকক অকালতে হেৰুৱাই ৰচনা কৰা 'প্ৰাণৰ জিতেন' নামৰ কবিতাটোত লেখিছিল :

সংসাৰৰ মোৰ গোলাপজুপিত
ধৰিলি চাৰিটি কলি
চাৰিটিৰ এটি কিয় ঐ জিতেন
থিতাতে মৰহি গলি ?

ঠিক একেভাৱেই ফুকন কবিৰ—

মোৰ ফুলনিত একেজুপি ফুল
সিও চেচুকত হ'ল,
ৰ'দ-বতাহত সাদৰ নাপাই
তাতেই মৰহি গ'ল।

চেচুকত হোৱা সেই ফুলজুপিতো অৱশ্যে পলমকৈ হলেও বসন্তৰ পৰশ নপৰাকৈ নেথাকিল। সেই পৰশত :

'এথুপি ওলাল কুঁহি কুঁহি পাত
বুকুত কলিটি লই।"

এই সৰু কলিটিয়েই এদিন ছয় ঋতুৰ সান্নিধ্য লাভ কৰি বৰ হৈ জিলিকি উঠিল। তাকে চাই চাই কবি আনন্দ বিহ্বল হৈ পৰিল :

"আপোন পাহৰি সুৰভি বিলাই
ফুলনি উজ্জ্বল কৰে,
চাওঁ মানে চাওঁ হেঁপাহ নপলায়
আনন্দে উপচি পৰে।

কিন্তু হায়! কবিৰ এই আনন্দ দীৰ্ঘস্থায়ী হ'বলৈ নেপালে। এদিন হঠাতে এটি খুদমান পোকে বিন্ধা যেন পালে। গদ্যময় কথাত ক'বলৈ হলে, খুদমান পোকটোৱে আছিল সেই সময়ৰ দুৰাৰোগ্য যক্ষ্মা ব্যাধি—পৰীক্ষিত ৰজাক দংশিবলৈ ফুলৰ মাজত পোক হৈ অহা ছদ্মবেশী তক্ষক। তাৰ পিছৰখিনি কবিয়ে অতি কৰুণভাৱে ব্যক্ত কৰিছে :

"নন্দন বনৰ জানো পাৰিজাত
দেৱীৰ নিৰ্মালি পাহি,
কেনেবা স্বৰূপে সৰি পৰিছিল
মোৰ ফুলনিত আহি।
চকুলোটুপিৰে ধুই মচি দিলোঁ
হিয়াত সাৱটি ধৰি
দেৱকো খাটিলোঁ দেৱীকো খাটিলোঁ
চৰণত পৰি পৰি।"

কিন্তু এনে জয়দেউ কাকুতিও নিষ্ফল হ'ল :

নুফুলিল আৰু মোৰ ফুলনিত
নিজে জঁয়-পৰি গ'ল
ৰূপৰ জেউতি সুৰভি সম্ভাৰ
সকলো অটুট ৰল।
দুৰ্গা গোঁসানীৰ খোপাৰ মালতী
উৰি পৰিছিল তাত
বিচাৰি নিলেহি নিশ্চয় জানিবো
হিয়া মোৰ নপৰে শাঁত।

ঈশ্বৰৰ বস্তু ঈশ্বৰেই লৈ গ'ল—ভক্ত কবিৰ ঈশ্বৰৰ প্ৰতি এই গভীৰ বিশ্বাস মন কৰিবলগীয়া।

ছেগ ৰামধেনুৰ দৰে। কবিৰ জীৱনলৈকো এনে আবেগ অনুভূতিৰ ছেগ আহে আৰু যায়। কোনোৱে সেই ছেগৰ সদ্ব্যৱহাৰ কৰিব পাৰে, কোনোৱে নোৱাৰে। ফুকন কবিৰ জীৱনলৈকো যে সততে এনে ছেগ আহিছিল তেওঁ অ'ত ত'ত লেখি যোৱা ডুখৰীয়া কবিতাৰ ফাকিবোৰ এই কথাৰ সাক্ষাৎ বহন কৰে। উদাহৰণ স্বৰূপে মৰমৰ পত্নীৰ বিয়োগত ব্যথিত হৈ তেওঁ তেওঁৰ প্ৰাণপ্ৰিয়তমা 'বিজুলীৰ' ছবি এখনৰ তলত লেখি ৰাখিছিল :

"মোৰ সপোনত, সজাগৰ মোহিনী মুৰতি
নিৰাশাৰ ডাৱৰৰ বিজুলী জেউতি।"

তেওঁ ইচ্ছা কৰা হলে নতু সেই সময়ত ছেগচাই কটীয়া পাৰিব জনা

কোনো লোকে খাটনি ধৰা হলে হয়তো এই কবিতা দুশাৰীৰ আলমতে আন এটা ফুকন ডাঙৰীয়াৰ উৎকৃষ্ট শোকৰ কবিতা পোৱা গলহেঁতেন।

বেজবৰুৱাৰ সুমলী জীয়ৰী দীপিকাৰ অটোগ্ৰাফৰ তলত তেওঁ লেখি দিছিল।

"নিৰাশাৰ জয় পৰা শতেক হিয়াত
লিখি দিয়া আশাৰ দীপিকা
অকাল আন্ধাৰে ঢকা অলেখ প্ৰাণী
জ্বলোৱাহি জ্ঞানৰ দীপিকা।

অন্তৰত স্বভাবজাত কবি প্ৰতিভা নেথাকিলে ছেক্সপীয়েৰৰ অৰ্লেণ্ডই গছৰ গাত কবিতা লেখি ৰখাৰ নিচিনাকৈ য'তে ত'তে এনেদৰে কবিতাৰ ফাকি লেখি থব পাৰি।

এতিয়া দেশভক্তই ৰচনা কৰা একমাত্ৰ খুহুটীয়া কবিতা এটা অলপ লিৰিকি বিদাৰি চাওঁ। এই কবিতাটোও দেশভক্তই ৰচনা কৰিছিল শিলচৰ জেলত আৰু পিছত প্ৰকাশিত হৈছিল অম্বিকাগিৰী সম্পাদিত 'চেতনা', কাকতত। 'নিংনি ভাৱৰীয়াৰ গীত' নামৰ এই দীঘলীয়া কবিতাটো কামৰূপী কথ্য ভাষাত ৰচনা কৰা হৈছিল যদিও ই উজনি নামনিৰ সকলো শ্ৰেণীৰ পাঠকৰ বাবে সমানে উপভোগ্য। উল্লেখযোগ্য যে নিংনি এজন কামৰূপৰ বিখ্যাত ভাৱৰীয়া। তেতিয়া তেওঁৰ হাড়ত বন গজিছিল। আজিকালি মুখে মুখে গীত পদ ৰচনা কৰি অংগী-ভংগীৰে গীত গাই শ্ৰোতাৰ মনোৰঞ্জন কৰা ভাৱৰীয়া বিলুপ্ত হৈছে। নিংনিৰ নিচিনা জনপ্ৰিয় ভাৱৰীয়াৰ পদশুনি শ্ৰোতাৰ হাঁহিত পেটৰ নাড়ী ডাল ডাল হৈছিল। সেই কাৰণে জেল-জীৱনৰ তিতা-কেঁহা কথাবোৰ হাঁহিৰ ৰসৰে জুবুৰিয়াই পাঠকক শুনাবলৈ দেশভক্তই নিংনি ভাৱৰীয়াৰ মাধ্যমেৰে এই কবিতাটোত তেওঁৰ মনোভাব অতি পৰিপাটিকৈ ব্যক্ত কৰিছে। ইয়াৰ দ্বাৰা এসময়ত নিংনি ভাৱৰীয়াৰ গীতবোৰ জনসমাজত কেনে আকৰ্ষণীয় আছিল তাকো সহজে ধাৰণা কৰিব পৰা যায়।

আজিকালি জেল-জীৱনৰ লগত সেই সময়ৰ অৰ্থাৎ বৃটিছ আমোলৰ জেল-জীৱনৰ স্বৰ্গ-মৰ্ত ব্যৱধান। আজিকালি জেলৰ ভিতৰত অনেক সা-সুবিধা আনকি গান-বাজনা, থিয়েটাৰ আদিৰ ব্যৱস্থা আছে, মাছ মঙহ

মিঠাই দকচি খাবলৈ কোনো কোনোৱে জেলৰ ভিতৰত সহ্য কৰিবলগীয়া হৈছিল। এনে উগ্র নির্যাতনৰ ভাগ ৰায়চৌধুৰী, বিহগী কবি, ব্ৰজনাথ শৰ্মা প্ৰভৃতিৰ ভাষাত বেছিকৈ পৰিছিল। দেশভক্তই তেওঁৰ এই কবিতাত সেইদিনৰ জেলখানাৰ ভিতৰখনৰ এখন ফটফটীয়া ছবি আঁকি দেখুৱাবলৈ সমৰ্থ হৈছে বুলি ক'বই লাগিব। তেওঁ লেখিছে :

ৰাঙা চাউলৰ ভাত দিলাক
আধা সিজা নাই,
গৰাহ মাৰলি কেৰাং কৰেয়
শিলৰ গুৰা পাই।
মাহৰ দালি সুদা পানী
নিহনি দেয় তাত,
আকৃতা গন্ধত খাবা নৰি
উকৃতি আহে ভাত
আগ্না বুলি কিবা দেয়
চিনি নাপে তাক
ঢেঁকী খুন্দি ৰান্ধি দেয়
নহয় কিন্তু শাক।
এক বুল্‌লি উঠবা লাগে
দুই বুল্‌লি বহ
মুৰ চাপৰে চালাম নেদলি
তাহ্‌নাৰ লাগে গহ।
ডাক্তাৰ চাহাব আহাৰ পৰোতে
শাৰী কৰি লয়ে,
চাৰে ছয়টা বাজা মাত্ৰে
বন্ধ কৰি থয়ে।
চাৰা বাতি মানুহ গণে
পালা-বদলা কৰি
টুপ্‌নে টুপ্‌নে এক দুই বোলে
কত সুৰ ধৰি।

জেলখানাৰ নিয়ম গিলা
সকলত কৰি চাৰ্,
ইফাল সিফাল কৰেই যদি
বাখ্না লাগিল তাৰ।
আক্‌ধান্-মান লৰচৰ কৰ্লি
লোহা ভৰিত দেয়,
তাতেই কিবা ওজৰ কৰলি
নিজানক লেগি নেয়।
অন্যেয় কৰলি ওজাৰ কৰা
জেলোত বৰ দায়,
সহি থাকাত পৰে আৰু
উপায়বুদ্ধি নাই।
জেল চাবা মানুহ আহ্লি
আগে ভাগে কয়
সোধে যদি দুখৰ কথা
নাই বুল্‌বি তই।
মুশ্নি কথা কোনবাই যদি
কৰে কিবাকানি।
বধি মাৰা দিব তাক
ঘৰোৰ ভিতৰত আনি।
কিবা বস্তু পাওঁ বুলি
লাংটা কৰি চায়,
তথাপি চাধা চুৰট
সকলে ফুৰে খাই।
ননকপাৰেছন কয়দীৰ হলি...
সেগ্লা খাবাৰ নাই,
তাহনাৰ হাঁহি চাব হয়ে—
কত দুখ পায়।"

অবৰ্ণনীয় দুখ-কষ্টৰ মাজত নিৰ্বিকাৰভাৱে থাকি নিজে হাঁহিব পৰা আৰু আনক হঁহুৱাব পৰাটো সাধাৰণ মানুহৰ কাম নহয়। দেশভক্ত যে এনে অসাধাৰণ শক্তিৰ অধিকাৰী আছিল, এই কবিতাটো তাৰ এক প্ৰমাণ। দেশভক্তৰ কথাত, কামত, বক্তৃতাত হাস্যৰসৰ ফল্গুধাৰা সততে প্ৰবাহিত হৈছিল। সেইবোৰক সাহিত্যৰ ৰূপত ধৰি থোৱা হলে দেশভক্তও আন এজন 'ৰূপাবৰ' হব পাৰিলেহেঁতেন। সেয়ে হলেও এনেবিধৰ একেটা মাথোন 'নিংনি ভাৱৰীয়া'ই ফুকন ডাঙৰীয়াৰ হাস্যৰসিক ৰূপটো সাৰ্থকভাৱেই ফুটাই তুলিছে। 'ৰগৰ-ৰহঘৰা' ৰ কবি দণ্ডীনাথ কলিতা আৰু 'ৰঞ্জন'ৰ কবি সাহিত্যৰথী চন্দ্ৰধৰ বৰুৱাৰ লগৰ একে শাৰীতে 'নিংনি ভাৱৰীয়া'ৰ কবিজনকো আমি সমান আসন দিব পাৰোঁ।

এই কবিতাটো ওপৰে ওপৰে চালে হাস্যৰসৰ কবিতা যেন লাগিলেও ইয়াক দেশপ্ৰেমমূলক কবিতা আখ্যাও দিব পাৰি। কিয়নো এই কৰিতাত কোনোবাই আওপাকেদি জেল-তীৰ্থত দিন অতিবাহিত কৰা মুক্তিযুঁজাৰু-সকলৰ দেশপ্ৰেমৰ কাহিনীকে ফুটাই তোলা হৈছে। মই এই কবিতাটোকে দেশভক্তৰ শ্ৰেষ্ঠ কবিতা বুলি ভাবো।

## যৌনতত্ত্ব

ফুকন ডাঙৰীয়াৰ জীৱিত কালত প্ৰকাশিত তেওঁৰ দ্বিতীয়খন ছপা পুথি 'যৌনতত্ত্ব'। এই পুথি প্ৰকাশ হৈছিল ১৯৩৩ চনত। প্ৰকাশ কৰিছিল স্বৰ্গীয় দুৰ্গাধৰ বৰকটকী ডাঙৰীয়াই। এই পুথিৰ বিষয়বস্তু সমাজবিজ্ঞান, ঘাইকৈ স্বাস্থ্যবিজ্ঞানৰ অন্তৰ্গত। সাধাৰণতে বিজ্ঞানৰ বিষয়বোৰ বহল অৰ্থত সাহিত্যৰ এটা সুকীয়া আৰু স্বতন্ত্ৰৰীয়া বিভাগ। কিন্তু ফুকন ডাঙৰীয়াই এই পুথিখনক নিৰস বিজ্ঞানৰ পুথি বুলি সাহিত্য চ'ৰাৰপৰা আঁতৰাই থ'ব নোৱাৰি।

যৌনতত্ত্ব স্বাস্থ্যবিজ্ঞানৰ এটা বিভাগ। চিকিৎসকবিলাকৰ বাহিৰে আন বহুতে এই বিষয়ে পুথি ৰচনা কৰে ঘাইকৈ অৰ্থ উপাৰ্জনৰ বাবে। ফুকন ডাঙৰীয়াৰ দৰে বৰেণ্য নেতাসকলে এনেবোৰ বিষয়ে বিশেষ মন-কাণ নিদিয়ে। বহুতে আকৌ অশ্লীল সাহিত্যৰ ভিতৰত ধৰি এনেবোৰ বিষয়ে আলোচনা কৰাটো লাজৰ কথা বুলিহে ভাবে। তদুপৰি বিজ্ঞানৰ

কিতাপবোৰ সাধাৰণতে সাহিত্যৰ ভিতৰুৱা কৰি লবলৈ টান হয়। সুখৰ বিষয় ফুকনৰ 'যৌনতত্ত্ব'ত বিজ্ঞান আছে, সাহিত্যও আছে। এই পুথি ৰচনাত লেখকৰ অৰ্থোপাৰ্জনৰ ইচ্ছা সমূলি নাছিল বুলি ডাঠি কব পাৰি। পুথিখনৰ উদ্দেশ্য মহৎ, লেখকৰ সাহস প্ৰশংসনীয়।

উদ্দেশ্য সম্পৰ্কত অভিজ্ঞতাৰপৰা কোৱা হৈছে—"বিবাহে বহুতো দুখ আনে যে তাত সন্দেহ নাই কিন্তু কৰ্তব্যশূন্য ফলপুষ্পবিহীন অবিবাহিত জীৱনৰ দুখ ততোধিক। আদৰ্শ বিবাহিত জীৱন কি আৰু কিদৰে ইয়াক পাব পাৰি এই পুথিত তাৰেই আভাস দিবৰ চেষ্টা কৰা হৈছে।" পুষ্পে-পত্ৰে সুশোভিত বিবাহিত জীৱন যাতে সুফলপ্ৰদায়ী হয় তাৰেই আলোচনা কৰা এই পুথিৰ উদ্দেশ্য।

লেখকে আৰু কৈছে, "লৰা-ছোৱালীৰ খোৱা-বোৱা আদি সাধাৰণ বৃত্তিসমূহক যেনেকৈ মাক-বাপেকে সৰুৰেপৰা সংযত কৰাই তাৰ সজগতি নিৰূপণ আৰু নিৰ্দ্দেশ কৰি দিয়া উচিত, সেইদৰে ল'ৰা-ছোৱালীৰ যৌবনৰ উন্মেষৰ লগে লগে কাম ভাবৰ আবিৰ্ভাব হলে সজ উপদেশ আৰু সজ শিক্ষাৰ দ্বাৰা উপযুক্ত সময় নোহোৱালৈকে সেই বৃত্তি সংযত কৰাবলৈ সহায় কৰা নিতান্ত কৰ্ত্তব্য।

"উপযুক্ত সময় উপস্থিত হলে দাম্পত্য জীৱনৰ সুখ-সম্ভোগৰ কাৰণে কি কি উপকৰণ কৰিব লাগিব তাৰো শিক্ষাৰ বিশেষ আৱশ্যক আছে। অভিজ্ঞতা থকা সজলোকৰপৰা বা সেই বিষয়ৰ সজ পুথিৰপৰা একো সহায় নোপোৱাৰ কাৰণে অকালত ল'ৰা-ছোৱালীবিলাকে কুসংগত পৰি, কুপথে চলি ক্ষীণ আৰু ৰুগীয়া হব ধৰিছে ইয়াৰো প্ৰতিকাৰ কৰিবই লাগিব।"

পুথিখনি প্ৰাথমিক পৰ্যায়ৰ হলেও সুৱলা সহজ ভাষাৰে লেখা বাবে সুখপাঠ্য হৈছে আৰু থূলমূলভাৱে বিষয়টোৰ ওপৰত লেখকে কৃতিত্ব সহকাৰে আলোকপাত কৰিব পাৰিছে। এই বিষয়ত বাৎসায়নৰ কামসূত্ৰ এখন উল্লেখযোগ্য প্ৰামাণ্য পুথি। ইংৰাজী, বঙলাত এনে পুথিৰ সীমাসংখ্যা নাই, অসমীয়াতো সম্প্ৰতি দুই চাৰিখন ওলাইছে তথাপি ফুকনৰ পুথিখনৰ এটা স্বকীয় বিশেষত্ব সহজে চকুত পৰে।

আজিকালি জোৰেৰে পৰিয়াল পৰিকল্পনাৰ প্ৰচাৰ কাৰ্য চলিছে। দুধকণ্ঠ পঢ়াশলীয়া ছাত্ৰ-ছাত্ৰীকো এই সম্পৰ্কে শিক্ষা দিবলৈ কোনো

কোনোৱে পৰামৰ্শ দিয়াও শুনা গৈছে। কিন্তু আজিৰপৰা ভেৰকুৰি-দুকুৰি বছৰ আগতে যি সময়ত এই সমস্যাটোৰ ভয়াবহতাৰ কথা উপলব্ধি কৰি কোনেও কুকুংকাৰাং কৰা নাছিল সেই সময়তে দূৰদৃষ্টিসম্পন্ন ফুকন ডাঙৰীয়াই এই যৌনতত্ত্বৰ পৰিয়াল-পৰিকল্পনাৰ আৱশ্যকতা অনুভৱ কৰি লেখিছিল :

"(ক) প্ৰজাসৃষ্টি যেনেকৈ প্ৰকৃতিৰ নিয়ম স্বাস্থ্যৰক্ষা আৰু সমাজ-ৰক্ষাও সেইদৰে প্ৰকৃতিৰ অভিপ্ৰায়।

(খ) সাধাৰণতে আজিকালি তিৰোতাৰ স্বাস্থ্যলৈ চাই, জনসাধাৰণৰ ভয়ংকৰ আৰ্থিক অৱস্থালৈ চাই সৰহ লৰা-ছোৱালী জন্ম দিয়া মহাপাপ বুলি কব পাৰি।

(গ) জনাবুজা শিক্ষিত লোকেও পুহিব নোৱাৰা পৰিয়াল সৃষ্টি কৰি অনেক অশান্তি চপাই লোৱা দেখিলে বেয়া লাগে।

(ঘ) নিৰক্ষৰ, নিঃসহায় শ্ৰমজীৱীসকলক জন্মনিৰোধ বিষয়ক শিক্ষা দিবই লাগিব।

(ঙ) সমাজক দৃঢ় কৰিব খুজিলে, পাৰিবাৰিক সুখ-শান্তিৰ কথা সমূলি বিনাশ কৰিব নুখুজিলে জন্মনিৰোধৰ ব্যৱস্থা গ্ৰহণ কৰাৰ বাজে আন উপায় দেখা নাযায়।"

ফুকন ডাঙৰীয়াৰ কিতাপখনৰপৰা এই ছেগতে দুই-এটা তাৎপৰ্যপূৰ্ণ উক্তি তুলি দিয়া হ'ল। এই উক্তিবোৰত ৰচকৰ লেখাৰ ঠাচো মন কৰিবলগীয়া।

"(ক) ব্ৰহ্মচৰ্যৰ মুখ্য উদ্দেশ্য অকালত শক্তিক্ষয় নিবাৰণ, প্ৰজাসৃষ্টি আৰু প্ৰজা ৰক্ষাৰ শক্তিসঞ্চয়।

(খ) প্ৰেমৰ অপূৰ্ব মধুময় সংগীতত জগতৰ অনন্ত যৌবন মুখৰিত হৈ উঠে।

(গ) কবিৰ কল্পনা-ৰাজ্যত প্ৰেমৰ ৰত্ন বিভূষিত এখন সিংহাসন অক্ষয় হৈ আছে।

(ঘ) জগৎ ৰিক্ত হৈ যাব যদি আজি কবিসকলৰ প্ৰেমৰ উন্মাদিনী ঝংকাৰ হঠাতে স্তব্ধ, মৌন হৈ যায়।

(ঙ) জগতৰ জীৱন সাহিত্য, সাহিত্যৰ জীৱন কাব্য আৰু কাব্যৰ জীৱন প্ৰেম।

(চ) ভৱিষ্যৎ বাদ দিলে মানুহৰ অতীত আৰু বৰ্তমান অৰ্থশূন্য হৈ পৰে।

(ছ) ভবিষ্যত মানৱৰ সৃষ্টিকৰ্তা বৰ্তমান মানৱ।

(জ) স্ত্ৰী সংগ-লিপ্সা যৌৱনৰ আৰু পুৰুষত্বৰ চিন। উপযুক্ত সময় নহয় মানে সেই ইচ্ছা দমন কৰি চলিব লাগিব। ই এটা পৰম সাধনা।

(ঝ) তিৰোতাৰ অতি মূল্যবান সম্পদ লাজ আৰু সম্ভ্ৰম। প্ৰাণতকৈয়ো অধিক প্ৰিয় বস্তু সতীত্ব।

(ঞ) জীৱসৃষ্টিৰ লগে লগে মৰম, চেনেহ, ত্যাগ আদি সত্বগুণে মনুষ্যত্বৰ বিকাশ সাধন কৰে।

## চিকাৰ কাহিনী

দেশভক্ত ফুকনৰ এইখনি গ্ৰন্থ মৰণোত্তৰ প্ৰকাশ। 'আৱাহন', 'বাঁহী' আদি আলোচনীৰপৰা বুটলি আনি দেশভক্তৰ চিকাৰ কাহিনীবোৰ জুকিয়াই গ্ৰন্থখন প্ৰকাশ কৰে অসম প্ৰকাশন পৰিষদে ১৯৭১ চনত। সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াই যথাৰ্থভাৱেই লেখিছে: "নিজৰ চিকাৰ জীৱনৰ আৰম্ভণি, চিকাৰৰ বিচিত্ৰ লোমহৰ্ষক কাহিনী আৰু দুৰ্যোগপূৰ্ণ অভিজ্ঞতা-সমূহ দেশভক্ত ফুকনে নিজস্ব ঠাঁচত সুন্দৰভাৱে লিপিবদ্ধ কৰি থৈ গৈছে। নিজৰ চিকাৰ জীৱনৰ অভিজ্ঞতাৰ সেইবোৰ বৰ্ণনাত আছে সকলো শ্ৰেণীৰ পাঠকৰ বাবে বিভিন্ন ৰসৰ সোৱাদ। তদুপৰি ন-চিকাৰীসকলৰ বাবে ফুকনৰ সেইবোৰ প্ৰবন্ধত আছে চিকাৰৰ বিভিন্ন পদ্ধতি, আদব-কায়দা আৰু শিকিবলগীয়া বহু কলা-কৌশল। সেইফালৰপৰা চাবলৈ গলে, দেশভক্ত ফুকন কেৱল এজন অপ্ৰতিদ্বন্দ্বী চিকাৰীয়েই নাছিল, তেওঁ আছিল এজন সু-লেখকো।

"পুৰণি 'আৱাহন'ৰ পাতত সিঁচৰতি হৈ থকা ফুকনৰ সেইবোৰ দুৰ্মূল্য আৰু আপুৰুগীয়া প্ৰবন্ধকে একেলগ কৰি কিতাপ আকাৰে প্ৰকাশ কৰাৰ লগতে চিকাৰী ফুকনক লেখক ফুকন হিচাপে পঢ়ুৱৈ ৰাইজৰ সতে চিনাকি কৰাই দিবলৈ পাই আমি গৌৰব অনুভৱ কৰিছো।"

এই বহুমূলীয়া কিতাপখন পাই শইকীয়াৰ লগতে আমিও গৌৰব অনুভব কৰিছোঁ, সমগ্ৰ অসমীয়া ৰাইজে গৌৰব অনুভব কৰিছে নিশ্চয়।

দেশভক্তৰ পৰিয়ালটো নামে-কামে খাৰঘৰীয়া ফুকন—অসমৰ এটা বিখ্যাত চিকাৰী পৰিয়াল। ফুকনৰ দেউতাক বলৰাম ফুকন, ককায়েক

নবীনৰাম ফুকন, ভতিজাক বীৰেনৰাম ফুকন (এম-এল-এ) প্ৰভৃতি ভালেকেইজন বিখ্যাত চিকাৰী এই বংশোদ্ভৱ। এসময়ত কটন ছাত্ৰাবাসৰ আৰু আৰ্ল ল কলেজৰ ছাত্ৰাবাসৰ ছাত্ৰসকলে দেশভক্তৰ চিকাৰৰ শৰপছু আৰু দীঘলী পুখুৰীৰ তেলাল বৌ-বাহু মাছ টপালি টপালি খাবলৈ সুবিধা পাইছিল। ফুকন ডাঙৰীয়াৰ এই লিপিবদ্ধ কাহিনীবোৰত বাদেও বহু উপাদেয় কাহিনী অলেখিতভাৱে বৈ গৈছে। এবাৰ হেনো আলহী হৈ থকা কোনোবা এজন ভাৰতীয় নেতাই দেশভক্তৰ ঘৰত বন্দুক-বৰশীৰ প্ৰাচুৰ্য দেখি তেওঁক প্ৰশ্ন কৰিছিল মহাত্মা গান্ধীৰ অসহযোগ ব্ৰতত দীক্ষিত ফুকনৰ ঘৰত এনেবোৰ মাৰণাস্ত্ৰৰ প্ৰয়োজন কি? উপস্থিত বুদ্ধিৰ ভৰাঁল ফুকনে টপৰাই উত্তৰ দি কৈছিল, "অসমৰ য'তে ত'তে বাঘ-হাতীৰ উপদ্ৰব ইমান বেছি যে সততে সিহঁতক দমন কৰিবলৈ সাজু হৈ থাকিব লাগে। আত্মৰক্ষাৰ বাবে আৰু নিৰীহ গাওঁবাসীক বনৰীয়া জন্তুৰ গৰাহৰপৰা ৰক্ষা কৰিবলৈ তেওঁ সততে এনেবোৰ অস্ত্ৰ-শস্ত্ৰেৰে সাজু হৈ থাকে।"

'চিকাৰ কাহিনী' পুথিখন নিসন্দেহে অসমীয়া সাহিত্যৰ চিকাৰ সম্পৰ্কীয় শ্ৰেষ্ঠ গ্ৰন্থ। এই পুথিয়েই দেশভক্ত ফুকনৰো শ্ৰেষ্ঠ সাহিত্য-কীৰ্তি। এই পুথিত ৰজা নৃপেন্দ্ৰনাৰায়ণ ভূপকে আৰম্ভ কৰি দেশভক্তৰ সহচৰ চিকাৰী কুহিৰামলৈকে বহুতৰ ডুখৰীয়া চিত্ৰ আছে; জনজাতীয় গাৰো ৰাইজৰ দিনেকীয়া আৰু সামাজিক জীৱনৰ আওভাও আছে আৰু বহুত কিবা কিবি আছে।

গ্ৰন্থৰ আদিতে দেশভক্তই তেওঁৰ ককায়েক অসম বিখ্যাত চিকাৰী নবীনৰাম ফুকনক স্মৰণ কৰিছে এইদৰে: "দেউতা ভাল চিকাৰী আছিল; কিন্তু কেৱল চিকাৰতেই মনোনিবেশ কৰা নাছিল। সাহিত্য আৰু সংগীত চৰ্চা, ধৰ্ম, শিক্ষা-বিস্তাৰ, সমাজ-সংস্কাৰ, হাতী-ম'হ ধৰা, শিল্প-বাণিজ্যৰ উন্নতি সাধন ইত্যাদি কাৰ্যত ব্যাপৃত আছিল, কিন্তু নবীন দাদাই সকলোপৰা চিকাৰতেই মন দিছিল। তেতিয়া টকাৰ অভাৱ নাই, আন কামো নথকাত সময়ৰ অভাৱো নাছিল, হাতী ২০/২৫ টা নিজৰেই আছিল, টকা থাকিলে নিৰ্বিচৰা-কৈয়ে লগ পোৱা যায়। সৰ্বোপৰি কামৰূপৰ সমান চিকাৰৰ ঠাই ভাৰতত নাই বুলি দঢ়াই কব পাৰি। গতিকে অবাধ গতিৰ চিকাৰী হিচাপে নবীন দাদাৰ চিকাৰত খ্যাতি চন্দ্ৰকলাৰ পোহৰৰ দৰে দিনে দিনে বাঢ়ি যাবলৈ ধৰিলে।

কোচবেহাৰৰ মহাৰাজাকে আদি কৰি খ্যাতনামা চিকাৰীয়েও দাদাৰ লগ লৈছিল। স্থানীয় ইংৰাজ কৰ্মচাৰীসকলৰো চিকাৰ-শিক্ষাৰ ভাৰ দাদাৰ ওপৰতেই আছিল। নিজৰ চখ আৰু সুবিধাৰ কাৰণে বহুতো কছাৰী, মিকিৰ আদি অনুন্নত সাম্প্ৰদায়ৰ লোকক শিক্ষা দি ভাল চিকাৰী কৰি লৈছিল। তেতিয়াৰ দিনত সৰু-ডাঙৰ চিকাৰৰ অভাৱ নাছিল। চিকাৰলৈ যোৱাত শই শই হাঁহ মৰা, কুৰি ডেৰকুৰি পহু মৰা দেখা লোক এতিয়াও বহুতো আছে, মই নিজেই দেখিছোঁ।

"চিকাৰৰ ভিতৰতেই দলপুঙা (snipe) মৰা বৰ টান, বিশেষ ৰকমৰ শিক্ষা আৰু অভ্যাস নহলে হাতী-বাঘ মৰা চিকাৰীয়েও সেই চৰাই মাৰিব নোৱাৰে; সেই চৰাই দেখা নাযায়, দল আৰু পানী থকা ঠাইত লুকাই থাকে, ওচৰ চাপিলে ঘপ কৰে উৰি যায়। আৰু উৰোঁতে অকাই-পকাই উৰে—বন্দুক টোঁৱাই মানে নেদেখা হয়। তাতো তেওঁৰ বিশেষ সুখ্যাতি আছিল। সাধাৰণ ভাল চিকাৰীয়ে শতকৰা ৩০ ৰ পৰা ৫০ লৈকে মাৰে, কিন্তু দাদাই শতকৰা ৫০/৭০ লৈকে মাৰা দেখিছোঁ।"

আৰু লেখিছে, "তিনিটা বাঘ, এটা শিঙাল পহু লৈ জিলা পালোহি। নগাওঁ চহৰ খলক লাগি গ'ল। তিনি ঘণ্টাৰ ভিতৰতেই চিকাৰ শেষ কৰি উভতি আহিলোঁ। মই যে অলপ সময়তে ইমান ডাঙৰ কাম এটা কৰিলোঁ সেইবাবে বিশেষকৈ মোক উৎসাহিত নকৰি গুলী মাৰোতে মুখত মাৰি দাঁত এপাৰি কিয় নষ্ট কৰিলো তাৰ বাবেইহে দাদাই ধৰাত হাঁহি উঠিল।" এই উক্তিৰপৰা নবীন ফুকন কেনে ধৰণৰ চিকাৰী আছিল তাৰ আভাস পোৱা যায়। ভায়েক তৰুণো যে চিকাৰী হিচাপে ককায়েক নবীনৰ ফুটতে উঠিছিল সেই বিষয়ে সন্দেহৰ থল নাই।

এই পুথিত থকা চিকাৰ কাহিনীবোৰ নিৰস বৰ্ণনাৰ সংকলন নহয়— প্ৰতিটো কাহিনীকে এনে ৰসালভাৱে বিবৃত কৰা হৈছে যে পুথিখন হাতত ললেই শেষ কৰি পঢ়িবৰ মন যায়, যেন এখন উপন্যাসহে পঢ়িবলৈ লোৱা হৈছে এনে অনুভৱ হয়। কেৱল যে ইয়াত চিকাৰৰ কথাহে আছে এনে নহয়, গিৰিদুৰ্গ-ৰাণী অসমৰ হাবি-বন, খাল-বিল-পৰ্ব্বত, হাতী-বাঘ-পহু, মাছ-মগৰ, চৰাই-চিৰিকতি আদিৰ বিষয়ে ভালেমান জানিবলগীয়া তথ্যপূৰ্ণ কথাও আছে। উদাহৰণ স্বৰূপে 'চকৰদ বা চিকাৰীৰ স্বৰ্গ' নামৰ

মনোৰম কাহিনীটোৰ একাংশ তুলি দিছোঁ: "ঠাইখনৰ দক্ষিণ-পশ্চিমে খাচীয়া আৰু গাৰোপাহাৰ, উত্তৰে যোজনাবিস্তৃত বিল—নাম দীপৰ। কামৰূপৰ ভিতৰত এইখনেই সবাতোকৈ ডাঙৰ বিল। পানীমেটেকা পৰি বিলখন এতিয়া বহুতো বেয়া হ'ল। আগেয়ে মণিব পৰালৈকে ইয়াৰ কলীয়াপানী বতাহত থৌকিবাথৌ কৰি আছিল। বিবিধ বিধৰ মাছমৰা নাও আৰু মানুহে বিলখন শোভন কৰি ৰাখে। মূৰ-ফুলা, খেদেলী হাঁহ, তেল-গাজ, কলী-হাঁহ, বাটলুগুটীয়া শৰালী, নাক খেচখেচীয়া, চাকৈ-চকোৱা আদি চৰায়ে বিলখনত কোহ'াল লগাই থাকে। মাজে মাজে উচপ-খাই এই চৰাইবিলাক জাকে জাকে উৰি গলে আকাশী জাহাজ যোৱা যেন বোধ হয়।

"কাতিমাহৰপৰা জাকে জাকে ৰাজহাঁহ সশব্দে বিললৈ উৰি যোৱা গুৱাহাটীৰ ঘৰত বহিয়েই দেখোঁ আৰু সেই অনুসৰি খাৰ-বাৰুদ সংগ্ৰহ কৰি ধ্বংসলীলাৰ আয়োজন কৰোঁ। চিকাৰে দয়া-মৰম মনৰ দুৰ্বলতাহে বুলি চিকাৰীক অনুভৱ কৰায়। হাঁহত বাজেও কোঢ়া, কাইঠা, দলমৰা, দলপুঙা পানী-কাউৰী, চেঁচা-বগ, ওৱাক, কৰ্চন, ঘোগ বা দৈ-কলা, হাড়গিলা, শামুক-খোলা, তেলীয়াসাৰেং, কনোৱা আদি অসংখ্য চৰাই দেখা যায়। এইবিলাক বিলৰ চৰাই। পৰ্বতত পোৱা যায় ডৰিক, দেও-ডৰিক, কইৰা, তিতৰ, হাইঠা ইত্যাদি চৰাই। মাজে মাজে জাক বান্ধি বিলৰ ওপৰত ভেলা পৰে, দূৰৈৰপৰা পালতৰা নাৱৰ দৰে দেখা যায়। ভেলাই পলো বোৱা চাবলৈ ভাল লাগে। সিহঁতে শাৰী বান্ধি পলোৰ দৰে বৰ বৰ ঠোঁটেৰে এফালৰপৰা চবিয়াই যায়। বৌ-বৰালী আদি ডাঙৰ মাছ পালে সিহঁতে ডিঙিৰ মোনাত সুমাই থয়—গলত দুখ পালে বা কিবা কাৰণত দিগদাৰি অনুভৱ কৰিলে উলিয়াই দিয়ে। খন্তেক পিছতে উলিয়াই দিয়া মাছবো বাকলি নোহোৱা হয়। সেই মাছৰ লোভত অলপ দূৰৈত থাকি পাছে পাছে বহুতো মানুহ যায় আৰু মাছো পায়।

"বিলত বৌ, বৰালী, বাহু, বাহ, কুঢ়ি, চেনিপুঠি, পাভ, কৰত, শাল, শ'ল, এলেং, ভাঙন, কান্ধুলি, কাৱৈ, মাগুৰ, শিঙি, পুঠি, খলিহনা, মোৱা, দৰিকণা, ককিলা আদি অলেখ প্ৰকাৰৰ মাছ পোৱা যায়। বেৰ-জাল, পৰঙী-জাল, খোৱালি-জাল, ঘাট-জাল, চেপা, ডিঙৰি, পলো আদিৰে বিলত মাছ

ধৰা হয়। বেংগাঠি দি বৰশীৰে শাল, শ'ল আদি মৰা সক প্ৰায়েই দেখা যায়। বিলত নিকৰি, শিঙৰি আৰু শেলুক যথেষ্ট পৰিমাণে পোৱা যায়। সেইবোৰৰ লোভতে জাকে জাকে হাঁহ আৰু পালে পালে বনৰীয়া হাতী গোটেই ৰাতি বিলত পৰি থাকে। ই সাধুকথা বা মনেগঢ়া গল্প নহয়। এই দীপৰ বিলতেই মাত্ৰ সিদিনা ৰাতিপুৱা ৫ বজাত দুকুৰি হাতী দেখা গৈছিল। তাৰে ভিতৰত দুটা হাতী গুলীত মৰা পৰিল। তলত সেই বিষয়ে বহলাই লেখা হ'ল।

"কুমলীয়া ঘাঁহ বিচাৰি জাকে জাকে পহু ৰাতি বিলৰ পাৰলৈ আহে। হাতে হাতে চুঙা-চাকি ( টৰ্চ ) লৈ অসংখ্য চিকাৰী বিলৰ কাষত পহু বিচাৰি ফুৰা দেখা যায়। এই পোহৰবোৰ হঠাতে দেখিলে বৰ বৰ জোনাকী পৰুৱা উৰি ফুৰা বুলি অনুমান হয়।

"হাতী, হৰিণা, শৰ, গাহৰি, শহা, আদি জন্তুৰে পৰ্বত ভৰা। পহু, গাহৰি আৰু বিশেষকৈ গৰুৰ লোভত বাঘ তাৰপৰা প্ৰায়েই সুগুচে। দিন দুপৰতে গৰখীয়াৰ প্ৰতিবাদ, বুকু ঢাকুৰণি আওকাণ কৰি ভালবো ভাল হালোৱা, গাই বা চেউৰী বাঘে টানি লৈ যোৱা দেখা যায়। ভালুক আগেয়ে বহুতো আছিল, এতিয়া কমিছে ; কিন্তু সময়ে সময়ে পৰ্বতত এটা দুটা লগ পোৱা যায়। জন্তুৰ ভিতৰত নাই কেৱল ম'হ আৰু মেথোন।

"জাৰৰ কেইমাহ তাত থাকিবলৈ বৰ ভাল, বোকা পানী নাই। পৰ্বতে-ভৈয়ামে বাঘ, পহু, চৰাই আদি বিচাৰি লুংলুঙাই ফুৰিব পৰা যায়।

"বাৰিষাৰ কেইমাহ কিন্তু ঠাইখন বৰ দুৰ্গম হয়; বোকা-পানীৰে চাৰিওফাল ভৰি পৰে, ঠায়ে ঠায়ে না জল না স্থল, নাও নচলে, খোজেৰে যাব নোৱাৰি। সাঁজ লগাৰ লগে লগেই মহে নগাধিৰাজৰ বন্দনা আৰম্ভ কৰে। দিনত ডাহঁ, খৰকণা আৰু মাখিয়ে জীৱন দুঃসহ কৰি তোলে। বাৰিষাৰ কথা ভাবিলে অযোধ্যা কাণ্ডৰ পদ এফাকি মনত পৰে—

'জোক পোক মশ ডাশ
দেখি তুমি হৈবা ত্ৰাস—
স্বভাৱতে ডকক নাগৰ।'

"তথাপিও মিকিৰৰ বেৰ নোহোৱা ভঙা ঘৰত সোমাই চিকাৰৰ সপোন দেখা যায়। এদিন নহয়, দুদিন নহয় ; এমাহ নহয়, দুমাহ নহয় ; এবছৰ নহয়, দুবছৰ নহয় ; আজি কুৰি-পঁচিশ বছৰে বাৰিষা-খৰালি অশেষ দুৰ্যোগ

উপেক্ষিও এই ঠাইলৈ আহি আছোঁ। কাৰণ চহৰৰ কোলাহলত ত্যক্ত বিৰক্ত হলে, ঘৰৰ জঞ্জালে সুখ-শান্তি নাইকিয়া কৰিলে মনত পৰে দীপৰলৈ, মনত পৰে চকৰদৰ পৰ্বতলৈ, মনত পৰে শ্ৰীমান টাবাক মিকিৰৰ ভঙা পঁজালৈ আৰু মনলৈ আহে কুকুৰাৰ ডাকে কলা ঘুমটিত জগাই দিয়া চিকাৰৰ বাতৰি, হাতীৰ চিঞৰ আৰু বাঘৰ হাওৰণি। সকলোকে পাছ পেলাই আৰু মনত পৰে দুখীয়া হোজা মিকিৰৰ হিয়াভৰা অকৃত্ৰিম প্ৰীতিলৈ।"

কেৱল যে ইয়াত বনৰীয়া জন্তুৰ চিকাৰৰ কথাই আছে এনে নহয়, মন্ত্ৰী-চিকাৰৰ কথাও আছে। অসমৰ ৰাজনৈতিক বুৰঞ্জীৰ যুগসন্ধিত ফুকন ডাঙৰীয়াই চাদুল্লা মন্ত্ৰীসভাৰ পতন আৰু বৰদলৈ মন্ত্ৰীসভা গঠনত এক বিশিষ্ট, গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ হৈছিল আৰু চাণক্য-নীতি প্ৰয়োগ কৰি সেই বিষয়ত তেওঁ কৃতকাৰ্যও হৈছিল। প্ৰাক্তন মন্ত্ৰী ৰোহিণী কুমাৰ চৌধুৰীৰ ভৱনত নিজে অপদস্থ হৈয়ো কেনেকৈ শেষত বিপক্ষ দলক শলঠেকত পেলাই জয়লাভ কৰিছিল এইবোৰ কথা 'হাতী চিকাৰ' নামৰ এটা অধ্যায়ত বিৱৰি লিখা হৈছে। এইখিনি কথা অসমৰ ৰাজনৈতিক বুৰঞ্জীৰ বাবেও অতি মূল্যবান আৰু এক তথ্যপূৰ্ণ দলিল বুলি কব পাৰি।

দেশভক্ত বছৰচেৰেকে গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন পদত অধিষ্ঠিত হৈছিল। তেওঁৰ কাৰ্যকাল উকলি যোৱাত তেওঁৰ মনোভাব কেনে হৈছিল তাৰ আভাস চমুকৈ জানিব পৰা যায় এটা চিকাৰ কাহিনীৰ পাতনিত এনেদৰে: "বঢ়াই দিয়া সময়বো অন্তত লোকেল বোৰ্ডৰ গুৰুভাৰ শোধাই দি গাটো পাতল পালোঁ, কিন্তু মনটো গধুৰ লাগিল। ভগৱন্তৰ নাম-কীৰ্ত্তনত আনন্দ আছে, কিন্তু নামৰ অনন্ত ভকতক বিলাই দিবলৈ প্ৰসাদ নাথাকিলে মনলৈ নিৰানন্দও আহে। যুৱৰ্ষী হৈ বোৰ্ডৰ স্বত্ব চলোৱাৰ হৰ্ষ অনেক, কিন্তু নিৰুপায় প্ৰজাৰ আচল দুখ-দুৰ্গতি য'ত, ত'ত আলি পদূলি নাই, গতিকেই সেইফালে চেয়াৰমেনৰ গতিবিধিও কম। হাৱাগাড়ীত গলে চেয়াৰমেনৰ ভাট্টাৰ মাত্ৰা, বেগৰ পৰিমাণ বাঢ়ে, কিন্তু বাট-পথ নোহোৱা আওহতীয়া গাৱঁৰ দুৰৱস্থা চোৱাৰ সুবিধাৰ মাত্ৰা সেই পৰিমাণেই টুটে। চেয়াৰমেনৰ দৰ্শনকামী দুৰণিবটীয়া দুৰ্ভগীয়া আহি পায় মানে বিজুলী সঞ্চাৰে চলা চেয়াৰমেনৰ হাৱা-ৰথ অন্তৰ্ধান হয়। ফলত প্ৰজাৰ অভাৱ-অভিযোগ শুনি চেয়াৰমেনৰ অৰ্থসংকটৰ পৰিমাণ প্ৰকাশৰ সুযোগ নঘটে।

ইত্যাদি কাৰণে নিজৰ আৰু পৰৰ অন্যায় বিচাৰত মনটো বিদ্ৰোহী হৈ উঠিল। বাব শোধাই দি নিজৰ তৰফৰ সবিনয় নিবেদন শেষ কৰি, আৰু বাব গ্ৰহণৰ আনন্দ আয়োজনৰ যৎকিঞ্চিৎ উপভোগ কৰি দীঘল ছমুনিয়াহ কাঢ়ি অফিচৰ-পৰা ওলাই আহিলোঁ আৰু বিদ্ৰোহী মন দমনৰ বাবে চকৰদ যাত্ৰা কৰিলোঁ।”

চিকাৰ কাহিনীৰ অ’ত ত’ত চিকাৰী ফুকনৰ ভিতৰত শুই থকা কবি ফুকনজনৰো সহাঁৰি পোৱা যায়। গভীৰ অৰণ্যত জীয়া যমৰ সমুখত থিয় হৈ চিকাৰ কৰিবলৈ গৈ হাতত ৰাইফল লৈ তেওঁ ভাবিছে: “তেতিয়া বেলা ১১ মান বাজিছে, টৌ টৌ কৰে ৰ’দ, শাৰী শাৰী পৰ্বত, চাৰিওপিনে নিস্তব্ধ-নীৰৱ। মনত পৰিল মহাকবি কালিদাসৰ চুটিকি কবিতা—

‘নিষ্কম্পবৃক্ষং নিভৃতদ্বিৰেফং
মূকাণ্ডজং শান্ত মৃগ প্ৰচাৰম্।
তচ্ছাসনাৎ কাননমেব সৰ্বং
চিত্ৰাৰ্পিতাৰম্ভ ইবাবতস্থে’

সেই সময়ত বন্দুক হাতত নাথাকি এটা ফটো কেমেৰা থকা হলেও আমাৰ চিকাৰ যাত্ৰা সফল হলহেতেন। হাতী আৰু আমাৰ ভিতৰত ব্যৱধান সৰহ নহয়; এশ গজমান হব। সি যিদৰে স্থিৰ হৈ আমাৰপিনে চাই আছিল, মাৰিলে গুলী ভাল ঠাইতেই লাগিলহেতেন তাত সন্দেহ নাছিল, কিন্তু ইমান দূৰৈৰপৰা হাতী মৰা বিধি নহয়, কাৰণ, ঠাইতে বগৰাব নোৱাৰিলে হাতী বিচাৰি পোৱা টান। তাৰেপৰা নমৰাকে স্থিৰ কৰি হাতী আগবঢ়াবলৈ কলোঁ। হাতী আগ নবঢ়োৱা দেখি মাউতৰপিনে চাই দেখিলোঁ সি তন্ময়। বাকশক্তি ৰহিত। মনৰ বেগত পুনৰ আগবঢ়াবলৈ কৈ পিঠিত বন্দুকৰ খুন্দাৰে ভালদৰে খুন্দা লগালো, তেতিয়াহে জানো, তাৰ চৈতন্য ফিৰি আহিল। সি খং মনেৰে কলে, ‘দেখা নাইনে, সি খেদিবলৈ খাপ লৈছে; মাৰা যদি মাৰা, নহলে হাতী পলুৱাই দিম; আৰু খন্তেক থাকিলে হাতীকো মাৰিব, মানুহকো মাৰিব।’ মই তাক বোপাই বুলি সানুনয়ে হাতীটো বহাই মোক নমাই দিবলৈ কলোঁ। ভাবিলো, নমাই দিলে আৰু কিছু ওচৰলৈ গৈ মাৰিম।”

“গুলী লাগিল নে নাই কবই নোৱাৰিলো। যোৱা হাতী গৈয়েই থাকিল, নিমিষতে নাইকিয়া হ’ল। আশা-নিৰাশাৰ সন্ধিস্থল, হাতী চলাবলৈ

মাউতক কলোঁ। অলপ দূৰ গৈয়েই মাউতে হাতী ৰখালে আৰু এটা শব্দলৈ কাণ কৰি মোকো শুনিবলৈ কলে। হাতীৰ গোৰগোৰোৱা শব্দ হয় ওচৰতে, অতি সাৱধানে হাতী চলাবলৈ কলো আৰু শব্দ বাওঁহাতে জানি সোঁফালে চক্ৰাকাৰে ঘূৰি শব্দৰপিনে চালোঁ। দেখিলোঁ বৃহৎকায় মায়া-হস্তী পৰি আছে, কিন্তু দাঁত নাই। গা চিৰিঙাই গ'ল—জানোবা মাইকীয়ে মাৰিলো বুলি ভাবি কুঁহিবামক নমাই দিলোঁ ভালদৰে চাবলৈ, সি চাওঁতে মুখত হাঁহি দেখি আশ্বস্ত হলোঁ। যিয়েই হওক, মাইকী নহয়। আৰু ভাল পালোঁ আৰু এটা মখনা জমাৰ ঘৰলৈ আহিল। দুটা দঁতাল মাৰিলে দুযোৰ দাঁত পাম। হাঁহি মাৰি থাকোতেই কুঁহিবামে মৰা হাতীৰ ওপৰত নাচিবলৈ ধৰিলে। মই হাতীৰ ক্ষেত্ৰই পোৱা বুলি তাক ডাবি দিয়াত সি কলে, 'মখনা নহয়, গণেশ।' পৰাপিনে থকা দাঁতটো মাটিত পোত গৈছিল। অলপ পৰৰ পিছত দাঁত কটা অভিনয় আৰম্ভ হ'ল। অনেক দিন দাঁত কাটোতে দুই-চাৰিজন লগ পাইছিলোঁ, কিন্তু সেইদিনা কোনেও হাতী নোচোৱা হ'ল—বিশেষতঃ এইটো দেওলগা হাতী বুলি প্ৰবাদ থকাত। মৈমন-ছিঙীয়া, কছাৰী, ল'ৰাই-তিৰোতাই চাবলৈ লোকে লোকাৰণ্য হ'ল। ই বোলে মোৰ ধান খাইছিল, সি বোলে মোৰ ঘৰ ভাঙিছিল এইজনাই। এদিন গোকুলত নামৰ ধ্বনি উঠিছিল; 'ভাল হ'ল মৰি গ'ল গোকুলৰ বৈৰী পুতনা। মৰি গ'ল কোনে দিব খৰি।' ইত্যাদি।

"সেই দিনা সেই দৰে গজেন্দ্ৰৰ মৃত্যুতো কীৰ্ত্তন-ঘোষা চলিছিল।" অধিক উদাহৰণ উদ্ধৃত কৰি আলচ দীঘল নকৰো।

ডাঙৰ চিকাৰী বহুত আছে, কিন্তু এইদৰে ৰসাল চিকাৰ কাহিনী লেখিব পৰা যশস্বী চিকাৰীৰ সংখ্যা কাচিৎহে পোৱা যায়।

এক বুঢ়ী দুই কাম, ধান বানোতে চোহে আম। দেশভক্ত ফুকনেও চিকাৰ কাহিনী লিখিবলৈ গৈ নানা প্ৰাসঙ্গিক কথাৰে তেওঁৰ গ্ৰন্থখন চহকী কৰি থৈ গৈছে।

## অন্যান্য

অতি পৰিতাপৰ বিষয় দেশভক্তই হাতেলিখা অৱস্থাতে এৰি যোৱা তেওঁৰ আত্মজীৱনীখনি অযত্নত বিলুপ্ত হ'ল। ইয়াকেই বোলে শামুকে-মাণিকৰ মোল নুবুজে, সামান্য কেইপাতমান মাথোন তেতিয়াৰ 'অসমীয়া'

কাকতত প্ৰকাশ হৈছিল। তাৰেপৰাই ধাৰণা কৰিব পাৰি যে এই পুথিখনত বহুত পাহৰি যোৱা কথাৰ সন্ধেদ পোৱা গলহেতেন আৰু দেশভক্ত মানুহ-জনকো ভালদৰে নিৰীক্ষণ কৰিবলৈ সহজ হলহেতেন। তদুপৰি 'আৱাহন' আদি পুৰণি কাকতবোৰতো দেশভক্তই ৰচনা কৰা কেইটামান প্ৰবন্ধ ছেদেলি-ভেদেলি হৈ চেচুকৰ ডেমডেউকাত পৰিণত হৈছে। 'দেশভক্তৰ ৰচনাৱলী' গ্ৰন্থত সেইবোৰ একত্ৰে প্ৰকাশ হব বুলি আমি আশা কৰিছোঁ।

১৯২৬ চনত দেশভক্তই গুৱাহাটীত বহা ভাৰতীয় কংগ্ৰেছ মহাসভাৰ গুৰি ধৰি ইংৰাজীত এখন চমু আদৰণী ভাষণ পাঠ কৰিছিল, তাৰ অসমীয়া তৰ্জমাও প্ৰচাৰ কৰা হৈছিল। এই ভাষণতো অলপ কথাতে দেশভক্তৰ কৃতিত্ব ফুটি ওলাইছে। এটা চিত্তাকৰ্ষক উপমা এইখিনিতে তুলি দিছোঁ:

"The magic land of Kamarupa has an old tradition that people staying here over three nights is converted into sheep and we also know sheep have been particularly following the leader. The leader is at Savarmati"

দেশভক্ত ফুকনে ভালেমান ভাষণ দিছিল—ঘাইকৈ অসমীয়া আৰু ইংৰাজীত। কিন্তু মৌখিক ভাষণ হোৱাৰ বাবে সেইবোৰ হ'ল—'ললো নাম, গ'ল উৰি।' তাৰ ভিতৰত কেৱল দুখন ভাষণ লিখিত অৱস্থাত সংৰক্ষিত হৈ বৈছে অসম সাহিত্য সভাৰ প্ৰথম খণ্ড সভাপতিৰ 'ভাষণাৱলীত' আৰু অসম ছাত্ৰ সম্মিলনীৰ সভাপতিৰ 'ভাষণমালা'ত। ১৯২৭ চনত দেশ-ভক্তই গোৱালপাৰাত অসম সাহিত্য সভাৰ দশম অধিবেশনৰ আৰু তাৰ পিছৰ বছৰত অৰ্থাৎ ১৯২৮ চনৰ অক্টোবৰ মাহত তেজপুৰত অসম ছাত্ৰ সম্মিলনৰ ত্ৰয়োদশ অধিবেশনৰ সভাপতিত্ব কৰিছিল। এই সভা দুখনত তেওঁ যি দুখন ভাষণ পাঠ কৰিছিল তাৰ ভিতৰতে দেশভক্ত মানুহজনৰ বহুমুখী প্ৰতিভাৰ আভাস পোৱা যায়। এই ভাষণ দুখনত কম কথাত সৰহ ভাব প্ৰকাশ কৰি দেশভক্তই তেওঁৰ স্বকীয় ব্যক্তিত্বৰ পৰিচয় দিব পাৰিছিল। তেওঁৰ কথন-ভংগী আৰু লিখন-ভংগীৰ মাজত পাৰ্থক্য নাই বুলিলেই হয়। সাহিত্য সভাৰ ভাষণখনত দেশভক্তই তেওঁক "কিলাই বেজ কৰা হৈছে" অৰ্থাৎ জোৰ কৰি সাহিত্যিক পতা হৈছে বুলি কৈছে যদিও এই কথা সকলোৱে স্বীকাৰ কৰিব যে দুইখন ভাষণৰ ভাষা অতিশয় পাণ্ডিত্যগন্ধী নহলেও সাহিত্যগন্ধী হৈছে। ভাব আৰু ভাষাৰ ফালৰপৰাও দুইখন ভাষণেই

চহকী আৰু আন আন ভাষণতকৈ অধিক ভাল নহলেও পাছ কৰা বিধৰো হোৱা নাছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে ১৯২৬ চনত ধুবুৰীত অসম সাহিত্য সভাৰ এক গুৰুত্বপূৰ্ণ অধিবেশন বহিছিল। সেই সভাত সভাপতি বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ অভিভাষণত থকা এটি মন্তব্যৰ আওপকীয়া অৰ্থ কৰি এচাম সমজুৱাই সেই সাহিত্যযজ্ঞ দক্ষযজ্ঞলৈ ৰূপান্তৰিত কৰিবলৈ প্ৰচেষ্টা চলাইছিল। সুখৰ বিষয় সাহিত্যৰথী বেজবৰুৱা, দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ আৰু ভাওনি কোঁৱৰ আগৰৱালাৰ তৎপৰতাত কোনো অথন্তৰ ঘটাবলৈ সুবিধা নোলাল। সেই সভাত দেশভক্তই লোকৰ মুখত চুণ সানি ওজস্বিনী ভাষাৰে যি বক্তৃতা দিছিল, সেই বক্তৃতাৰ প্ৰভাৱত বিৰুদ্ধবাদী-সকল তাপ মাৰিবলৈ বাধ্য হৈছিল, সভা মণ্ডপ কাঁহ পৰি জীন যোৱা নিমাত-নিটাল হৈছিল, জাউৰিয়ে জাউৰিতো হাত চাপৰিৰ দ্বাৰা সুবক্তাগৰাকী সম্বৰ্ধিত হৈছিল। সেই ঐতিহাসিক বক্তৃতাটো লিখিত আকাৰত সঞ্চিত হোৱা হলে সিও ফুকন ডাঙৰীয়াৰ আন দুখনৰ অভিভাষণৰ সমানেই মূল্যবান সম্পদ হ'লহেঁতেন। দেশভক্তৰ বাগ্মিতা দেখি আৰু সেই ভাষণ শুনি বেজবৰুৱা প্ৰমুখ্যে সদৌ অসমৰ সাহিত্যকসকল যেনেকৈ মুগ্ধ হৈছিল, তেনেকৈ বিস্মিতো হৈছিল। ই যে এক অসাধাৰণ প্ৰতিভা। সি যি নহওক তাৰ পুৰস্কাৰ স্বৰূপেই দেশভক্ত ফুকনলৈ তাৰ পিছৰ বছৰ ১৯২৭ চনত গোৱালপাৰাতে অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ বছেৰেকীয়াৰ অধিবেশনৰ সভাপতিৰ সিংহ পীৰাখন আগবঢ়োৱা হৈছিল বুলি ধৰি লব পৰা যায়।

দেশভক্তই পাঠক বা শ্ৰোতাৰ ধাতু বুজি যুক্তিপূৰ্ণ কথাৰে ৰসাল বক্তৃতা দিব আৰু লেখনী চলাব জানিছিল। ঘৰুৱা কথা, সাধু, যোজনা পটন্তৰ, উক্তি আদিৰে তেওঁৰ ভাষণ পণ্ডিত অপণ্ডিত সকলো শ্ৰেণী মানুহৰ বাবে মনোৰঞ্জক হৈছিল। এই ভাষণ দুখনতে তাৰ যথেষ্ট প্ৰমাণ আছে। যেনে:

(১) জাতীয় সম্পদৰ ভিতৰত সাহিত্য সম্পদেই শ্ৰেষ্ঠ সম্পদ।

(২) আমাৰ বহুতো সম্পদ আছিল। সেইটো গৌৰৱৰ কথা যি আছিল তাক বঢ়াব পৰা নাই সেইটো দুখৰ কথা। কিন্তু যি আছিল তাক লোপ পাব দিয়াটো শোক আৰু লাজৰ কথা হব।

(৩) যত্ন কৰা, প্ৰাণ দি পুৰুষাৰ্থ কৰা—লেবেলা পুলিটি ৰবযুণ. পাই

ঠন ধৰি উঠাৰ দৰে লয় পাওঁ পাওঁ হোৱা পুৰণি কীর্তি, জাতীয়তা পানীছিটা পাই মূর্তিমতী হৈ উঠিব।

(৪) অসমৰ পুৰণি সাহিত্য যে ভাৰতীয় কোনো জাতীয় সাহিত্যতকৈ কোনো অংশে হীন নহয় ইয়াক ডাঠি কলে অংহকাৰ কৰা নহব।

(৫) বীজত বৃক্ষ নিহিত থাকিলেও যেনেকৈ তাক উদ্ভুৎ কৰিবলৈ ক্ষেত্র কর্ষণৰ আবশ্যক, অন্তর্নিহিত মনুষ্যত্ব প্রকাশিত আৰু জাগ্রত কৰিবলৈকো সেইদৰে সাধনাৰ আৱশ্যক।

(৬) নিজে শিক্ষা নেপালে পৰক শিকাব নোৱাৰি।

(৭) নিজৰ ভাষা চহকী কৰিলেই নহব। তোমাৰ ভাষা পৰক জনাবলৈ হলে তেওঁকো সেই চহকী ভাষা শিকাব লাগিব।

(৮) যি সাহিত্যত বিজ্ঞানৰ পুথি নাই সেই ভাষা অংগহীন।

(৯) কি সাহিত্য কি সমাজ; কি ৰাজনীতি সকলোতে বুৰঞ্জী জ্ঞানৰ আৱশ্যক।

(১০) আমাৰ স্কুল-কলেজত শিক্ষা দিয়া বুৰঞ্জী প্রকৃত বুৰঞ্জী নহয়। সেইবোৰ বুৰঞ্জীৰ সজাহে।

(১১) সাহিত্য শব্দটোৱে এটা সংহতি বুজায়। সমাজ বা জাতিক অতিক্রম কৰি কোনো সাহিত্যই হব নোৱাৰে।

(১২) সামাজিক আৰু ৰাজনীতি ক্ষেত্রত দেশসেৱা কৰিবলৈ যেনেকৈ ত্যাগ আৰু কঠোৰ সংযম লাগে, সাহিত্যৰ ভিতৰেদিও দেশসেৱা বা বিশ্বমানৱৰ সেৱা কৰিবলৈকো ত্যাগ আৰু পৰিশ্রম লাগে।

(১৩) প্রত্যেক সাহিত্যিকেই নিজে নিজে কেতবোৰ বিশ্ববৰেণ্য কবি আৰু গ্রন্থাকাৰৰ পুস্তকাৱলী ভালকৈ পঢ়ি নিজৰ মন উদাৰ কৰি লব লাগে।

(১৪) অসম মাতৃৰ স্নেহে ব্রহ্মপুত্রৰ হিয়া ওপচাই গংগা-যমুনাক হিয়াত সাৱটি লৈ সমুদ্রৰ বিশাল বক্ষ উত্রাৱল কৰি তুলিব লাগিব।

(১৫) যি পঢ়িবা তাক মন দি পঢ়িবা, পঢ়িবৰ সময়ত যি পঢ়িছা তাতেই মন দিয়া অর্থাৎ চকু থাকে কিতাপত, মন থাকে বজাৰত এনে নহয় যেন।

(১৬) পুথিত লিখা কথাৰ প্রতি আস্থা নহলে, গুৰুৰ প্রতি ভক্তি নাথাকিলে বিদ্যা লাভ কৰা সহজ নহয়।

(১৭) ছাত্ৰ জীৱনতেই ভৱিষ্যৎ জীৱন-যাত্ৰাৰ সকলো সম্বল গোটাই লব লাগে। তাকে একনিষ্ঠ, দৃঢ়প্ৰতিজ্ঞ আৰু ব্ৰহ্মচৰ্য ব্ৰতধাৰী নহলে কৰা টান।

(১৮) ছাত্ৰ জীৱন অতি সুখৰ আৰু অতি মধুৰ, কিন্তু তাক অতি কঠোৰ বিধি-নিষেধৰ দ্বাৰা সংযত কৰি ৰাখিব লাগে।

(১৯) সত্যই বিদ্যা। অসত্য অৰ্থাৎ অবিদ্যা পৰিহাৰ কৰি সত্যৰ লগত নিগাজি সম্বন্ধ ছাত্ৰ জীৱনতেই পাতি লব লাগিব।

(২০) বিদ্যা অৰ্থকৰী মাত্ৰ নহয়, কাৰ্যকৰীও হব লাগিব।

(২১) যি শিক্ষাই মনুষ্যত্ব নষ্ট কৰে সি কু শিক্ষা।

(২২) পৰাধীন দেশৰ কাৰণে ৰাজনীতিয়েই জীৱন-মৰণৰ সেতু, মুক্তিৰ উপায়।

(২৩) কল্পনা-ৰাজ্যৰ অধীশ্বৰ যদি কবি হয়, ভাবময় জগতৰ অধিবাসী ছাত্ৰ।

(২৪) অসম সাহিত্য সভাৰ অগ্ৰজ অসম ছাত্ৰ সন্মিলন, অসম সাহিত্য সভা পত্ৰিকাৰ অগ্ৰজ 'মিলন' পত্ৰিকা। ই ছাত্ৰৰ পক্ষে কম গৌৰবৰ কথা নহয়।

(২৫) শৰীৰ সুস্থ আৰু সবল নহলে শিক্ষা কাৰ্যকৰী হব নোৱাৰে।

(২৬) স্থিতি-গতিৰ সমাবেশত বুঢ়া-ডেকাৰ সমান ঠাই আছে।

(২৭) ডেকাই সৰ্বতিকালে নব যুগৰ প্ৰবৰ্তক এই কথাত সন্দেহ নাই।

(২৮) দেশৰ কাৰণে প্ৰাণ দিম, কিন্তু কাৰো প্ৰাণত আঘাত নিদিওঁ — ঋষিকল্প মহাত্মা গান্ধীৰ এই মহাবাক্য মনত ৰাখি কাম কৰিলে ছাত্ৰ জীৱন ধন্য হব।

(২৯) ছাত্ৰ জীৱনৰ উদ্দেশ্য মহৎ হব লাগিব, আদৰ্শ উচ্চ হব লাগিব, সংকল্প দৃঢ় হব লাগিব।

(৩০) সকলো কাম কৰা, কিন্তু ব-চেৰা নহবা।

ওপৰত কৈ অহা হৈছে যে দেশভক্তৰ ভাষণ আৰু ৰচনাৰাজি দধি-দুগ্ধ-মধু মিশ্ৰিত হৈ সুখপাঠ্য আৰু সুখকথ্য হৈছিল। তেওঁ সাহিত্যতো অনুপানভেদে মকৰধ্বজ প্ৰয়োগ কৰিব জানিছিল। সাহিত্য সভাৰ ভাষণৰ আদিতে কিলাই বেজ সৰ্ব সিদ্ধ কৰা সাধুটো কৈ—

'উৰি গ'ল শগুণি পৰি গ'ল পাখি
কোন কোন বিষক থৈছ ৰাখি
হৰ বিষ্টু হৰ, সব বিষ পানী হৈ পৰ।'

এই জৰাফুকা মন্ত্ৰফাকি মাতি ফুকন ডাঙৰীয়াই শ্ৰোতাৰ মানসিক পৰিবেশ ৰচনা কৰি লৈছিল। পিছে তেওঁক কিলাই বেজ কৰা হওকে বা নহওক, দেশভক্ত যে সাহিত্য, ৰাজনীতি আদি বিবিধ বিষয়ত এজন নিপুণ বেজ আছিল সেই বিষয়ে সন্দেহৰ থল নাই। তেওঁৰ জীৱনৰ ঘাই কৰ্মক্ষেত্ৰ আছিল ৰাজনীতিহে, তথাপি মাজে সময়ে তাৰপৰা ফালৰি কাটি আহি সাহিত্য-ক্ষেত্ৰত যিকেইপাহ গন্ধ-পুষ্প আগবঢ়াই গ'ল তাতেই তেওঁৰ স্বভাৱজাত সাহিত্য-প্ৰতিভাৰ উমান পোৱা যায়। মুখৰ সমানে সমানে লেখনী পৰিচালনা কৰা হলে সাহিত্যতো তেওঁ আমাক বহুত ভাল কিবাকিবি দিব পাৰিলেহেঁতেন। যিখিনি দি গ'ল সেইখিনিৰ বাবেই ফুকন ডাঙৰীয়া আমাৰ এজন নমস্য সাহিত্যিক।

দেৱতাৰ সৃষ্টিৰ ফুল, দেৱতাক অৰ্পণ কৰাৰ নিচিনাকৈ দেশভক্তই ছাত্ৰসকলক কোৱা এটা আমোদী সাধুৰেই এই আলচৰ মধুৰেণ সমাপয়েৎ কৰোঁ।

"এদিন কেইজনমান ছাত্ৰই ফুৰিবলৈ যাওঁতে দূৰতে বাঘ এটা দেখা পাই ভয়তে চিঞৰ-বাখৰ লগালে। লগত আছিল এজন বিশিষ্ট বৈয়াকৰণিক। ছাত্ৰসকলে বাঘলৈ ভয় কৰা দেখি তেওঁৰ বৰ খং উঠিল। আৰু ছাত্ৰসকলক দবিয়াই তেওঁ কলে,—'বাঘলৈ ভয় কৰাৰ কাৰণ কি আছে? জিঘ্ৰভীতি ব্যাঘ্ৰ ঘ্ৰা ধাতুৰপৰা উৎপন্ন। সি নাখায়, ঘ্ৰাণহে লয়।' এইবুলি বাঘক খেদি যাওঁতে মূৰ্খ বাঘে বৈয়কৰ্ণকক অবমাননা কৰি টানি লৈ গ'ল। নিৰুপায় ছাত্ৰসকলে হাই-উৰুমি দি তেওঁক কোনোমতে বাঘৰ মুখৰপৰা ৰক্ষা কৰিলে। বাঘৰ কামোৰত বৈয়াকৰণিকে মৰণ যন্ত্ৰণা অনুভৱ কৰিলেও গুৰুৰ শিক্ষা মিছা আৰু ব্যাকৰণ ভুল এই দুটা কথা ভাবি তাতোকৈ বেছি যন্ত্ৰণা অনুভৱ কৰিছিল। 'চিকিৎসা পিছত হব, মোক সম্প্ৰতি গুৰুৰ ওচৰলৈ নিয়া।' এইদৰে বিশেষ অনুৰোধ কৰাত লগৰীয়াবিলাকে তাকেই কৰিবলৈ বাধ্য হ'ল। গুৰুক লগ পাই এই ব্যাকৰণ-বিভ্ৰাটৰ কথা জনোৱাত গুৰুৱে ভ্ৰম সংশোধন কৰি কলে,—'ব্যাকৰণ ভুল নহয়, তুমিহে ভুল বুজিছিলা।

কাৰণ ব্যাকৰণৰ সূত্ৰই স্পষ্টকৈ কৈছে—উপসৰ্গেন ধাত্বৰ্থঃ বলাদন্যত্ৰ নীয়তে অৰ্থাৎ উপসৰ্গই পালে ধাতুৰ অৰ্থ বলেৰে আনপিনে নিয়ে। গতিকে উপসৰ্গযুক্ত ব্যাঘ্ৰই ব্যাকৰণমতেই তোমাক বলেৰে স্থানান্তৰলৈ নিছিল।' উপসৰ্গই পালে সংসাৰত জ্ঞানশূন্য পণ্ডিতৰ ধাতু কেনিবা যায়।"

শেষত ইমানকে ঠোৰতে কওঁ যে বৰেণ্য সাহিত্যিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি তৰুণৰাম ফুকন ডাঙৰীয়াৰ অসমীয়া সাহিত্য ভঁৰাললৈ অৰিহণা স্বৰূপে মেটমৰা সোণালী শইচ নেথাকিলেও কেইমুঠিমান মাণিকি-মধুৰী শস্য নথকা নহয়। ফুকনৰ সাহিত্য লেখত তাকৰ। জোখত গধুৰ নহলেও পাতলো নহয়। দেশভক্তক সাহিত্যভক্ত বুলি বিভূষিত কৰিলেও নগৰত জগৰ লাগিবৰ হেতু নাই। জয়তু দেশভক্ত।

# দেশভক্ত ফুকনৰ সান্নিধ্যত

**ৰজনীকান্ত চৌধুৰী**

এই নিঃকিন লেখকৰ জীৱনৰ এক বুজন অংশ দেশভক্ত ফুকন ডাঙৰীয়াৰ সান্নিধ্যত অতিবাহিত হৈছিল। সেই কাৰণে মই গৌৰব অনুভৱ কৰো। ইতিমধ্যে বহুত কথা পাহৰিলো, যিখিনি মনত পৰে তাকে ফুকন-দেৱৰ শতবাৰ্ষিকী উপলক্ষে স্মৰণ কৰিবলৈ এটা পবিত্ৰ ছেগ লাভ কৰি নিজকে কৃতাৰ্থ মানিছো।

১৯২১ চনত যেতিয়া ভাৰত জুৰি মহাত্মা গান্ধীৰ নেতৃত্বত ইংৰাজ চৰকাৰৰ বিৰুদ্ধে অসহযোগ আন্দোলন চলিছিল, ময়ো স্কুল পৰিত্যাগ কৰি আন্দোলনত যোগ দিছিলো। সেই সময়ত মই গুৱাহাটী জিলা কংগ্ৰেছৰ তলত এজন স্বেচ্ছাসেৱক হিচাপে কাম কৰিছিলো। তেতিয়াই দেশভক্ত তৰুণৰাম ফুকনদেৱৰ লগত মোৰ চিনা-পৰিচয় হৈছিল। যিদিনা ডুপৰীয়া জিলা কংগ্ৰেছ অফিচত দেশভক্ত তৰুণৰাম ফুকন, তেওঁৰ সহকৰ্মীসকলৰ লগত গ্ৰেপ্তাৰ হৈছিল, সেই সময়ত মই গুৱাহাটী জিলা কংগ্ৰেছ অফিচত উপস্থিত আছিলো আৰু তেওঁলোকক গুৱাহাটী জেললৈ নিয়া দৃশ্যটো দেখিবলৈ পাইছিলো। দেশভক্ত ফুকন ডাঙৰীয়া আৰু তেওঁৰ সহকৰ্মী সকলোবিলাকে হাঁহিমুখে জেললৈ গৈ কাৰাবৰণ কৰিছিল। বিচাৰত ফুকন ডাঙৰীয়াৰ এবছৰ বিনাশ্ৰম কাৰাদণ্ড হৈছিল। তেওঁক গুৱাহাটী জেলৰপৰা শিলচৰ জেললৈ স্থানান্তৰিত কৰা হৈছিল। শিলচৰ জেলত তেওঁৰ দাঁতৰ বেমাৰ হৈছিল আৰু চিকিৎসাৰ বাবে ইংৰাজ চৰকাৰে এমাহৰ কাৰণে কলিকতালৈ যাবলৈ দিছিল। ভাল হৈ এমাহৰ পিছত ফুকন ডাঙৰীয়া পুনৰ কলিকতাৰপৰা উভতি আহি শিলচৰ জেলত হাজিৰ হৈছিল। দেশভক্ত ফুকনদেৱ যেতিয়া শিলচৰ জেলৰপৰা মুক্তি লভি ঘৰলৈ আহিছিল, তেতিয়া গুৱাহাটীৰ বাইজে সভা পাতি তেওঁৰ কৰ্মময় জীৱন আৰু ত্যাগৰ বাবে প্ৰশংসা কৰি অভিনন্দন জনাইছিল। সেই সভাত অগণন মানুহৰ সমাগম হৈছিল। অসমৰ চাৰিওফালৰ কংগ্ৰেছ কৰ্মীসকল উপস্থিত হৈ দেশভক্তক আদৰণি জনাইছিল। সেই দৃশ্যৰ কথা মোৰ

মনত এতিয়াও জাগি আছে। ফুকনদেৱৰ প্ৰতি অসমৰ ৰাইজৰ যি বুকু ভৰা মৰম আৰু চেনেহ আছিল সি বৰ্ণনাতীত।

সেই অসহযোগ আন্দোলনত ফুকনদেৱৰ নেতৃত্বত অসমৰ অগণন মতা-তিৰোতা, ল'ৰা-ছোৱালীয়ে যোগ দিছিল, আৰু দলে দলে জেললৈ গৈ স্বেচ্ছাই কাৰাবৰণ কৰিছিল। গোটেই অসমৰ জেলবোৰ মুক্তি যুজাৰুৰ দ্বাৰা পৰিপূৰ্ণ হৈ তীৰ্থস্থান আৰু পুণ্যস্থান বুলি পৰিগণিত হৈছিল। এওঁলোকে শাসকসকলক অস্থিৰ কৰি তুলিছিল। ময়ো সেই সময়ত গ্ৰেপ্তাৰ হৈ গুৱাহাটী জেলত কাৰাবৰণ কৰিছিলো।

ফুকন ডাঙৰীয়াই জেলৰপৰা মুকলি হৈ অহাৰ পিছত দেশবন্ধু চিত্তৰঞ্জন দাস আৰু পণ্ডিত মতিলাল নেহৰুৰ লগত লগ লাগি কংগ্ৰেছ এৰি স্বৰাজ্য দল গঠন কৰা কামত উঠি-পৰি লাগিছিল। ফুকন ডাঙৰীয়াই দেশবন্ধু চিত্তৰঞ্জন দাসৰ লগত বোম্বাইৰপৰা মাদ্ৰাজলৈ গৈ তাত এমাহৰ ওপৰ কাল স্বৰাজ্য দল গঠনৰ কামত লাগি আছিল। অসমতো দেশভক্ত ফুকন ডাঙৰীয়াই স্বৰাজ্য দল গঠন কৰিছিল। তেওঁৰ যত্ন আৰু চেষ্টাৰ ফলত অসম ব্যৱস্থাপক সভালৈ কেবাজনো স্বৰাজ্য দলৰ সভ্য নিৰ্বাচিত হৈছিল। তেওঁলোকে কাউন্সিলত সকলো কাৰ্যতে ইংৰাজ চৰকাৰক বিৰোধিতা কৰিছিল। দেশভক্ত ফুকনদেৱ দিল্লীৰ কেন্দ্ৰীয় ব্যৱস্থাপক সভালৈ অসমৰপৰা সদস্য নিৰ্বাচিত হৈ দহ বছৰ আছিল।

ফুকন ডাঙৰীয়াৰ লগত থকা সময়ত হোৱা এটি কথা মোৰ আজিও অন্তৰত জাগি আছে। তেওঁ মোক কৈছিল, কেনেকৈ তেওঁ মহাত্মা গান্ধীক প্ৰথমবাৰ অসমলৈ আনিবলৈ সমৰ্থ হৈছিল। সেই সময়ত মহাত্মা গান্ধীৰ লগত দেশভক্তৰ পৰিচয় নাছিল আৰু ভাৰতৰ অন্যান্য নেতাসকলৰ লগতো তেওঁৰ চিনাকি নাছিল। মাথোন চিনাকি আৰু বন্ধুত্ব আছিল দেশবন্ধু চিত্তৰঞ্জন দাসৰ লগতহে। সেই সময়ত বোম্বাই মহানগৰত কংগ্ৰেছৰ অধিবেশন বহিছিল। দেশভক্ত ফুকন ডাঙৰীয়াই অসমৰপৰা গৈ কংগ্ৰেছৰ সেই সভাত যোগ দিছিল। তেওঁৰ মুখ্য উদ্দেশ্য আছিল মহাত্মা গান্ধীক অসমলৈ অনাৰ, যাতে অসমত কংগ্ৰেছৰ বাণী প্ৰচাৰিত হয় আৰু অসমত কংগ্ৰেছ স্থাপন কৰি কংগ্ৰেছক শক্তিশালী কৰিব পাৰি। ফুকনদেৱে সকলো কথা দেশবন্ধু চিত্তৰঞ্জন দাসৰ আগত কৈছিল। দেশবন্ধুৱে তেওঁক আশ্বাস দিছিল

যে তেওঁ মহাত্মা গান্ধীৰ লগত ফুকনদেৱক চিনাকি কৰি দিব আৰু অসমলৈ মহাত্মা গান্ধীক অনা কাৰ্যত চেষ্টা কৰিব। পিছদিনা দেশবন্ধু দাস ডাঙৰীয়াই দেশভক্ত ফুকনদেৱক লগ ধৰি কৈছিল, যে মহাত্মা গান্ধী অন্ধ্ৰ প্ৰদেশলৈ কুটীৰ শিল্প চাবলৈ যোৱাৰ ঠিক কৰিছে। সেই কাৰণে এতিয়া তেওঁৰ অসমলৈ যোৱা নহব। সেইদিনা গধূলি পুনৰ কংগ্ৰেছৰ সভা বহাত দেশভক্ত ফুকনদেৱ অলপ আগতে সেই সভালৈ গৈ এচুকত বহি আছিল। মহাত্মা গান্ধী সভালৈ আহি আসনত বহিল। কংগ্ৰেছৰ নেতাসকলো নিজ নিজ আসনত বহিছিলহি। সভা আৰম্ভ হ'ল, তেতিয়া দেশভক্ত ফুকনদেৱ থিয় হৈ তেওঁৰ উদেশ্যৰ বিষয়ে মহাত্মা গান্ধীৰ আগত নিবেদন কৰি কৈছিল, "মহাত্মাজী! মই এখন প্ৰদেশৰপৰা আহিছো। সেই প্ৰদেশখন ভাৰতৰ পুব সীমান্তত। নাম অসম। মহাত্মাজী! মই আপোনাৰ ওচৰলৈ আহিছো অসমবাসীৰ এটি প্ৰাৰ্থনা লৈ। অসমবাসীয়ে আপোনাক দেখা নাই আৰু কংগ্ৰেছৰ বাণীও শুনা নাই। অসমবাসীৰ বৰ হেপাহ যে আপুনি অসমলৈ যাব লাগে আৰু তাত কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰিব লাগে। আপোনাৰ মুখৰ বাণী শুনিবলৈ অসমবাসীয়ে অতি আগ্ৰহেৰে অপেক্ষা কৰি আছে।" দেশভক্ত ফুকনদেৱে আৰু কৈছিল, "মহাত্মাজী! আপুনি যি উদেশ্য লৈ অন্ধ্ৰ প্ৰদেশলৈ যাবলৈ ওলাইছে, সেই কথা মই শুনিবলৈ পাইছো। মোৰ অসম প্ৰদেশত প্ৰতিঘৰ মানুহে সূতা কাটিব জানে আৰু কাপোৰ বব জানে. এই প্ৰথা আগৰেপৰা অসমত চলি আহিছে। প্ৰত্যেকঘৰ অসমীয়া মানুহৰ ঘৰত সূতা কটা যঁতৰ আছে আৰু কাপোৰ বোৱা তাঁত শাল আছে। অসমত এনে প্ৰথা আছে যে, যিজনী ছোৱালীয়ে কাপোৰ ব'ব, সূতা কাটিব আৰু ভাত ৰান্ধিব নাজানে, সেইজনী ছোৱালীৰ বিয়া হোৱা টান। মানুহে ছোৱালীৰ বিবাহৰ বন্দোবস্ত কৰিবলৈ আহিলে প্ৰথমে এই কথাকে প্ৰশ্ন কৰে, 'আপোনাৰ ছোৱালীয়ে সূতা কাটিব আৰু কাপোৰ বব জানে নে নেজানে?' জনা বুলি শুনিলে অতি আগ্ৰহ আৰু আনন্দেৰে বিয়া পাতে।"

ফুকন ডাঙৰীয়াৰপৰা এই কথা শুনি মহাত্মা গান্ধী আচৰিত হৈছিল আৰু তৎক্ষণাত ফুকনদেৱক তেওঁৰ ওচৰলৈ মাতি নি তেওঁৰ পৰিচয় লৈ কৈছিল, "মই অসমলৈ গৈ নিজে সকলো কথাৰ বুজ লম।

এতিয়া মই অন্ধ্র প্রদেশলৈ নাযাওঁ।" মহাত্মা গান্ধীয়ে মহম্মদ আলিক মাতি আনি কৈছিল, "মোৰ অসম ভ্রমণৰ বন্দোবস্ত তৰুণৰাম ফুকন ডাঙৰীয়াৰ লগত পৰামৰ্শ কৰি কৰা। মই অসমলৈ যাম।" তেতিয়াহে ফুকন ডাঙৰীয়াৰ নাম ভাৰতত কংগ্রেছ নেতাসকলৰ মাজত ৰাষ্ট্র হৈ পৰিছিল। সকলোৱে ফুকন ডাঙৰীয়াৰ লগত চিনাকি হৈছিল আৰু ফুকন ডাঙৰীয়াৰ প্রতিভাৰ পোহৰ চাৰিওফালে বিয়পি পৰিছিল। মহাত্মা গান্ধী প্রথমবাৰ অসমলৈ আহি অসম ভ্রমণ কৰিছিল। তেওঁ গুৱাহাটীত তৰুণৰাম ফুকনৰ ঘৰত আলহি হৈ আছিল। মহাত্মা গান্ধীৰ লগত মহম্মদ আলি, বেগম মহম্মদ আলি, জমুনালাল বাজাজ আৰু গান্ধীজীৰ সচিব মহাদেব দেশাই আহিছিল। মহাত্মা গান্ধীয়ে কংগ্রেছৰ বাণী, অসহযোগ আন্দোলনৰ বাণী আৰু বিদেশী বস্ত্র বর্জন আদি কথা অসমৰ বহু ঠাইত প্রচাৰ কৰিছিল। প্রতি ঠাইতে বিদেশী কাপোৰবোৰ মানুহে স্বইচ্ছাই আনি মহাত্মাৰ সমুখতে জুইত জাপি দিছিল। তেতিয়াৰপৰাহে অসমৰ মানুহে সাদৰেৰে খদ্দৰ কাপোৰ পিন্ধাত আগ ভাগ লৈছিল।

মহাত্মা গান্ধীয়ে অসম ভ্রমণ কৰি উভতি যোৱাৰ পিছত তেওঁৰ দ্বাৰাই সম্পাদিত 'ইয়ং ইণ্ডিয়া' কাকতত লিখিছিল যে, অসম এখন পৰ্বতে-ভৈয়ামে ধুনীয়া দেশ। বিশাল ব্রহ্মপুত্র অসমৰ বুকুৰ মাজেৰে বৈ গৈ প্রাকৃতিক সৌন্দৰ্যত অসমক অতি মনোৰম কৰি তুলিছে আৰু অসমৰ মানুহবিলাকো ধুনীয়া আৰু সবল। অসমত সূতাকটা আৰু কাপোৰ বোৱাৰ প্রথা দেখি মহাত্মা গান্ধী অভিভূত আৰু পৰম সুখী হৈছিল আৰু কৈছিল, "আগেয়ে অসম ইমান গুৱণী দেশ বুলি মই ভবা নাছিলো।" তেতিয়াৰপৰাই অসমৰ নাম ভাৰতৰ ভিতৰত উজ্জ্বল হৈ উঠিছিল আৰু অসমৰ নীতি-নিয়মৰ বিষয়ে ভাৰতৰ ভিতৰত প্রচাৰিত হৈছিল। তেতিয়া অসমত কংগ্রেছ অনুষ্ঠানো শক্তিশালী হৈছিল।

১৯২৬ চনত ভাৰতীয় জাতীয় কংগ্রেছৰ অধিবেশন গুৱাহাটীৰ 'পাণ্ডৱ নগৰ' ( পাণ্ডু ) অনুষ্ঠিত হৈছিল। সেই কংগ্রেছ মহাসভাৰ সভাপতি হৈছিল মাদ্রাজৰ শ্রীনিবাস আয়েঙ্গাৰ, অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল তৰুণৰাম ফুকন ডাঙৰীয়া। ফুকন, বৰদলৈ প্রভৃতি কংগ্রেছ নেতা আগৰণুৱা হৈ অসমৰ এমূৰৰপৰা আনমূৰলৈ কংগ্রেছ,

মহাসভাৰ কাৰণে ধন সংগ্ৰহ কৰি ফুৰিছিল। গোৰহাটৰ ৰোহিনীকান্ত হাতী-বৰুৱাদেৱ ফুকনদেৱৰ বৰ মৰমৰ সহকৰ্মী আছিল। সেই সময়ত মই ফুকনদেৱৰ লগত নেৰানেপেৰাকৈ অসমৰ ভিতৰত ঘূৰি ফুৰিছিলো আৰু দেশভক্তক সকলো ক্ষেত্ৰতে সামান্যভাবে হলেও সহায় কৰিবলৈ সুবিধা পাইছিলো। পাণ্ডু-নগৰত ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভা বহাৰ কাৰণে অসমত কংগ্ৰেছ আন্দোলন শক্তিশালী হৈ উঠিছিল। ১৯২৬ চনত কংগ্ৰেছ অধিবেশনত ফুকন ডাঙৰীয়া অসমৰপৰা প্ৰথম কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সভ্য নিৰ্বাচিত হৈছিল। পাণ্ডু নগৰৰ ভাৰত জাতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশন অতি সমাৰোহেৰে পাৰ হৈছিল আৰু মহাত্মা গান্ধী প্ৰমুখ্যে ভাৰতৰ বিশিষ্ট নেতাসকলো এই কংগ্ৰেছ অধিবেশনত উপস্থিত আছিল। কিন্তু অতি দুখৰ কথা, যে কংগ্ৰেছ জাতীয় মহাসভা অসমত পতাত দেশভক্ত ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ বহু টকাৰ ধাৰ লাগিছিল। সেই কংগ্ৰেছ অধিবেশন পতা ধাৰত দেশভক্ত ফুকনদেৱৰ আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ মাটি-সম্পত্তি নীলাম হৈছিল ফুকন ডাঙৰীয়াৰ কেবাটাও বন্দুকো ধাৰত বিক্ৰী হৈছিল। এই দুইজন মহান নেতাৰ সম্পতি কংগ্ৰেছৰ ধাৰত নীলাম হৈ যোৱাত বহুতো মানুহে আক্ষেপ কৰিছিল। কিন্তু ফুকনদেৱ আৰু বৰদলৈদেৱে তেওঁলোকৰ সম্পত্তি নীলাম হৈ যোৱাত অলপো দুখ কৰা নাছিল। তেওঁলোকে হিমালয় পৰ্বতৰ নিচিনা অচল-অটল হৈ আছিল। মহাত্মা গান্ধীয়ে তেওঁৰ 'ইয়ং ইণ্ডিয়া' কাকতত গুৱাহাটী কংগ্ৰেছৰ প্ৰসংশা কৰিছিল। পাণ্ডু নগৰ কংগ্ৰেছত ইংলণ্ডৰ পাৰ্লিয়ামেণ্টৰ বনুৱা দলৰ সদস্য Mr. Mrs Pathic Lawrance-এ যোগদান কৰিছিল আৰু ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ বিষয়ে তেওঁলোকে অধ্যয়ন কৰিছিল। ফুকনদেৱৰ লগতো তেওঁলোকৰ বন্ধুত্ব হৈছিল।

১৯২৯ চনত লাহোৰ নগৰত ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ অধিবেশন হৈছিল আৰু সেই কংগ্ৰেছত দেশভক্ত ফুকন ডাঙৰীয়া উপস্থিত আছিল। ময়ো তেখেতৰ লগত আছিলো। সেই কংগ্ৰেছ মহাসভাত সভাপতি আছিল পণ্ডিত জৱাহৰলাল নেহৰু। সেই কংগ্ৰেছ অধিবেশনতে ভাৰতে পূৰ্ণ-স্বাধীনতা দাবীৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল।

দেশভক্ত ফুকন ডাঙৰীয়া বৰ বাগ্মী পুৰুষ আছিল। তেখেতৰ সোৱাদ লগা

বক্তৃতাই মানুহক উত্তেজিত কৰি তুলিছিল আৰু তেখেতৰ বক্তৃতা হাজাৰ হাজাৰ মানুহে লগ লাগি নীৰৱে শুনিছিল। তেখেতৰ মনোমুগ্ধকাৰী বক্তৃতাৰ কথা এতিয়াও মোৰ অন্তৰত জাগি আছে, কাৰণ মই সদায় তেখেতৰ লগে লগে আছিলো আৰু সেই সোৱাদ লগা কথাবিলাক শুনিবলৈ পাইছিলো। এইটো মোৰ সৌভাগ্যৰ ফল আছিল। অসমৰ কংগ্ৰেছ কৰ্মীবিলাকৰ লগত সদায় তেখেতৰ ভাই-ককাইৰ সম্বন্ধ আছিল আৰু তেওঁলোকক সদায় শ্ৰদ্ধা কৰিছিল।

দেশভক্ত ফুকন ডাঙৰীয়াৰ লগত থকাত মোৰভাগৰ দায়িত্ব আছিল যে অসমলৈ অহা ভাৰতৰ বিশিষ্ট নেতাসকলক তেওঁৰ বাসভৱনত থকা-মেলাৰ সকলো তত্ত্বাৱধান লোৱা। আন যিসকল মানুহ তেওঁৰ ঘৰত আলহী হৈ আছিল সেইসকলৰো খোৱা-বোৱাৰ বন্দোৱস্ত আৰু তত্ত্বাৱধান মই লব লাগিছিল। কাৰণ ফুকনদেৱে সকলো কাম-কাজৰ দায়িত্ব মোৰ ওপৰত এৰি দিছিল। তেওঁৰ আদেশ মতে মই সকলো কামৰ তত্ত্বাৱধান লৈছিলো। সেই সুযোগতে ভাৰতৰ নেতাসকলৰ লগত মোৰ ব্যক্তিগত চিনাকি হ'বৰ সৌভাগ্য হৈছিল।

১৯২৬ চনত গোৱালপাৰা জিলাৰ ধুবুৰী চহৰত অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন বহিছিল। সেই সভাত স্বৰ্গীয় বেনুধৰ ৰাজখোৱা ডাঙৰীয়া সভাপতি আছিল। সেই সভাত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, দেশভক্ত ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ প্ৰভৃতি অসমৰ বহুতো গণ্যমান্য লোকে যোগদান কৰিছিল। সেই সভাত এটি সামান্য কথা লৈ গোৱালপাৰা জিলাত থকা বঙ্গবাসীসকলৰ মনত তিক্ততাৰ সৃষ্টি হৈছিল। কিন্তু দেশভক্ত ফুকন ডাঙৰীয়াৰ প্ৰাণস্পৰ্শী বক্তৃতাই সকলোৰে অন্তৰ জয় কৰিছিল আৰু সকলোৰে মাজত হৰ্ষধ্বনি উঠিছিল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া ফুকনদেৱৰ বক্তৃতাত মোহিত হৈছিল আৰু তেওঁ কৈছিল, "তুমি বক্তৃতাত অসমীয়া ভাষাক ইমান ওপৰলৈ তুলিব পাৰা বুলি মই কোনো দিনে ভবা আৰু জনা নাছিলো।"

১৯২৭ চনত গোৱালপাৰা চহৰত অসম সাহিত্য সভাৰ অধিবেশন হৈছিল আৰু সেই সভাৰ সভাপতি হৈছিল দেশভক্ত তৰুণৰাম ফুকনদেৱ। সেই সময়ত গোৱালপাৰা জিলাৰ জমিদাৰসকলে গোৱালপাৰা জিলাখন অসমৰ-

পৰা টানি-আজুৰি নি বঙ্গদেশৰ লগত লগ লগাবৰ অহোপুৰুষার্থ কৰিছিল। দেশভক্ত ফুকন ডাঙৰীয়াই গোৱালপাৰা জিলাৰ জমিদাৰসকলক আবেদন কৰি কৈছিল, “আপোনালোকে অসমত থাকিলে এডাল সৰু গছত ডাঙৰ চৰাই হৈ থাকিব পাৰিব আৰু বঙ্গদেশলৈ গলে আপোলোকে এডাল ডাঙৰ গছত সৰু চৰাই হৈ থাকিব লাগিব। কোনেও আপোনালোকক দেখা নাপাব আৰু নাচাব। আপোনালোকে ভালকৈ জানে যে আগতে কোচ-বিহাৰলৈ অসম ৰাজ্য আছিল এইকথা আপোনালোকে পাহৰা উচিত নহয়।” ফুকনদেৱে সভাপতিৰ ভাষণত কৈছিল যে আগতে অসম ৰাজ্যখন কোচবিহাৰৰ কৰতোৱা নদীলৈকে আছিল আৰু এতিয়া কৰতোৱা নদীলৈকে অসম ৰাজ্য বঢ়াবৰ কাৰণে আন্দোলন কৰিব লাগে। অসম অসম হৈয়ে থাকিব।

১৯২৭ চনত ইংৰাজ চৰকাৰে বিলাতৰপৰা ছাইমন কমিছন ভাৰতলৈ পঠিয়াইছিল আৰু সেই কমিছনত ভাৰতবাসীৰপৰা এজনো সভ্য নোলোৱাত তাৰ বিৰুদ্ধে ভাৰতৰ ভিতৰত ছাইমন কমিছন বর্জন কৰা আন্দোলন চলিছিল। দিল্লীত ব্যবস্থাপক সভাত সেই ছাইমন কমিছন বর্জন প্রস্তাব পাঞ্জাবকেশৰী লালা লাজপত ৰায়ে দাঙি ধৰিছিল আৰু সেই প্রস্তাব সমর্থন কৰিছিল মহম্মদ আলি জিন্না আৰু এম-আৰ জয়কাৰে। সেই সময়ত দেশভক্ত ফুকন ডাঙৰীয়া স্বৰাজ্য দলৰ ‘হুইপ’ আছিল। হুইপৰ সদায় কর্তব্য আছিল, আন্দোলনৰ-পৰা সভ্য বলাই আনি নিজৰ দলৰ সংখ্যাগৰিষ্ঠ কৰা। ব্যৱস্থাপক সভাত স্বৰাজ্য দলৰ সভ্যৰ সংখ্যা কম আছিল। ছাইমন কমিছন বর্জন কৰা প্রস্তাব লৈ ইংৰাজ চৰকাৰৰ ব্যৱস্থাপক সভাত আচৰিত ধৰণৰ তুমুল বাক্-বিতণ্ডাৰ খণ্ডযুদ্ধ হৈছিল। আগদিনা গোটেই ৰাতিটো ফুকন ডাঙৰীয়াই সভাৰ সদস্যসকলৰ ঘৰে ঘৰে গৈ ‘কেনভাছ’ কৰি ফুৰিছিল। বিশেষকৈ স্বৰাজ্য দলৰ নেতা পণ্ডিত মতিলাল নেহেৰু, মহম্মদ আলি জিন্না আৰু লালা লাজপত ৰায়ৰ লগত তেওঁ আলোচনা কৰিছিল। এইটো চক্রবেহুৰ আলোচনা হৈছিল যাতে পিছদিনা সভাত ছাইমন কমিছন বর্জনৰ প্রস্তাৱটো সংখ্যাগৰিষ্ঠতা লাভ কৰি গৃহীত কৰাব পৰা যায়। সেইদিনা ফুকনদেৱে স্বৰাজ্য দলৰ হকে গুৰু দায়িত্ব বহন কৰিবলগীয়া হৈছিল। অতি কষ্ট কৰি ফুকনদেৱে তেওঁ দলৰ সংখ্যাগৰিষ্ঠতা লাভ কৰাব পাৰিছিল। পাঞ্জাবকেশৰী লালা লাজ-পত ৰায়ৰ ছাইমন কমিছন বর্জন প্রস্তাৱ ব্যৱস্থাপক সভাত গৃহীত হৈছিল।

দেশভক্ত ফুকনদেৱ হুইপ হিচাপে যত্ন কৰি সংখ্যা গৰিষ্ঠতা লাভ কৰিব পৰা কাৰণে ভাৰতৰ ডাঙৰ ডাঙৰ নেতাসকলে ব্যৱস্থাপক সভাৰ মজিয়াতে কৰমৰ্দন কৰি তেখেতক সন্মান দেখুৱাইছিল আৰু তেখেতৰ তীক্ষ্ণ বুদ্ধিক প্ৰশংসা কৰিছিল। ব্যৱস্থাপক সভাত ইংৰাজ সদস্যসকলে হতাশ হৈ তলমূৰ কৰি বহি থাকিবলগীয়া হৈছিল। পিছদিনা ষ্টেটচ্‌মেন বাতৰি কাকতে প্ৰকাশ কৰিছিল যে ফুকন ডাঙৰীয়াৰ প্ৰচেষ্টাৰ কাৰণে স্বৰাজ্য দলে জয়লাভ কৰিছিল। স্বৰাজ্য দলৰ নেতা পণ্ডিত মতিলাল নেহেৰু দেশভক্তৰ পৰম অন্তৰঙ্গ বন্ধু আছিল।

ফুকনদেৱ দিল্লীৰ ব্যৱস্থাপক সভাত সদস্য হৈ থকা আৰু নথকাৰ সময়ত তলত লিখা ভাৰতৰ বিশিষ্ট নেতাসকলৰ লগত তেওঁৰ বিশেষ ঘনিষ্ঠতা আৰু বন্ধুত্ব হোৱা মই নিজ চকুৰে দেখিবলৈ পাইছিলোঁ। সেইসকল আছিল— মহাত্মা গান্ধী, পণ্ডিত মতিলাল নেহৰু, লালা লাজপত ৰায়, মহম্মদ আলি জিন্না, ডাঃ জয়াকাৰ, মহম্মদ আলি, চৌকত আলি, ডাঃ আন্‌ছাৰী, হাকিম আজমল খান, পণ্ডিত মদনমোহন মালব্য, পণ্ডিত জৱাহৰলাল নেহৰু, সৰোজিনী নাইডু, আছফ্‌ আলি, ডাঃ ৰাজেন্দ্ৰ প্ৰসাদ, বল্লভভাই পেটেল, ভিঠালভাই পেটেল, আম্বালাল সৰাভাই, মণিলাল কুঠাৰী, ৰাজা গোপালাচাৰী, সত্যমূৰ্ত্তি, শ্ৰীনিভাস আয়াঙ্গাৰ, চি. এফ. এনড্ৰোজ, সুভাষচন্দ্ৰ বসু, আবুল-কালাম্‌ আজাদ্‌, যতীন্দ্ৰমোহন সেনগুপ্ত, ডাঃ বিধানচন্দ্ৰ ৰায়, তুলসী চৰণ গোস্বামী, ঘনশ্যাম দাস, বিৰলা, দেৱান চামনলাল, ডাঃ কিটস্‌লু, ডাঃ মুঞ্জে, শ্ৰীঅভয়ঙ্কৰ, শ্ৰীআনে, শ্ৰীকেল্‌কাৰ, শেঠ গোবিন্দ দাস, শ্ৰীৰামদাস পাণ্টলু প্ৰভৃতি। এই নেতাসকলৰ লগত ফুকনদেৱৰ চিঠিৰ আদান-প্ৰদান কৰাত মই অহা-যোৱা কৰি সেইসকলৰ লগত চিনাকি হোৱাৰ সুবিধা পাইছিলোঁ।

ভাৰত চৰকাৰে উৰিষ্যাক বিহাৰ প্ৰদেশৰপৰা এখন সুকীয়া নতুন প্ৰদেশ কৰাত সীমা নিৰ্দ্ধাৰণ আয়োগত দেশভক্ত ফুকনদেৱক অন্যতম সদস্য নিযুক্ত কৰিছিল। সেই সময়ত মই দেশভক্তৰ লগে লগে ফুৰিছিলোঁ। এই আয়োগে সীমা নিৰ্দ্ধাৰণ কৰাৰ কাৰণে উৰিষ্যাৰ বাহিৰে-ভিতৰে ঘূৰি ফুৰিছিল। বঙ্গদেশৰ মেদিনীপুৰ, বিহাৰৰ পাটনা, জামছেদপুৰ, চাইবাসা, সম্বলপুৰ, মাদ্ৰাজৰ ৱালটিয়াৰ, ভিজাগাপট্টম, ভিজিয়ানা গ্ৰাম, কোপাকা,

কোকানাদ আৰু পাৰ্লাকিমেদি আদি ঠাইবোৰৰ সীমা নিৰ্দ্ধাৰণৰ সাক্ষ্য লৈ ফুৰিছিল। উৰিষ্যাৰ ভিতৰত পুৰী, ভুৱনেশ্বৰ, কটক আৰু সৰু সৰু ৰজাৰ ৰাজ্য তালসৰ, ধেনকানেল, চিকিটি, কালাহান্দী আৰু চেৰাই কালাই আদিত ফুৰিছিল। উৰিষ্যাবাসীয়ে ভালকৈ জানিছিল যে ফুকন ডাঙৰীয়াৰ যত্ন আৰু চেষ্টাৰ ফলত উৰিষ্যা বিহাৰ প্ৰদেশৰপৰা আঁতৰি এখন সুকীয়া প্ৰদেশ হব। এতিয়াও উৰিষ্যাৰ ভালেমান মানুহে ফুকনদেৱৰ নাম স্মৰণ কৰি থাকে। উৰিষ্যাত থকা কালত তেওঁৰ ঘৈণীয়েক বিদ্যুৎপ্ৰভা ( বিজুলী ) দেৱীও লগত আছিল। তেওঁ কটকত কণিকাৰ ৰজাৰ ঘৰত আছিল। উৰিষ্যাত থকা কালত উৰিষ্যাৰ মানুহক তেওঁ আপোন কৰি তুলিছিল আৰু নিজৰ ভাই-ককাইৰ সমন্ধ গঢ়ি তুলিছিল।

দেশভক্ত ফুকন ডাঙৰীয়া কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সদস্য হৈ থকা কালছোৱাত মই প্ৰায় সেই সভা চাবলৈ পাইছিলো। এদিন যেতিয়া সেই সভাত বাজেট বিষয়ত কানিৰ ( আফিং ) আয়ৰ বিষয় লৈ আলোচনা হৈছিল, সেই আলোচনাত পণ্ডিত মদনমোহন মালব্যজী আৰু দেশভক্ত ফুকনদেৱে অংশ গ্ৰহণ কৰিছিল। ফুকনদেৱে বক্তৃতাত কৈছিল, "অসম চৰকাৰ অতি নিষ্ঠুৰ দয়াহীন চৰকাৰ যি আফিং বিহ খুৱাই মানুহক তিলতিলকৈ মাৰিছে আৰু অকামিলা কৰি শক্তিহীন কৰি তুলিছে। ইংৰাজসকলে নিজেকে উন্নত আৰু শিক্ষিত জাতি বুলি পৃথিৱীত পৰিচয় দিয়ে। এয়েনে সেই জাতিৰ শিক্ষাৰ গুণ যি মানুহক বিহ খুৱাই তিলতিল্কৈ মাৰিব পাৰে?" তেতিয়া অসম চৰকাৰৰ মনোনীত সদস্য কছ্‌গ্ৰেভ নামে এজন চাহাব সেই সভাত উপস্থিত আছিল। তেওঁ উঠি বক্তৃতা দি কৈছিল, "আসামৰ মানুহে আফিং খাবলৈ ভাল পায় আৰু আফিং বিচাৰে। আফিং এবিধ ভাল বস্তু।" তেতিয়া ফুকনদেৱে সদনত চুভা-চাই-সোপা দি কছ্‌গ্ৰেভ্‌ চাহাবক কৈছিল, "যদি আফিং ভাল বস্তু হয়, তেন্তে তেওঁ আৰু ইংৰাজ চৰকাৰে আফিং বিলাতলৈ নিব লাগে আৰু বিলাতৰ মানুহবিলাকৰ ভিতৰত প্ৰচাৰ কৰিব লাগে যে আফিং ভাল বস্তু, তেওঁলোকে আফিং খোৱা উচিত। মদ আৰু ছাদাৰ সলনি তেওঁলোকে আফিংহে খাব লাগে। আফিং খালে বল আৰু শক্তি বাঢ়িব।" ফুকনৰ এই বক্তৃতাই সদনৰ সদস্যসকলৰ মাজত হৰ্ষধ্বনি তুলিছিল। পণ্ডিত

মদনমোহন মালব্য আৰু স্বৰাজ্য দলৰ নেতা পণ্ডিত মতিলাল নেহেৰুৱে উঠি আহি ফুকনদেৱৰ লগত কৰমৰ্দন কৰিছিল।

দেশভক্ত ফুকনদেৱে বিলাতত বেৰিষ্টাৰি পাছ কৰি আহি প্ৰথমে কলিকতা হাইকোৰ্টত কেইবছৰমান ওকালতি কৰিছিল। তাৰ পিছত তেওঁ অসমলৈ আহি গুৱাহাটীত নিজা ঘৰত থাকি ওকালতি কৰিছিল। গোৱালপাৰা জিলাৰ লক্ষ্মীপুৰত থকা মেছপাৰাৰ জমিদাৰ ভোলানাথ চৌধুৰীদেৱৰ লগত ফুকন ডাঙৰীয়াৰ ককাই-ভাইৰ সম্বন্ধ আৰু বন্ধুত্ব আছিল। ভোলানাথ চৌধুৰীদেৱে দেশভক্ত ফুকনদেৱক বিলাতত বেৰিষ্টাৰি পঢ়াত সাহায্য কৰিছিল আৰু তেওঁৰ সহায়ত ফুকনদেৱে তিনিবাৰ অসমৰপৰা বিলাতলৈ অহা-যোৱা কৰিছিল। তেওঁৰ লগত মই থকা সময়ছোৱাত ঘনাই ঘনাই ফুকনদেৱৰ লগত ভোলানাথ চৌধুৰীদেৱৰ ঘৰলৈ গৈছিলো আৰু তাত আছিলো।

ফুকনদেৱে সদায় ভোলানাথ চৌধুৰীৰ লগত এটা পৰিয়ালৰ মানুহৰ নিচিনাকৈ আছিল আৰু ডাঙৰ ককাইৰ দৰে চৌধুৰীক সন্মান কৰিছিল। লক্ষ্মীপুৰত থকা সময়ত তেওঁ বেছিভাগ সময় চিকাৰ কৰিছিল। দেশভক্ত ফুকনদেৱ বৰ চিকাৰ-প্ৰিয় আছিল। তেওঁ বনৰীয়া জন্তু আৰু চৰাই চিকাৰ কৰিছিল আৰু লগতে মাছ চিকাৰো কৰিছিল। মাছ চিকাৰ কৰিবৰ বাবে তেওঁ বিলাতৰপৰা বৰশী চিপ, হুইল (চকা) আদি বিবিধ সা-সঁজুলি অনাই লৈছিল। সেই সা-সঁজুলিবোৰ মই চাব লাগিছিল আৰু সময় মতে ঠিক-ঠাক কৰি দিব লাগিছিল। ডাঙৰ মাছবোৰৰ লগত ফুকনে খেলি খেলি ভাগৰ লগাই পানীৰ তলৰপৰা ওপৰলৈ তুলিছিল। দিল্লীত থকা কালত তেওঁ যমুনা নৈৰ ওখলাত এই বৰশীৰে বহুতো মাছ ধৰিছিল। দিল্লীৰ ওচৰত ঘাজিয়াবাদ আৰু আন ঠাইত তেওঁ বন্দুকেৰে চিকাৰ কৰিছিল। সেই ঠাইবোৰত বহুতো শহাপহু আৰু হৰিণা মাৰিছিল। তৰুণৰাম ফুকন দিল্লীত এজন ভাল চিকাৰী ৰূপে পৰিগণিত হৈছিল। তেওঁ চিকাৰৰ কাহিনী এটা মোক কৈছিল। তেওঁৰ ককায়েক নবীনৰাম ফুকন যেতিয়া নগাওঁ জিলাত চৰকাৰী চাকৰি কৰিছিল। সেই সময়ত তৰুণৰাম ফুকনদেৱ নগাৱঁলৈ গৈছিল। এদিন হেনো দোকোলটকা বানপানী উঠা সময়ত ককায়েকৰ অনুমতি নোলোৱাকৈ তেওঁ হাতী লৈ চিকাৰ কৰিবলৈ গৈছিল

হঠাৎ তেওঁ পানীৰ মাজত খেলি থকা দুটা বাঘৰ পোৱালি দেখা পাই বন্দুকেৰে গুলীয়াই মাৰিছিল। হাতীটো তেতিয়া অঠাই পানীৰ মাজত পৰিছিল। সেই সময়ত মাক বাঘিনীজনীয়ে পোৱালি মৰা দেখি উন্মাদিনী হৈ সাতুৰি সাতুৰি হাতীটোৰ ফালে খেদি আহিছিল। হাতীৰ মাউতজনে বাঘিনীজনীয়ে খেদি অহা দৃশ্যটো দেখিবলৈ পাই চিঞৰি ফুকনদেৱক কৈছিল, "দেউতা! হাতীতো বানপানীৰ মাজত পৰিছে; উঠিব নোৱাৰে। সৌৱা বাঘিনীজনীয়ে আমাক খাবলৈ খেদি আহিছে। তৎক্ষণাৎ আপুনি গুলী কৰি বাঘিনীজনীক মাৰক। তাইক নামাৰিলে আমাৰ ৰক্ষা পাবৰ উপায় নাই।" ফুকন কিন্তু অচল-অটল হৈ হাতত বন্দুক লৈ সাৱধানে বহি আছিল। বন্দুকৰ নলীৰ ভিতৰত এটা মাথোন বাঘ মৰা গুলী আছিল। সেই কাৰণে তেওঁ বাঘিনীজনী ওচৰলৈ আহিবলৈ অপেক্ষা কৰি আছিল। কিন্তু হাতীৰ মাউতজনৰ ভয়ত প্ৰাণবায়ু উৰি গৈছিল, তেওঁ কৈছিল, "দেউতা! ৰক্ষা কৰক ৰক্ষা কৰক।" ফুকন ডাঙৰীয়াই সেই সময়ত কৈছিল, "এই গুলীটোৱে মোৰ একমাত্ৰ জীৱনৰ সম্বল আৰু এই গুলীটোৰ দ্বাৰাই মই বাঘিনীজনীক বধ কৰিব লাগিব।" ইতিমধ্যে বাঘিনীজনীয়ে মুখ মেলি আক্ৰমন কৰিবলৈ ওচৰ চাপি অহাত মুখৰ ভিতৰলৈ গুলীটো মাৰি বাঘিনীজনীক বধ কৰিছিল। সেই বাঘিনীজনী আৰু তাইৰ পোৱালি দুটাৰ ছাল, মুৰ আনি ফুকনে ঘৰত সজাই ৰাখিছিল। তেওঁৰ অসীম ধৈৰ্য আৰু চিন্তাৰ ফলত সেইদিনা তেওঁ আৰু মাউত বাঘিনীৰ মুখৰপৰা ৰক্ষা পৰিছিল।

দেশভক্ত ফুকনে মণিপুৰৰ বিখ্যাত লোকটাক হ্ৰদলৈকো হাঁহ চিকাৰ কৰিবলৈ গৈছিল। ময়ো তেওঁৰ লগে লগে আছিলো। তেওঁ লোকটাক হ্ৰদত বহুতো হাঁহ মাৰিছিল। আমি ইম্ফলত বলিৰাম দাস দাৰোগাৰ ঘৰত আলহী হৈ আছিলো।

তৰুণৰাম ফুকনে এসময়ত বৰকৈ ঘৰিয়াল চিকাৰ কৰি ফুৰিছিল। ঘৰিয়াল মৰাও মই তেওঁৰ বৰ চথ দেখিবলৈ পাইছিলো। তেওঁৰ বাকছবোৰ ঘৰিয়াল ছালেৰে তৈয়াৰ কৰাইছিল। আনকি তেওঁৰ দাড়ি খুৰোৱা বাকছটোও ঘৰিয়াল ছালৰ আছিল। তেওঁ ঘৰিয়াল ছালৰ জোতাও পিন্ধিছিল।

তৰুণৰাম ফুকনে উত্তৰ প্ৰদেশৰ মিৰ্জাপুৰৰপৰা কিছুমান মাছমৰীয়া মানুহ অসমত মাছ আৰু ঘৰিয়াল ধৰিবলৈ আনিছিল। সেই মানুহবিলাকে বৰশীৰে মাছ, ঘৰিয়াল, কাছ, ডুৰা আদি ব্ৰহ্মপুত্ৰত ধৰি ফুৰিছিল আৰু ঘৰিয়ালৰ ছালবোৰ বিক্ৰী কৰিছিল। সেই ছালবোৰ কাণপুৰৰ বিখ্যাত ছামৰাৰ কাৰখানা এটালৈ পঠাইছিল। দেশভক্ত ফুকনৰ চিকাৰৰ লগৰীয়া আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈ।

ফুকনে গুৱাহাটীৰ আজাৰা গাওঁৰ ওচৰত চকৰদ নামে এখন মিকিৰ গাঁৱলৈ ঘনাই ঘনাই চিকাৰ কৰিবলৈ গৈছিল আৰু তাত থাকি চিকাৰ কৰি ভাল পাইছিল। তেওঁৰ লগে লগে ময়ো আছিলো। তেওঁ কাকো মাইকী পহু মাৰিবলৈ নিদিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ এদিন চকৰদৰ ওচৰৰ হাবিত চিকাৰ কৰোতে তেওঁ আন্দাজ কৰি গুলী কৰাৰ ফলত এজনী মাইকী পহু মৰিল। সেই কাৰণে তেওঁ মনত বৰ দুখ পাই কৈছিল, "মই নেদেখাকৈ আন্দাজত গুলী মৰাৰ ফলত এই মাইকী পহুজনী মৰিল, এইটো মই জীৱনত বৰ পাপ কাম কৰিলো।"

হাজোৰ নমশূদ্ৰবিলাক হয়গ্ৰীৱ মাধৱৰ মন্দিৰত সোমোৱা এটা নিষেধ প্ৰথা আছিল। ফুকনে তেওঁলোকৰ হকে আগবঢ়ুৱা হৈ যাতে মাধৱৰ মন্দিৰত সোমাই দৰ্শন কৰিব পাৰে তাৰ চেষ্টা কৰিছিল। ভূটানৰ ভূটিয়া-বিলাকে আহি মাধবৰ মন্দিৰত দৰ্শন কৰিব পাৰিছিল, কিন্তু হাজোৰ নমশূদ্ৰ বিলাক অনুন্নত জাতি বুলি মাধৱক দৰ্শন পোৱাৰপৰা বঞ্চিত হৈছিল। দেশভক্ত ফুকনদেৱ কেবাবাৰো হাজোলৈ গৈছিল আৰু তাৰ মুখিয়াল মানুহ-বিলাকক লগ ধৰি নমশূদ্ৰবিলাকক যাতে মন্দিৰত সোমাই মাধবৰ দৰ্শন লাভ কৰিবলৈ দিয়ে তাৰ আলোচনা কৰিছিল। তেখেতৰ লগে লগে এই ক্ষেত্ৰলৈ মই হাজোলৈ গৈছিলো। ফুকনদেৱে এই উপলক্ষে গুৱাহাটীৰ চৰকাৰী উকীল ৰায়বাহাদুৰ কালীচৰণ সেনদেৱক হাজোলৈ নি মিটিং কৰিছিল আৰু কৈছিল যে নমশূদ্ৰবিলাকক মন্দিৰত সোমাব আৰু দৰ্শন কৰিব দিব লাগে। ভগবানৰ ওচৰত সকলো সমান। কিন্তু তাৰ বাইজে মিটিঙত কৈছিল যে তেওঁলোকে কোনোমতে নমশূদ্ৰবিলাকক মন্দিৰত সোমাব নিদিয়ে; যিহেতু তেওঁলোক অনুন্নত জাতি আৰু মন্দিৰত সোমালে মন্দিৰ অপবিত্ৰ হব। দেশভক্ত ফুকনদেৱে মিটিঙত উঠি কৈছিল, "আপোনা

লোকে ভুটীয়াবিলাকক মন্দিৰত সোমাই দৰ্শন হবলৈ দিয়ে, কিন্তু নিজৰ ভাই-ককাই নমশূদ্ৰবিলাকক দৰ্শন হবলৈ নিদিয়ে আৰু মন্দিৰ অপবিত্ৰ হয় বুলি ঘোষণা কৰিছে। ভগৱান আৰু মন্দিৰ সকলোৰে, কাৰো নিজৰ বস্তু নহয়।" দেশভক্ত ফুকনদেৱে মিটিঙত আৰু কৈছিল যে "ভাৰতত জাতি-ভেদ লৈ ধুমুহা-বতাহ বলিব আৰু তাক কোনেও ৰোধ কৰিব নোৱাৰিব। তেতিয়া সকলোৱে মন্দিৰত সোমাই বিগ্ৰহৰ দৰ্শন লাভ কৰিব পাৰিব।" পিছত নমশূদ্ৰবিলাকে আদালতত মোকৰ্দমা কৰিছিল যাতে আইনৰ সহায়ৰ দ্বাৰা মন্দিৰত সোমাই বিগ্ৰহৰ দৰ্শন লাভ কৰিব পাৰে। দেশভক্ত ফুকনদেৱে নমশূদ্ৰবিলাকৰ পক্ষ লৈ আদালতত ওকালতি কৰিছিল। বিচাৰত নমশূদ্ৰবিলাকে শেষত জয়লাভ কৰিছিল আৰু আদালতৰ হুকুম মতে মন্দিৰত সোমাই বিগ্ৰহ দৰ্শন কৰিবলৈ হুকুম পাইছিল। এই কথা গান্ধীজীৰ হৰিজন আন্দোলনৰ আগতে হৈছিল। ফুকনদেৱে আৰু কৈছিল "ধৰ্মস্য সূক্ষ্ম গতি, যথা ধৰ্ম তথা জয়।"

ডাঙৰ ডাঙৰ মোকৰ্দমাবোৰত তেওঁ ওকালতি কৰি সুনাম অৰ্জন কৰিছিল। অসমত মানুহৰ ধাৰণা আছিল যে ফুকন ডাঙৰীয়াই মোকৰ্দমা ললে সেই মোকৰ্দমাৰ জয় হয়। তেওঁ নিম্নখাপৰ আদালতত মোকৰ্দমা নলৈছিল। তেওঁ সদায় আচামী পক্ষৰ হৈহে ওকালতি কৰি সন্তোষ পাইছিল। হত্যাকাণ্ডৰ মোকৰ্দমাবোৰত হত্যাকাৰীৰ পক্ষ লৈ প্ৰায়েই তেওঁ ছেছন্ আদালতত ওকালতি কৰিছিল। তেখেতে তীক্ষ্ণ বুদ্ধিৰ তৰ্ক আৰু বুজনিৰে জৰ্জচাহাব আৰু জুৰিবিলাকক প্ৰত্যয় নিয়াই আচামীক খালাচ দিয়াইছিল। তেওঁৰ লগে লগে মই আছিলো। তেওঁ মোৰ্কদমাত আদালতলৈ গলে ময়ো যাবলগা হৈছিল, কাৰণ আদালতত উঠাৰ আগতে তেওঁক গাউন আৰু বীব পিন্ধাই দিব লাগিছিল আৰু আদালত শেষ হোৱাৰ আগতে গৈ মই আদালতত হাজিৰ থাকিবলগা হৈছিল তেওঁৰ গাৰপৰা গাউন আৰু বীব্ সোলোকাই দিবৰ বাবে। সেই সময়ছোৱাত মই তেওঁৰ ওকালতি চাবলৈ সুবিধা পাইছিলো। আদালতলৈ যোৱাৰ আগতে তেওঁৰ পিন্ধা পোছাকবোৰ মই পৰীক্ষা কৰি চাইছিলো আৰু তেওঁ কি পোছাক পিন্ধিব আৰু পিন্ধিলে ভাল পাব, সেই কথা মই আগতে অনুমান কৰিছিলো। সেইমতে তেওঁ পোছাক পিন্ধিছিল।

ফুকনদেৱে চেৰোৱানী চুৰিদাৰ পোছাক বৰ ভাল পাইছিল। মেল-মিটিঙলৈ আৰু ফুৰিবলৈ গলে খদ্দৰ চুৰিয়া আৰু পাঞ্জাবী চোলা পিন্ধিছিল। চিমলা আৰু আন কিছুমান ঠাইত ৰাতিপুৱা ঘোৰাত উঠি ফুৰিবলৈ গৈছিল আৰু যোধপুৰ ব্ৰিজেচ্ পিন্ধিছিল। ঘোৰাত উঠি ফুৰিবলৈ যোৱা তেওঁৰ বৰ চখ আছিল। তেওঁ সদায় ৰাতিপুৱা ছয় বজাতে উঠি প্ৰাতঃভ্ৰমণ কৰিবলৈ গৈছিল। তেওঁৰ সকলো বস্ত্ৰ-বাহানি মই নিয়মিতভাবে পৰিপাটীকৈ ৰাখিব লাগিছিল আৰু সদায়ে সেইমতে পিন্ধিবলৈ দিব লাগিছিল। এনেকুৱা দেশপ্ৰেমিক মহান ব্যক্তিৰ লগত থাকি তেওঁৰ সেৱা আৰু শুশ্ৰূষা কৰাটো মোৰ জীৱনৰ প্ৰধান কৰ্তব্য আৰু সৌভাগ্য বুলি মই অন্তৰৰ-পৰা লৈছিলো।

দেশভক্ত ফুকনদেৱ বৰ চিকাৰপ্ৰিয় আছিল। তেওঁ হাবিত চিকাৰ কৰিবলৈ বৰ ভাল পাইছিল। চিকাৰত তেওঁ বৰ চৌখিন আছিল আৰু হৰেক ৰকমৰ বন্দুক, ভিন্ ভিন্ চিকাৰৰ কাৰণে লগত ৰাখিছিল। সেই বন্দুকবোৰ কেনেকৈ চাফ্-চিকুণ কৰি ৰাখিব লাগে তেওঁ মোক শিকাইছিল।

দেশভক্ত ফুকনদেৱ আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱ ভাই-ককাইৰ দৰে অন্তৰঙ্গ বন্ধু আছিল আৰু সকলো ক্ষেত্ৰতে প্ৰয়োজনে আলোচনা কৰি কাম কৰিছিল। ফুকনদেৱে কৰ্মবীৰ বৰদলৈদেৱক সদায় বৰ ককাইৰ দৰে সন্মান কৰিছিল আৰু তেওঁৰ উপদেশ মানিছিল। লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱ সদায় ফুকনদেৱৰ সোঁহাত স্বৰূপ আছিল। দেশভক্ত ফুকনদেৱ যেতিয়া ১৯২৩ চনত গুৱাহাটীৰ লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল, সেই সময়ত লোকেল বোৰ্ডৰ কাম-কাজ চলোৱাৰ ভাৰ গোপীনাথ বৰদলৈদেৱৰ হাতত অৰ্পণ কৰিছিল। ১৯৩৬ চনতো তেওঁ গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন হৈছিল। মাদ্ৰাজৰ ভূতপূৰ্ব ৰাজ্যপাল শ্ৰীবিষ্ণুৰাম মেধিদেৱ ফুকনৰ পৰম বন্ধু আৰু সহকৰ্মী আছিল। ডাঃ ভুৱনেশ্বৰ বৰুৱা তেওঁৰ বৰ মৰমৰ সহকৰ্মী আৰু বন্ধু আছিল। বৰুৱাদেৱে ফুকনদেৱক সকলো ক্ষেত্ৰতে সহায় কৰিছিল।

গুৱাহাটী চহৰৰ ভৰলুমুখৰ সোণাৰাম হাইস্কুলখন ফুকনদেৱৰ প্ৰাণস্বৰূপ আছিল। সেই হাইস্কুলত বহু বছৰ ধৰি তেওঁ মেনেজিং কমিটিৰ সভাপতি

আছিল। তেওঁৰ যত্ন আৰু চেষ্টাৰ ফলত সোণাৰাম হাইস্কুলখনে সেই সময়ত বিশেষ উন্নতি কৰিছিল আৰু অসমৰ ভিতৰতে শেখতলবলগীয়া হাইস্কুল ৰূপে পৰিগণিত হৈছিল।

দেশভক্ত ফুকনদেৱৰ লগত মোৰ সম্বন্ধ আছিল পিতা-পুত্ৰৰ নিচিনা আৰু মই কোনোদিনে তেওঁৰ আন্তৰিক আশীৰ্বাদৰপৰা বঞ্চিত হোৱা নাছিলো। মই তেওঁক এৰি অহাৰ পিছত মোলৈ যিখন চিঠি লিখিছিল সেই চিঠিখনৰ নকল তলত প্ৰকাশ কৰিলো। এই চিঠিখনেই তেওঁৰ লগত মোৰ সম্বন্ধৰ সুবহু পৰিচয় দিব।

ন দিল্লী
২৩. ৩. ৩৪

মৰমৰ ৰজনী,

তোমাৰ চিঠি পালোঁ। কোনো বিশেষ উপকাৰৰ আশা কৰি তোমাক ৰখা নাছিলো। অন্তৰেৰে তোমাক ভাল পাইছিলো দেখিয়েই ইমান দিন ৰাখিছিলো। তুমি ইমানদিন থাকিও এৰি যাবৰ দিনা যাওঁ বুলি মাত লগাই নোযোৱাত যে বৰ বেয়া পাইছিলোঁ, তাত সন্দেহ নাই। আজিও সেই কথা ভাবিলে আচৰিত হওঁ। ইমান দিন থকা নিমাত পশু-পক্ষী এটাকো বান্ধি-ধৰি নিলে চকুৰে চাই বিদায় মাগিলেহেঁতেন। তাতোকৈ দুখৰ কথা উভতি আহি তুমি মোৰ লগত দেখা নকৰি, মোৰ ঘৰত নাথাকি, আনৰ ঘৰত থাকি গ'লা। তুমি হাজাৰ অপৰাধ কৰিলেও মোৰ মনৰ বাজ নোহোৱা। তোমাৰপৰা যিমান উপকাৰ পাইছোঁ, তাৰ প্ৰতিদান দিবৰ ক্ষমতা মোক ভগৱন্তে দিয়া নাই, কিন্তু প্ৰতিদিনে তোমাৰ উপকাৰৰ শলাগ সকলোৰে আগত লৈ আছোঁ। আজি নহয়, সদায় তুমি লগত থকাতো। ইমান উপকাৰ যে খন্তেকলৈ পাহৰিব নোৱাৰি। তুমি এৰি যোৱাত মোৰ কেৱল একমাত্ৰ চিন্তা হৈ আছে মোক এৰি গৈ তোমাৰ কিজানি অনিষ্ট হয়। তোমাৰ সজ গুণবিলাক কিজানি গাৱঁৰ মানুহৰ লগত পৰি লোপ পায়, এয়ে মোৰ একমাত্ৰ চিন্তা। আগেয়ে ভাবিছিলোঁ তুমি নহলে মোৰ কি গতি হব; কিন্তু এতিয়া দেখিছো সুখে-দুখে চলি গৈছো। তোমাৰ সুখ হব ভাবি মোৰ অসুবিধা আৰু দুখ পাহৰি থাকোঁ।

তোমাৰ উপকাৰৰ প্ৰতিদান বুলি ধৰিলে ইয়াকে ধৰিব পাৰা যে তোমাক শিক্ষা দিবৰ কাৰণে সদায় যত্ন আছিল। মোৰ লৰাক যিমান যত্ন কৰা নাই, তোমাক তাতকৈ বহুতো গুণে কৰিছোঁ। সেইবিলাক গুণ যাতে বাঢ়ে তাৰ কাৰণে আজিও ভগৱন্তৰ চৰণত প্ৰাৰ্থনা কৰোঁ। তোমাৰ ভাল দেখিলে বা শুনিলে কিমান আনন্দ হয়, তাক প্ৰকাশ কৰি কোৱা টান। যিদিনাই বিজুলীয়ে এৰি থৈ গৈছে, সেইদিনাই মোৰ অন্তৰ সুদা হৈ গৈছে, হিয়া ভাঙি গৈছে। আশাকৰোঁ ভালে আছা। মোৰ মৰম আৰু আশীৰ্বাদ জানিবা।

ইতি

তোমাৰ

শ্ৰীতৰুণৰাম ফুকন

# দদাইদেৱক মই যেনেদৰে জানিছিলো

**ললিতা ফুকন**

ভবাও নাছিলো যে কেতিয়াবা দেশভক্ত ফুকনৰ নিচিনা এজন স্বনামধন্য পুৰুষৰ কথা লেখিবলৈ মোৰ সৌভাগ্য হ'ব। মোৰ খুৰা-শহুৰ তৰুণৰাম ফুকনক মই যেনেদৰে পাইছিলো এই বিষয়ে এটি ঘৰুৱা বিৱৰণ প্ৰকাশন পৰিষদে বিচৰাত মই তেখেতক লগ পোৱা সময়খিনিৰ এটা থূল-মূল বিৱৰণী তলত দিলো।

মোৰ বিয়া আঘোণ মাহত হৈছিল। বিয়াৰ সময়ত ওচৰ-চুবুৰীয়া পুৰুষ-মহিলাসকলে আহি মাক কৈছিল, "ললিতাৰ বিয়ালৈ আমিতো বিলাতী কাপোৰ পিন্ধি আহিব নোৱাৰিম ; খদ্দৰ বা মুগাৰ কাপোৰ পিন্ধিহে দেশনেতা ফুকনৰ সন্মান ৰাখিব লাগিব।" তেতিয়া দদাইদেউ শিলচৰৰ জেইলৰপৰা ওলোৱা দুই-তিনি বছৰমান হৈছিল। এইবোৰ মাৰ মুখত শুনা কথাহে। কাতি মাহত আকাশ-বন্তি জ্বলোৱা হয়। সেইবাৰ আকাশ-বন্তি জ্বলোৱাত তাৰ ওপৰত যি কাপোৰ লগোৱা হৈছিল, তাতো তেখেত আহিব কাৰণে খদ্দৰৰ কাপোৰহে লগোৱা হৈছিল।

মোৰ বিয়া উপলক্ষে দেশভক্ত ফুকনৰ আগমনত গোলাঘাট নগৰ উছব-মুখৰ হৈ পৰিছিল আৰু বহুতো সভা-সমিতি হৈছিল। মোৰ বিয়াৰ জোৰণত বহুতো গহনা-পাতি দিয়া হৈছিল যদিও কাপোৰ-কাণিবোৰ খদ্দৰৰ আৰু মুগাৰহে দিছিল। মই সৰুৰেপৰা বৰ চৌখিন আছিলো। আন ছোৱালীৰ বিয়াত বনকৰা কাপোৰহে পিন্ধাইছিল ; কিন্তু মোক আই আৰু দেউতাই তেনে কাপোৰ পিন্ধোৱা নাছিল।

মোৰ বিয়াৰ দুবছৰমান পিচতহে প্ৰথমে ফুকন ডাঙৰীয়াৰ ঘৰলৈ আহোঁ। মই ন-বোৱাৰী হৈ আহি প্ৰথমে বৰ অসুবিধা পাইছিলো। কাৰণ আমাৰ দেউতাৰ ঘৰখন আছিল ৰক্ষণশীল, কিন্তু ফুকনৰ ঘৰখন আছিল ৰাজসিক। দেশৰ ডাঙৰ ডাঙৰ নেতা-নেত্ৰীসকল আহি ফুকনৰ ঘৰত আলহি হৈছিলহি। তেতিয়া দদাইদেউ তৰুণৰাম ফুকন ডাঙৰীয়াৰ প্ৰথম জীয়াৰী, লক্ষ্মীধৰ শৰ্মাৰ পত্নী প্ৰতিভা, মোৰ ভাগিনী চেন্নু আৰু সিদ্ধিনাথ শৰ্মাৰ পত্নী – আমি তিনিও-

জনীয়ে অতিথিসকলৰ সেৱা-শুশ্ৰূষা কৰিছিলো। দদাইদেৱে আমাক আচাৰ-ব্যৱহাৰৰ সকলোবোৰ কথা শিকাই-বুজাই দিছিল। পেহী-শাহু গিৰিজা দেবী, খুৰী-শাহু বিদ্যুৎপ্ৰভা ফুকনে অতিথিৰ কাৰণে ৰন্ধা-বঢ়া কৰিছিল। বান্ধনি আছিল যদিও মাজে সময়ে আমি ৰন্ধা-বঢ়া কাম কৰিবলগা হৈছিল। দদাইদেৱে আমাক সদায় গধূলি সময়ত গোঁসাই ঘৰত আৰতি গাবলৈ কৈছিল। তেওঁৰ কথা পেলোৱাৰ আমাৰ কাৰো সাহস নাছিল। মোৰ ননদ আৰু ভাগিনীহঁতে ভালদৰে আৰতি গাব জানিছিল। মই গাব নজনা বুলি জানিব পাৰি দদাইদেৱে মোক শিকাই দিছিল। তেওঁ মোক খুব মৰম কৰিছিল আৰু সদায় নিৰ্ভীক হবলৈ উৎসাহ দিছিল। প্ৰতিভাক ওস্তাদে গান-বাজানা শিকাইছিল। আমাৰ গোলাঘাটৰ ঘৰতো গান-বাজানাৰ চৰ্চা আছিল। মা-দেউতাই মোক আৰু ভাই-ভনীহঁতক গান শিকোৱছিল। কীৰ্তিনাথ বৰদলৈয়ে আমাক গান-বাজানা শিকাইছিল। ইয়াতো শহুৰৰ ঘৰলৈ আহি সেই সুবিধা পাইছিলো। শহুৰৰ ঘৰলৈ ডাঙৰ নেতা বা জমিদাৰৰ পৰিয়াল আহিলে প্ৰতিভা আৰু মই অৰগেন বজাই ৰবীন্দ্ৰ সংগীত মুকলি মনেৰে গাব পাৰিছিলো। তাতো দদাইদেৱেই উৎসাহিত কৰিছিল। মোক বোৱাৰী হিচাপে নাভাবি নিজৰ ছোৱালীৰ দৰেই মৰম কৰিছিল। আজি তেওঁৰ বিষয়ে লেখিবলৈ বহি মই চকুলো টুকিবলগীয়া হৈছো। কৰবালৈ গলে তেখেতে মোক ফুৰিবলৈ নিছিল। তেওঁৰ লগত যাবলৈ পালে মই গৰ্ব অনুভৱ কৰিছিলো। দদাইদেউ বৰ সুন্দৰ সভাসুৱনি পুৰুষ আছিল। সদায় পৰিপাটিকৈ পিন্ধা-উৰা কৰিছিল। ধুতী, ঘিলামৰা পাঞ্জাবী চোলা, গলত গৰম কাশ্মিৰী মাফলাৰ, গাত বগা গৰম শ্বাল আৰু পোছাকৰ লগত মিলাই জোতা-মোজা পিন্ধিছিল। যেতিয়া দুৰ্গা পূজা হয়, দদাইদেৱে গোঁসানীৰ আগত চণ্ডীপাঠ কৰিছিল। তেতিয়া তেওঁক কোনোবা এজন ডাঙৰ পণ্ডিত যেন লাগিছিল। ইংৰাজী ভাষাতো চাহাবে কোৱাদি কথা কব পাৰিছিল। ঠিক তেনেকৈয়ে হিন্দি আৰু উৰ্দু ভাষাটো ব্যুৎপত্তি আছিল। তেখেত এজন সুদক্ষ বক্তাও আছিল।

দদাইদেৱে গুৰুজনক সদায় সন্মান কৰিছিল। তেওঁ ঘৰৰপৰা কৰবালৈ ওলাই যাওঁতে মোৰ শহুৰ নবীনৰাম ফুকন আৰু পেহী-শাহু গিৰীজা দেবীক সেৱা নকৰাকৈ নগৈছিল। কাম কৰা লগুৱা-লিগিৰিক সদায়

মিঠা মুখেৰে মাতিছিল। তথাপি তেখেতৰ ওচৰত কোনেও মূৰ তুলি কথা ক'ব নোৱাৰিছিল। তেওঁ সকলোকে শ্ৰদ্ধাৰ চকুৰে চাইছিল। তৃতীয়াৰ প্ৰতি সদায় মৰম আছিল, যাক যেনেকৈ পাৰে সহায় কৰিছিল।

দদাইদেৱে পুৱা গা ধুই আমাৰ কুলদেৱতা গোপালৰ ওচৰত পূজা পাঠ, স্তোত্ৰ আদি পাঠ কৰি পোচাক আদি পৰিপাটিকৈ পিন্ধি খোৱাৰ টেবুলত বহিছিল। মই ওচৰত থিয় হৈ আলপৈচান ধৰিছিলো। পেহী-শাহু আৰু খুৰী-শাহুৱে তেখেতৰ ওচৰতে থাকি খোৱা যোগাৰ ধৰিছিল। শুকান চিৰা ভাল দৈ বা ক্ৰিমেৰে খাই তেওঁ বৰ তৃপ্তি পাইছিল। দাবৰ পানী আৰু নেমু টেঙাৰ চৰবত্ তেওঁ বৰ ভাল পাইছিল। লুচিতকৈ পৰঠা, ৰুটি, মাংস খাই বেছি ভাল পাইছিল। ৰহৰ দালি ঘিউ, নাৰিকল ৰোকাদি ফুলকবি আৰু বন্ধাকবিৰ আঞ্জা খাই বৰ তৃপ্তি পাইছিল। মই নিজে ৰান্ধি খুৱাইছিলো। মোক খুৰীয়ে ৰান্ধিবলৈ শিকাইছিল। বিয়া হোৱাৰ আগতে মই এইবিলাক একেবাৰে ৰান্ধিব নাজানিছিলো। প্ৰতিভা আৰু মই দদাইদেৱৰ ঘৰখনৰ সকলো কাম-বন একেলগে কৰিছিলো। প্ৰতিভাৰ বিয়া হৈ যোৱাৰ পিচত মই ঘৰখনৰ সকলো কাম অকলে কৰিবলগীয়া হৈছিল, কাৰণ তেতিয়া ফুকনৰ ঘৰলৈ অন্য বোৱাৰী অহা নাছিল। ১৯৩০ চনৰ প্ৰতিভা অসুখ হৈ ঢুকাল। আৰু কিছুদিনৰ পিচতে তেওঁৰ স্বামী লক্ষ্মীধৰ শৰ্মাও ঢুকাল। তেতিয়া দদাইদেউ আৰু খুৰী ম্ৰিয়মান হৈ পৰিছিল। এনে মৰ্মান্তিক বেজাৰত কিছুদিনৰ পিচতে খুৰীয়েও সংসাৰৰপৰা বিদায় ললে। দদাইদেউ একেবাৰে অকলশৰীয়া হ'ল। তেওঁৰ মন অতি শোকাতুৰ হৈ পৰিল। কিছুদিন এনেদৰে থকাৰ পিচত লৰা দুটি আৰু সৰু একমাত্ৰ ছোৱালী ৰেণুৰ কথা ভাবি মনলৈ স্থিৰতা আনিলে আৰু লাহে লাহে দেশৰ কামত আকৌ আত্মনিয়োগ কৰি মনৰ দুখ-বেজাৰ পাতলালে।

তেখেতৰ ব্যক্তিত্বৰ কথা মই যিখিনি জানিছিলো সেইখিনিকে ইয়াত উল্লেখ কৰিলো।

শ্ৰীতীৰ্থনাথ শৰ্মাৰ বিয়া। ছোৱালী কামাখ্যাৰাম বৰুৱাৰ চতুৰ্থ কন্যা শ্ৰীমতী নিৰ্মলা। দৰা মঙ্গলদৈৰপৰা আহিব। সেইবাবে ব্ৰহ্মপুত্ৰ নৈখন পাৰ হবলৈ গুৱাহাটীৰ শুক্লেশ্বৰ ঘাটত থকা জাহাজখন ঠিক কৰা হৈছিল।

বিয়াৰ দিনা আবেলিৰপৰা ধুমুহা-বতাহত নৈৰ পানীয়ে উখল-মাখল লগাই আছিল। দৰা মঙ্গলদৈৰপৰা মটৰেৰে আহি উত্তৰ গুৱাহাটীৰ পাৰ ঘাটত জাহাজ নেদেখি টৰ্চ লাইটৰ পোহৰেৰে ইপাৰৰ মানুহক সংকেত দিছিল। ইফালে আকৌ ছোৱালী ঘৰৰ মানুহে বতৰৰ অৱস্থা দেখি শুক্লেশ্বৰ ঘাটলৈ গৈ জাহাজখন পঠিয়াবলৈ অশেষ যত্ন কৰিও কোনোপধ্যে জাহাজ ঘাটৰ লৰচৰকে কৰাব নোৱাৰিলে। ক'ত কাবৌ কাকুতি কৰিলে. টকা বেছিকৈ দিম বুলি কলে; তথাপিও জাহাজৰ সাৰেঙে লৰচৰকে নকৰি শুইহে থাকিলে। ইফালে ভিনদেউ কামাখ্যাৰাম বৰুৱা দৰা আহিব নোৱাৰাত অধৈৰ্য হৈ পৰিছে। এবাৰ উঠিছে, এবাৰ বহিছে, এবাৰ নদীৰ সিপাৰৰপৰা টৰ্চ লাইট মৰা পোহৰ চাইছে। কত কিমান মানুহে সাৰেঙক অনুৰোধ কৰিছে, কিন্তু সাৰেঙ নাযাওঁ বুলিয়েই হাত সাবটি বহি ৰ'ল। তেতিয়া ৰাতি দহ বাজি গৈছিল। কন্যা ঘৰৰ মানুহ অস্থিৰ হৈ পৰিছে। দদাইদেউক জগাই সকলো কথা বিবৰি কোৱাত (তেতিয়া দদাইদেউ বিয়া-ঘৰৰপৰা গৈ নিজৰ ঘৰত শুইছিলহে মাথোন) দদাইদেৱে সকলো কথা শুনি ততাতৈয়াকে গাড়ীখন লৈ শুক্লেশ্বৰ ঘাট পালে। ইফালে জাহাজৰ সাৰেঙ টোপনিত লালকাল দি শুই আছিল। জাহাজত ঢকিয়াই ঢকিয়াই সাৰেঙক জগোৱা হ'ল। সাৰেঙ টোপনিৰপৰা উঠি বহি সন্মুখতে দদাইদেউক দেখিলে। দদাইদেৱে সাৰেঙক মুখেৰে এষাৰো কথা নকৈ হাতৰ আঙুলিৰে জাহাজ চলাবলৈ ইংগিত দিলে। তেতিয়া সাৰেঙে মুখেৰে একোকে নামাতি সুৰ সুৰকৈ জাহাজ নি সিপাৰ পোৱালেগৈ আৰু দৰা আৰু দৰাঘৰীয়া মানুহখিনি আনি শুক্লেশ্বৰ ঘাট পোৱালেহি। দৰা আহি পোৱাৰ লগে লগে কন্যা ঘৰৰ মানুহ চিন্তাৰপৰা ৰক্ষা পৰিল আৰু সুকলমে নিৰ্মলা-তীৰ্থনাথ শৰ্মাৰ বিয়া হৈ গ'ল। দদাইদেউ মানুহজনৰ কিমান ব্যক্তিত্ব আছিল ই তাৰ এটা নিদৰ্শন।

আন এটা মই নিজে দেখা কথা। আমাৰ ঘৰৰ ওচৰতে নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্যৰ বিয়া ১৯৩৭ চনৰ আগষ্ট মাহত। ছোৱালী যোৰহাটৰ ৰামলী বৰুৱাৰ কন্যা। ছোৱালীৰ বিয়া বায়েক শশীপ্ৰভা কটকীৰ ঘৰৰপৰা হ'ব। ৰাতি ১১ বজাত বিয়াৰ লগ্নৰ সময়। দৰা নিশা ন বজাত যাত্ৰা কৰি ঠিক দুঘৰমান পাৰহৈ যোৱাৰ পিছত শ্ৰীৰজনীকান্ত গোস্বামীৰ দুৱাৰ মুখতে

গাৱঁৰ ডেকা লৰাবিলাকে হেঙাৰ পাতিলে। তেওঁলোকে দৰাক ৫০০ টকা খুজিলে। টকা নিদিলে হেঙাৰ খুলি নিদিয়ে। হেঙাৰ ধৰা লৰাৰ মাজতে দুটা দল হ'ল। এটা দলে ২০০ টকা পালে এৰি দিয়ে আৰু আনটো দলে পূৰা ৫০০ টকা নহলে এৰি নিদিয়ে। এনেকৈয়ে লগ্নৰ সময় পাৰ হৈ গ'ল। কন্যা ঘৰত হুলস্থুল লাগিল। কিন্তু এটা দলে হেঙাৰ এৰি দিলেও আনটো দলে এৰি নিদিয়ে। তেতিয়া কোনো উপায় নাপাই নাৰায়ণ ভট্টাচাৰ্যৰ ককায়েক শৰৎ শৰ্মা আৰু ৰজতচন্দ্ৰ ভট্টাচাৰ্য গৈ দদাইদেউক শোৱাৰপৰা জগাই সকলো কথা কলে। তেতিয়া দদাইদেৱে যেনে আছিল, তেনেয়ে হেঙাৰ-ধৰা ঠাইলৈ আহিল। পেট্ৰোমেক্স লাইটৰ পোহৰত দূৰৈৰপৰাই দদাইদেউক দেখিয়েই হেঙাৰধৰা দুয়োটা দলেই বাঁহডাল পেলাই পলাই পত্ৰং দিলে।- তেতিয়াহে দৰা গৈ সুকলমে বিয়াৰ কাম সমাধা কৰিব পাৰিলে। এনেকুৱা ঘটনা মই বহুতো দেখিছো। নজনাত যে আৰু কত কিমান আছে। সেইবোৰ কথা লেখি শেষ কৰিব নোৱাৰি।

লৰা তিনিটা হোৱাৰ পিছত মোৰ খুব অসুখ হৈছিল। তেতিয়া মোক মোৰ দেউতাই কলিকতালৈ নি তাবে আটাইবোৰ ডাঙৰ ডাঙৰ ডাক্তৰ-কবিৰাজক দেখুৱালে। সকলোৱে অপাৰেশ্যন কৰিবলৈহে পৰামৰ্শ দিলে। অপাৰেশ্যন কৰাৰ ভয়তে কান্দি-কাটি আকৌ গুৱাহাটীলৈ উভতি আহিলো। মৰমতে মায়েও অপাৰেশ্যন কৰিব নালাগে বুলি দেউতাক বুজালত দেউতায়ো সন্মতি দি মোক লৈ আহিল। দদাইদেৱে কথাটো দেউতাৰ মুখৰপৰা শুনি অলপো সময় পলম নকৰি ডাঃ জ্যোতিষ দাসৰ লগত পৰামৰ্শ কৰি মোক অপাৰেশ্যন কৰিবলৈ ঠিক কৰিলে। মই ভয়তে আধা মৰা হ'লো। মোৰ এই ভয়ৰ কথা জানিব পাৰি দদাইদেৱে মোক কৈছিল—"হয় মৰিবা নহয় ভাল হ'বা। এনেকৈ আধামৰা আধাজীয়া হৈ থাকিবলৈ নিদিওঁ।" যেনে কথা তেনে কাম। ঘৰতে সকলো যোগাৰ কৰি হস্পিতেলৰ যন্ত্ৰপাতি আনি মোক অপাৰেশ্যন কৰালে ডাক্তৰ ডাঃ জ্যোতিষ দাস ডাঃ তিলোত্তমা দাস আদিৰ দ্বাৰা। ভালদৰে অপাৰেশ্যন হৈ গ'ল। দদাইদেৱে মোক শুশ্ৰূষা কৰি ওচৰতে বহি কৈছিল, "তুমি ভাল পালেই মই দিল্লীলৈ তোমাক লৈ যাম।" এনেকৈয়ে মোৰ

অপাৰেশ্যন কৰা ২১ দিন হৈ গ'ল। মোক ডাক্তৰে বিচনাৰপৰা উঠিব দিয়া নাই, ৩।৪ দিন গলেই উঠিবলৈ দিব বুলি কৈছিল। ময়ো সেই আশাৰে বাট চাই আছিলো।

সেইদিনা দদাইদেউৰ অলপ জ্বৰ জ্বৰ ভাব আছিল। তথাপি দদাইদেউ আহি মোৰ কাষতে বহি নানা কথা পাতি শেষত তেখেতক চাবলৈ অহা ডাক্তৰ বৰুৱাক কৈছিল—"এইবাৰ মই কামাখ্যা শ্মশানত ফুল গছ ৰোৱাই সুন্দৰ কৰিম আৰু মানুহ বহা-মেলাৰ সুবিধা কৰি দিম যাতে শ-যাত্ৰাৰ লগত যোৱা মানুহে কষ্ট নাপায়। সেই কথা শুনি চাগৈ নিয়তীয়ে হাঁহিছিল। দদাইদেৱে পেহীদেউক "মোক চৰবৎ এগিলাচ দিয়া" বুলি গা ধোৱা ঘৰলৈ গ'ল। পেহীয়ে চৰবতৰ গিলাচটো লৈ আহি বাথৰূমত দদাইদেউ পৰাৰ শব্দ শুনিলে। তেতিয়া পেহীয়ে "ভাবিত ভাবিত" কৈ ঘৰৰ লগুৱাটোক চিঞৰিবলৈ ধৰিলে। ভাবিত দৌৰি আহি দদাইদেউক দাঙিবলৈ চেষ্টা কৰিও লৰচৰকে কৰিব নোৱাৰি চিঞৰিবলৈ ধৰিলে। পেহী আৰু ভাবিতৰ চিঞৰ শুনি আটায়ে দৌৰি আহিল। লগে লগে ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাক আনিলে, তেখেতে চায়ে ক'লে, "অসমৰ ভোটা তৰা তৰুণ ফুকন আৰু নাই।"

দেশভক্ত ফুকনৰ আদৰ্শৰে আজিৰ উঠি অহা যুৱকসকল অনুপ্ৰাণিত হওঁক, এয়ে মোৰ কামনা। স্বৰ্গগত দদাইদেউলৈ মোৰ শত শত শ্ৰদ্ধা নিবেদন কৰিলো।

# দেশভক্ত ফুকনৰ লগত কেইবছৰমান

**ৰাধিকাৰাম দাস**

মই ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছত দেশভক্তৰ ওচৰলৈ অহাৰ সুযোগ পাওঁ। ১৯২৬ চনৰ ডিচেম্বৰ মাহত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন পাণ্ডুত বহিছিল। কলেজৰ ছাত্ৰসকলৰ বহুতেই এই অধিবেশনত ভলন্টি-য়াৰ হৈছিল। মই তেতিয়া কটন কলেজৰ ৩য় বাৰ্ষিকৰ ছাত্ৰ। ময়ো ভলন্টিয়াৰ হৈছিলো, আৰু ডাক্তৰ হাৰ্দিকাৰে আমাক প্ৰশিক্ষণ দিছিল। মই আৰু আমাৰ লগত কিছুমান ছাত্ৰ পেণ্ডেলৰ 'চাৰ্জ' ত আছিলো।

ইয়াৰ পিছত ১৯২৯ চনৰপৰা দেশভক্ত ফুকনৰ লগত একেলগে কাম কৰিবলৈ সুবিধা পাইছিলো। ১৯২৮ চনত অসম ছাত্ৰ সম্মিলনৰ অধিবেশন দেশভক্ত ফুকনৰ সভাপতিত্বত তেজপুৰত বহিছিল। ১৯২৯ চনত গোলাঘাটত ছাত্ৰ সম্মিলনৰ অধিবেশনৰ লগতেই গোলাঘাটৰ কংগ্ৰেছ কৰ্মী শঙ্কৰচন্দ্ৰ বৰুৱাই ৰাজনীতি সম্বন্ধে আলোচনা কৰিবলৈ যুৱকসকলৰ এখন সভা আহ্বান কৰিছিল। কাৰণ, ছাত্ৰ সম্মিলনৰ নিয়ম অনুসৰি ছাত্ৰ সম্মিলনে ৰাজনীতিত অংশ গ্ৰহণ কৰিব নোৱাৰিছিল। দেশভক্ত ফুকনৰ সভাপতিত্বত এই সভা বহিছিল। যুৱকসকলৰ মাজত বহু আলোচনাৰ পিছত সদৌ অসম 'যুৱক সঙ্ঘ' নাম দি এটা শক্তিশালী অনুষ্ঠান গঠন কৰা হ'ল। দেশভক্ত ফুকন এই সঙ্ঘৰ সভাপতি আৰু শঙ্কৰ বৰুৱা, শ্ৰীদেবেন্দ্ৰনাথ শৰ্মা আৰু মোক সম্পাদক নিৰ্বাচিত কৰিলে। ইয়াৰ বাহিৰেও প্ৰতি মহকুমাৰ উদ্যোগী কৰ্মীসকলক লৈ এটি কাৰ্যকৰী কমিটী গঠন কৰা হ'ল। সভ্য ভৰ্তি কৰা আৰু সঙ্ঘৰ সভা আদি আহ্বান কৰাৰ দায়িত্ব মোৰ ওপৰত আছিল।

দেশভক্ত ফুকনৰ লগত এতিয়া ঘনিষ্ঠভাৱে আলাপ-আলোচনাৰ সুবিধা পালোঁ। মই প্ৰায়েই আবেলি তেখেতৰ ঘৰলৈ গৈছিলো আৰু ৰাজনীতিৰ বিষয়ে নানা ৰকমৰ কথা আলোচনা কৰিছিলো। তেখেতৰ ঘৰৰ দুৱাৰ মুখত খোজ কাঢ়ি কাঢ়ি সচৰাচৰ এইবোৰ আলোচনা কৰা হৈছিল।

যুৱকসকলকনো কেনেকৈ ৰাজনীতিত উদ্বুদ্ধ কৰিব পৰা যায়, সেই বিষয়ে তেখেতে মোক নানা উপদেশ আৰু উদ্‌গনি দিছিল। প্ৰকৃততে ৰাজনীতি সম্বন্ধে মই তেখেতৰপৰাই বহুত জ্ঞান লাভ কৰিছিলো। সেই সময়ত এছেমব্লিৰ বিল সম্বন্ধে বহুত আলোচনা কৰিছিলো, কাৰণ সেই সময়ত তেখেত ভাৰতীয় এছেমব্লিৰ মেম্বাৰ আছিল। তেখেতৰ পৰামৰ্শ অনুসৰি বহুতো কলেজৰ ছাত্ৰ-যুৱকক সঙ্ঘৰ সভ্য ভৰ্তি কৰা হৈছিল। কলেজৰ ছাত্ৰৰ মাজত যুৱক সঙ্ঘৰ প্ৰতি এটা উৎসাহ দেখা গৈছিল। বহুতো কলেজৰ ছাত্ৰ এই সঙ্ঘৰ সভ্যভুক্ত হৈছিল। শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী, শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী প্ৰমুখ্যে বহুত ছাত্ৰ-যুৱক এই সঙ্ঘৰ সভ্য হৈছিল। যুৱকসকলৰ উৎসাহত আৰু দেশভক্তৰ উদ্‌গনিত মই উৎসাহিত হৈ এই সঙ্ঘৰ কামত মনপুতি লাগিছিলো।

১৯২৯ চনৰ ডিচেম্বৰ মাহত পণ্ডিত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত লাহোৰত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন বহিল। ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ৰাতি ১২ বজা পযন্ত বৃটিছ চৰকাৰে কলিকতা কংগ্ৰেছৰ প্ৰস্তাৱ গ্ৰহণ নকৰাত পূৰ্ণ স্বৰাজেই কংগ্ৰেছৰ লক্ষ্য বুলি মহাত্মা গান্ধীয়ে দাঙি ধৰা প্ৰস্তাৱ গৃহীত হ'ল। মহাত্মা গান্ধীকে আন্দোলন চলোৱাৰ সম্পূৰ্ণ দায়িত্ব দিয়া হল।

১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে ভাৰতৰ সকলো ঠাইতে জাতীয় পতাকা উত্তোলন কৰি পূৰ্ণ স্বাধীনতাৰ সঙ্কল্প গ্ৰহণ কৰা হ'ল। যুৱক সঙ্ঘই কংগ্ৰেছৰ লগত লগ লাগিল, গুৱাহাটী জুবিলী উদ্যানত দেশভক্ত ফুকনে ত্ৰিৰঙ্গ পতাকা উত্তোলন কৰিলে। এই পতাকা উত্তোলন উৎসৱত যুৱকৰ মাজত খুব ভাল উৎসাহ দেখা গৈছিল। যথেষ্টসংখ্যক স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰী এই সভাত উপস্থিত আছিল।

১৯৩০ চনৰ মাৰ্চ মাহৰ ১২ তাৰিখে মহাত্মা গান্ধীয়ে তেওঁৰ সবৰমতী আশ্ৰমৰ ৮৬ জন কৰ্মীক লৈ লোণ আইন ভঙ্গ কৰিবলৈ দাণ্ডিলৈ যাত্ৰা কৰিলে। লোণ আইন ভঙ্গ কৰিলে যে কি আন্দোলন হ'ব, আমি বুজিব পৰা নাছিলো। কিন্তু পিছত সেই আন্দোলনেই ভাৰতৰ জনতাক আলোড়িত কৰি বিৰাট জনগণৰ আন্দোলনলৈ পৰিণত হ'ল।

ভাৰতৰ চাৰিওপিনে আন্দোলন, কিন্তু অসমৰ নেতাসকল নিৰ্বিকাৰ। এই কথাত অসমৰ যুৱকসকলে থিৰেৰে থাকিব নোৱাৰিলে। মই দেশভক্ত ফুকনৰ লগত আলোচনা কৰি যুৱক সঙ্ঘৰ গুৱাহাটীতে থকা ছাত্ৰসকলৰ বিশেষ অধিবেশন এখন গুৱাহাটীৰ জুবিলী বাগিচাত কলেজৰ গৰমৰ বন্ধ হোৱাৰ আগে আগে আহ্বান কৰিলোঁ। সেই অধিবেশনত ছাত্ৰ আৰু যুৱকসকলে কংগ্ৰেছৰ সভ্য ভৰ্তি কৰা আৰু প্ৰচাৰ কাৰ্য চলোৱাৰ দায়িত্ব ললে। তথাপি অসমৰ নেতাসকলে কোনো সক্ৰিয় অংশ গ্ৰহণ নকৰাত অসমৰ যুৱকসকল বৰ ক্ষুব্ধ হৈছিল। সেই সময়ত গুৱাহাটীৰ কংগ্ৰেছৰ কোনো টকা-পইচা নথকাত মই কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকনৰ পৰামৰ্শ অনুসৰি মোৰ লগত ২।৩ জন যুৱক লৈ ঘৰে ঘৰে ভিক্ষা কৰি ৩৩০'০০ টকা কংগ্ৰেছ ফাণ্ডত জমা দিলো।

ইয়াৰ কিছুদিনৰ পিছতেই জুলাই মাহত মই আৰু কিছুমান যুৱক কৰ্মীয়ে দেশভক্ত ফুকনৰ লগত আলোচনা কৰি যুৱক সঙ্ঘৰ এখন বিশেষ অধিবেশন আহ্বান কৰিলো। কিন্তু সেই অধিবেশনত দেশভক্ত ফুকন উপস্থিত নাথাকিল। যিহওক, মহাত্মা গান্ধীৰ এই আহ্বানত স্কুল-কলেজ বৰ্জন কৰি যোগ দিয়াৰ প্ৰস্তাৱ আমি গ্ৰহণ কৰিলোঁ। দেশভক্ত ফুকনে যদিও এই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা নাছিল তথাপি মই সদায় তেওঁৰ উপদেশ আৰু উৎসাহ পাইছিলো। সেই সময়ত মই গুৱাহাটীৰ আৰ্ল ল কলেজৰ ২য় বাৰ্ষিকৰ ছাত্ৰ আছিলো। মই কলেজ এৰি গুচি আহো, লগতে আৰু বহুতো ছাত্ৰই স্কুল-কলেজ বৰ্জন কৰে। পান বজাৰৰ হৰি সভাত অমিয় কুমাৰ দাসৰ সভাপতিত্বত বহা ছাত্ৰ সম্মিলনৰ এখন বিশেষ অধিবেশনত কুখ্যাত কানিংহাম চাৰ্কুলাৰ প্ৰত্যাহাৰ নকৰিলে ছাত্ৰসকলে স্কুল-কলেজ বৰ্জন কৰি এই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ প্ৰস্তাৱ গৃহীত হয়। ইতিমধ্যে এই কুখ্যাত চাৰ্কুলাৰ নামানিবলৈ স্কুল-কলেজত ছাত্ৰই পিকেটিং কৰিছিল আৰু কটন কলেজ খোলাৰ লগে লগে কলেজৰ গেটত গুৱাহাটীৰ সম্ভ্ৰান্ত মহিলাসকলেও পিকেটিং কৰিছিল। গতিকে এই প্ৰস্তাৱ গ্ৰহণ কৰাত বিশেষ অসুবিধা নহল। মই অৱশ্যে এই সকলো কথা দেশভক্ত ফুকনৰ লগত আলোচনা কৰিছিলোঁ।

১৯৩০ চনৰ ২৭ জুলাইত গুৱাহাটী জিলা কংগ্ৰেছ কমিটিৰ অধিবেশন

হ'ল। ত্যাগবীৰ হেম বৰুৱা সভাপতি, অমিয়কুমাৰ দাস উপ সভাপতি আৰু সিদ্ধিনাথ শৰ্মা সম্পাদক নিৰ্বাচিত হ'ল আৰু আইন অমান্য আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ সিদ্ধান্ত হ'ল। ফুকন-বৰদলৈ আঁতৰি থকা সত্ত্বেও আন্দোলন হল।

১৯৩০ চনৰ ছেপ্তেম্বৰ মাহত যুৱক সঙ্ঘক বে-আইনী বুলি চৰকাৰে ঘোষণা কৰিলে আৰু মোক গ্ৰেপ্তাৰ কৰিলে। ১৯৩১ চনত জেলৰপৰা ওলাই অহাৰ কেইদিনমান পিছতেই মোক পুনৰ গ্ৰেপ্তাৰ কৰিলে আৰু কিছুদিন বিচাৰাধীন হৈ থকাৰ পিছত মুক্তি দিলে।

গান্ধী-আৰউইন চুক্তিৰ পিছত আমি কিছুমানে আকৌ স্কুল-কলেজত ভৰ্তি হওঁগৈ।

১৯৩৪ চনত কেন্দ্ৰীয় লেজিচলেটিভ এছেমব্লিৰ নিৰ্বাচন হয়। এই সম্বন্ধে কংগ্ৰেছ প্ৰাৰ্থী মনোনয়নৰ বাবে তেজপুৰত প্ৰদেশ কংগ্ৰেছৰ অধিবেশন বহে। মই, শ্ৰীলক্ষ্মীধৰ বৰা, শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা আৰু বলোৰাম দাস তালৈ একেলগে আলোচনা কৰি গৈছিলোঁ। প্ৰদেশ কংগ্ৰেছৰ অধিবেশন বহিছিল শ্ৰীবিষ্ণুৰাম মেধিৰ সভাপতিত্বত। কেন্দ্ৰীয় এছেমব্লিৰ বাবে কৰ্মবীৰ বৰদলৈ আৰু কুলধৰ চলিহা কংগ্ৰেছ প্ৰাৰ্থী আছিল। ফুকন ডাঙৰীয়াই মাত্ৰ এখন চিঠি দিছিল। গতিকে তেওঁৰ কথা বিবেচনা কৰা নহল। পিছত চলিহা ডাঙৰীয়াই বৰদলৈ ডাঙৰীয়াৰ পক্ষে তেখেতৰ প্ৰাৰ্থীপদ উঠাই লোৱাত কৰ্মবীৰ বৰদলৈ সৰ্বসন্মতিক্ৰমে কংগ্ৰেছ প্ৰাৰ্থী মনোনীত হ'ল। কংগ্ৰেছ প্ৰাৰ্থী বৰদলৈৰ বিৰুদ্ধে দেশভক্ত ফুকন কংগ্ৰেছ নেশ্যনেলিষ্ট পাৰ্টিৰ প্ৰাৰ্থী হিচাপে থিয় দিলে, ৰাইজ বিমোৰত পৰিল। কাৰণ এপিনে কংগ্ৰেছ প্ৰাৰ্থী কৰ্মবীৰ বৰদলৈ আৰু আনপিনে দেশভক্ত ফুকন। ত্যাগবীৰ হেম বৰুৱা নিৰ্বাচনৰ সম্পাদক নিৰ্বাচিত হ'ল। তখেতে আমাক প্ৰত্যেককে এটা বা দুটা কেন্দ্ৰৰ দায়িত্ব দিলে। তেতিয়া দুখন বা ততোধিক মৌজা লগ লাগি একোটা ভোটৰ কেন্দ্ৰ হৈছিল। আমি ফুকনৰ বিৰুদ্ধে কেনভাছ কৰাত নানা অসুবিধা ভোগ কৰিবলগীয়া হৈছিল। কাৰণ দেশভক্ত ফুকনক মানুহে বৰ ভাল পাইছিল। কিন্তু ত্যাগবীৰ হেম বৰুৱাৰ পৰামৰ্শ অনুসৰি মই আৰু শ্ৰীলক্ষ্মীধৰ বৰাই দেশভক্তৰ আগত কেন্দ্ৰীয় এচেমব্লিৰ দহ বছৰীয়া কাৰ্যাৱলীৰ ইতিবৃত্ত গেজেটৰপৰা বাহিৰ

কৰাত লাগি যাওঁ। দেশভক্তৰ সেই কাৰ্যকালত তেখেতনো কিমান দিন এছেমব্লিত উপস্থিত আছিল আৰু কি কি কাম কৰিছিল, সেই আটাইবোৰ কাৰ্জন হলত (বৰ্তমান নবীন বৰদলৈ হ'ল) গেজেটৰপৰা আমি বাছি উলিয়াওঁ। নিৰ্বাচনৰ কেইদিনমান আগেয়ে এই প্ৰচাৰ পত্ৰিকা ৰাইজৰ মাজত বিতৰণ কৰা হ'ল। এই প্ৰচাৰ পত্ৰিকাই আশাতীতভাৱে ৰাইজৰ মাজত কাম কৰিলে। নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী কৰ্মবীৰ বৰদলৈয়ে জয় লাভ কৰিলে। এই নিৰ্বাচনত অসম কংগ্ৰেছৰ শক্তি প্ৰমাণিত হ'ল আৰু কৰ্মীসকলৰ মাজত আত্মবিশ্বাসৰ ভাব জাগি উঠিল।

১৯৩৬ চনত অসম কাউন্সিলৰ সাধাৰণ নিৰ্বাচন হয়। ১৯৩৬ চনৰ ডিচেম্বৰ মাহত তেজপুৰৰ বেছোৰিয়াত অসম ৰাষ্ট্ৰীয় সন্মিলনৰ অধিবেশন বহে। এই অধিবেশন উদ্বোধন কৰিবলৈ কেন্দ্ৰীয় কংগ্ৰেছ দলৰ নেতা ভুলাভাই দেশাই আহিছিল। তেজপুৰলৈ যোৱাৰ আগতেই ভুলাভাই দেশাই ডাক্তৰ হৰিকৃষ্ণ দাস ডাঙৰীয়াৰ বাস-ভৱনত উঠিছিল আৰু তালৈ দেশভক্ত ফুকনক মাতি পঠিয়াইছিল। দেশাইৰ আহ্বানক্ৰমে দেশভক্ত ফুকন ডাক্তৰ দাস ডাঙৰীয়াৰ ঘৰলৈ আহিছিল আৰু তেখেতক লগ ধৰিছিল। তেওঁলোকৰ দুয়োজনক এনেকুৱা আত্মীয় ভাবত দেখি আমি বৰ আনন্দ পাইছিলোঁ, আৰু ভাবিছিলো যে দেশভক্ত ফুকন পুনৰ কংগ্ৰেছলৈ উভতি আহিব। কিন্তু কাৰ্যতঃ সেইটো হৈ নুঠিল। মিলিত জনসঙ্ঘৰ ফুকনৰ লগৰীয়া কেইজনমানে তেখেতক কংগ্ৰেছত যোগ দিবলৈ বাধা দিলে, কাৰণ তেওঁলোকে ভাবিলে যে দেশভক্তই কংগ্ৰেছত যোগ দিলে 'মিলিত জনসঙ্ঘৰ' শক্তি হ্ৰাস পাই যাব।

অসম কাউন্সিলৰ নিৰ্বাচন আৰম্ভ হ'ল। দেশভক্ত ফুকন মিলিত জনসঙ্ঘৰপৰা প্ৰাৰ্থী হ'ল। তেওঁ ৰঙিয়া সমষ্টিৰপৰা কংগ্ৰেছ প্ৰাৰ্থী সিদ্ধিনাথ শৰ্মাৰ বিৰুদ্ধে থিয় হ'ল। এইখনো খুব ডাঙৰ যুদ্ধ হল। এপিনে দেশভক্ত ফুকন আৰু আনপিনে কংগ্ৰেছ প্ৰাৰ্থী সিদ্ধিনাথ শৰ্মা। দেশভক্ত ফুকন তেতিয়া লোকেল বোৰ্ডৰো চেয়াৰমেন আছিল। গতিকে তেখেতৰ প্ৰভাৱ খুব বেছি। তেখেতে ৰঙিয়াত কেম্প কৰি নিজেই নিৰ্বাচন চলাবলৈ ধৰিলে, ভোট লোৱাৰ দিনাও দেশভক্ত ফুকন নিজেই ৰঙিয়াৰ

ভোট লোৱা কেন্দ্ৰত আছিল। মই আৰু শ্ৰীবৰাও সেই কেন্দ্ৰতেই আছিলোঁ। সেই সময়ত মটৰেৰে ভোট কঢ়িয়াই অনা নিয়ম আছিল। বাহুত বহুসংখ্যক ভোটাৰ আহিছিল। আমি ভাবিছিলো যে সেইবোৰ দেশভক্ত ফুকনৰ ভোটাৰ আৰু অলপ হতাশ হৈছিলো। দেশভক্ত ফুকন ভোটাৰসকলৰ ওচৰত ঘূৰাঘূৰি কৰি আছিল। সেই ভোটাৰসকলে কংগ্ৰেছক ভোট দিয়া বুলি স্বীকাৰ কৰিলে। এই কথাত ফুকন বৰ বিমোৰত পৰিল। তেতিয়া তেখেতে মোক আৰু শ্ৰীলক্ষ্মীধৰ বৰাক কলে, "তোমালোকৰ জয়ে, কংগ্ৰেছৰ জয়।" এই কথা কৈয়েই তেখেত ৰঙিয়াৰ বঙলাত সোমাই থাকিল আৰু ওলাই নাহিল। সেই নিৰ্বাচনত দেশভক্ত ফুকনৰ পৰাজয় হৈছিল। দেশভক্তৰ নিচিনা ব্যক্তি এজন পৰাজিত হোৱাত যদিও আমাৰ বৰ বেয়া লাগিছিল তথাপি কংগ্ৰেছৰ জয়েই মনত উদগনি দিছিল। সেই নিৰ্বাচনতে এখন ডাঙৰ জনসভা হৈছিল। সেই সভালৈ কংগ্ৰেছৰ পক্ষৰপৰা লোকপ্ৰিয় বৰদলৈ, বলোৰাম দাস আৰু আমি কেইজনমান গৈছিলোঁ। আৰু মিলিত জনসঙ্ঘৰপৰা দেশভক্ত ফুকন আদি কেইজনমান গৈছিল। বকো অঞ্চলৰ মানুহে ফুকনক সন্মান কৰিছিল। ভালুক ঘাটাৰ খড়্গপতি শৰ্মা সেই সভাৰ সভাপতি আছিল। তেখেতে ফুকন ডাঙৰীয়াক প্ৰথমতে কবলৈ দিয়ে। মিলিত জনসঙ্ঘৰ প্ৰাৰ্থীক সমৰ্থন কৰি তেখেতে অলপ সময় বক্তৃতা দিয়াৰ পিছত ৰাইজৰ মাজত অলপ আলোড়ন হ'ল আৰু দুজনমানে চিঞৰি চিঞৰি কবলৈ ধৰিলে—ফুকন ডাঙৰীয়াই যে কংগ্ৰেছৰ বিৰুদ্ধে কব পাৰিব এই কথা তেওঁলোকে বিশ্বাস কৰিবই পৰা নাছিল। এই কথাত ফুকনে বৰ বেজাৰেৰে সভাৰ ঠাই পৰিত্যাগ কৰিছিল।

১৯৩৮ চনত ফুকনে পুনৰ কংগ্ৰেছত যোগ দিয়ে আৰু ১৯৩৮ চনত অসমত কংগ্ৰেছ কোৱালিশ্যন মন্ত্ৰীসভা গঠনত খুব সহায় কৰে। নেতাজী সুভাষচন্দ্ৰ বসু তেতিয়া ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি আছিল। তেতিয়া লোকপ্ৰিয় বৰদলৈ কংগ্ৰেছ দলৰ নেতা। অসমত কোৱালিশ্যন মন্ত্ৰীসভা গঠন কৰিবলৈ নেতাজী বসুৱে কংগ্ৰেছক অনুমতি দিয়াত লোকপ্ৰিয় বৰদলৈয়ে প্ৰধান মন্ত্ৰী হৈ অসমত কোৱালিশ্যন মন্ত্ৰীসভা গঠন কৰিলে।

১৯৩৯ চনৰ জুলাই মাহত দেশভক্ত ফুকনে তেখেতৰ গুৱাহাটীৰ ভৰনৰ গা ধোৱা ঘৰত পৰি মৃত্যু বৰণ কৰিলে। তেখেতৰ মৃত্যুৰ বাতৰি তৎক্ষণাত গুৱাহাটীৰ চাৰিওপিনে বিয়পি পৰিল আৰু অগণন জনতাই শ্ৰদ্ধা জনাবলৈ তেখেতৰ ঘৰত উপস্থিত হ'ল। তেখেতৰ মৃতদেহ শোভাযাত্ৰা কৰি গুৱাহাটীৰ চাৰিওপিনে ঘূৰাই কামাখ্যাৰ শ্মশানত অন্ত্যেষ্টি-ক্ৰিয়া সম্পন্ন কৰা হয়।

এই জন্ম শতবাৰ্ষিকীত তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধা নিবেদন কৰিলো।

# ফুকনৰ প্ৰতিভা আৰু ইয়াৰ পূৰ্ণ বিকাশৰ প্ৰতিবন্ধক

**তীৰ্থনাথ শৰ্মা**

ভাৰতীয় সমাজত ৰাজবিদ্ৰোহ কথাষাৰ উলামুলা কথা নাছিল। এনেয়ে ভাৰতীয় ৰাষ্ট্ৰনীতিয়ে বহু যুগৰপৰা শিকাই আহিছে, "ৰজাক এলাপেচা মানুহ বুলি নাভাবিবা, বয়সত বালক হলেও তেওঁক অৱজ্ঞা নকৰিবা। কাৰণ তেওঁ নৰৰূপধাৰী এজন মহান দেৱপুৰুষ।" ফলস্বৰূপে ৰাজদ্ৰোহ কেবল ঘোৰতৰ অপৰাধেই নাছিল, ই এক মহাপাপ বুলিও পৰিগণিত হৈছিল। এনে এটা ৰাষ্ট্ৰধৰ্মৰ প্ৰভাবৰ কাৰণেই ভাৰতীয় ইতিহাসত সৈন্য-সামন্ত আৰু সেনাপতিৰ বিদ্ৰোহৰ কথা কাচিৎ কেতিয়াবা পালেও সাধাৰণ প্ৰজাবৰ্গৰ সামূহিক বিদ্ৰোহৰ কথা হলে পাত লুটিয়াই চলাথ কৰিলেও পাবলৈ নাছিল। মহাত্মা গান্ধীয়েহে এই বিষয়ত নতুন ইতিহাস সৃষ্টি কৰিলে। ভিন ভিন প্ৰদেশত তেওঁৰ নেতৃত্বত কেইজনমানকৈ নেতাই এই গণবিদ্ৰোহ পৰিচালিত কৰিলে।

"যেয়ে ৰজা তাৰে প্ৰজা" বোলা অসমত এনে গণবিদ্ৰোহ পৰিচালিত কৰা আৰু পৰিচালিত কৰি ভাৰতৰ আন আন প্ৰদেশৰ লগত ইয়াক ফেৰ মাৰিব পৰাটো কিমান দুৰূহ কাম, তাক উপলব্ধি কৰিবলৈ সৰহপৰ নালাগে। পাচে এই আপাত অসম্ভৱ সমাৰম্ভকো সম্ভৱ কৰি তুলিছিল অসমৰ কেইজনমান সিংহপুৰুষ নেতাই। তাৰ ভিতৰত দেশভক্ত তৰুণ-ৰাম ফুকন অন্যতম। ১৯২০-২১ চনৰ অসহযোগ আন্দোলনেই অসমৰ বুৰঞ্জীত সৰ্বভাৰতীয় ৰাষ্ট্ৰীয় চিন্তাধাৰা আৰু গতিবেগৰ পোনপটিয়া আৰু ঘনিষ্ঠ সংযোগ স্থাপন কৰে। ইয়াৰ আগতে ধৰ্ম, সংস্কৃতি আৰু আদৰ্শৰ বেলিকা ভাৰতীয় হৈয়ো অসমে ভাৰতৰ এচুকত আপোন মনে সংসাৰ চলাইছিল। গতিকে যিসকল নেতাই অসমত এই অসহযোগ আন্দোলনৰ বাঘজৰী ধৰিছিল, সেইসকল যে ভীম-কৰ্মা পুৰুষ আছিল তাত সন্দেহ নাই। দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, লোকনেতা কুলধৰ চলিহা, কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আদি সেই: সকলৰে কেইজনমান। সেইসকলৰ আপোন আপোন কৃতিত্ব, অৰিহণা

আৰু বিশিষ্টতা নিজ মহিমাৰে উজ্জ্বল। তথাপি অনন্যসাধাৰণ ব্যক্তি-মহিমা, বাগ্মিতা, ত্যাগ আৰু সৌৰ্যৰ বলত তৰুণ বাৰিষ্টাৰ আৰু আইন কলেজৰ অধ্যাপকজন অলপ দিনৰ ভিতৰতে অসমৰ অনভিসিক্ত ৰজা দেশভক্ত ফুকন হৈ পৰিল। বাকী গুণবোৰ ওপৰত কোৱা নেতাসকলৰো আছিল, কিন্তু ব্যক্তিত্বত ফুকন অদ্বিতীয় আছিল। এই বিষয়ে মতানৈক্যৰ অবকাশ নাই। ফুকন ডাঙৰীয়াৰ মোহনীয় দেহাবয়বৰ কথা সকলোৱে জানে আৰু আজি জীৱিতসকলৰ বহুতে দেখিছিলো। কিন্তু মোহনীয় দেহাবয়ব বহুত লোকৰ আছে। পাছে তেনে সকলো লোকৰ আকৰ্ষণীয় ব্যক্তিত্ব নাথাকিবও পাৰে। এই ব্যক্তিত্ব কিহৰ বলত হয়, তাক ঠাৱৰোৱা টান। আমি একেআষাৰতে পূৰ্বজন্মৰ সুকৃতিৰ ফল বুলি কৈ গা সাৰিব পাৰো। মনস্তাত্ত্বিকসকলে ব্যক্তিত্ব বিকাশৰ নানা কাৰণ ফঁহিয়াই চাই কিবাকিবি সিদ্ধান্ত কৰিছেও, কিন্তু একোটা বৈশিষ্ট্যৰ হেতু তেওঁবিলাকেও নিৰ্ণয় কৰিব নোৱাৰে। এনে ব্যক্তি-বৈশিষ্ট্য আৰু মহত্ত্বৰ ঘাইগুৰি আমি নাজানিব পাৰো। নজনাৰপৰা একো অসুবিধাও হোৱা নাই; কিন্তু একোজন লোকত সেই বৈশিষ্ট্য আৰু মহত্ত্বৰ অস্তিত্ব অনুভব কৰো। তৰুণৰাম ফুকনৰ বেলিকাও তেখেতক যেয়ে দেখিছে সিয়ে তেখেত যে এজন যেইসেই ব্যক্তি নহয়, তাক খন্তেকৰ ভিতৰতে অনুভব কৰিছে। মিহি খদ্দৰৰ চুৰিয়া-পঞ্জাবী আৰু চাদৰেৰে সভা-সমিতিলৈকে যাওক, চুৰিদাৰ পায়জামা আৰু ছেৰোৱানি লগাই কাচাৰীত থিয় হওক বা খৰা-জাঙিয়া আৰু বনিয়ন মাত্ৰ গাত দি নিজৰ ঘৰৰ সমুখৰ বননি বা আলিবাটতে ফুৰক, সিংহপুৰুষ এজন প্ৰকটিত হৈ থাকে। আলিবাটৰ মানুহে ৰৈ ৰৈ চাই যায়।

অসমীয়া প্ৰজাৰ দেহলাও যেন এই পুৰুষজনৰ মাহাত্ম্য পোন প্ৰথমে দেখিবলৈ পাইছিলো আইন অমান্য আন্দোলনৰ কলেজত্যাগী ভলণ্টিয়াৰ হৈ থকা কালত আৰু তাৰ আগেয়ে ১৯২০ চনত পাঠশালাৰ ছাত্ৰ থাকোতে যোৰহাটত কুলধৰ চলিহা ডাঙৰীয়াৰ বঙলাৰ সমুখৰ পথাৰত হোৱা সভা এখনত। সেই দৃশ্য আৰু মানুহজনৰ মূৰ্তিটো এতিয়াও মনত আছে। এইটো ল'ৰাকালৰ আধাডুখৰীয়া স্মৃতি। পাছত কলেজীয়া জীৱনৰ আৰম্ভ কালতো দুই-এখন সভা-সমিতিত ফুকন ডাঙৰীয়াক

দেখিছিলো, দেখি চমক লাগিছিল। কিন্তু মানুহজনৰ গাঁৱলীয়া লোকৰ ওপৰত প্ৰভাৱ আৰু তেজে ৰবযা ব্যক্তিত্বৰ চাক্ষুষ পৰিচয় পাওঁ ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত। নানা কাৰণত ফুকন সেইবাৰ দেখা-দেখিকৈ আন্দোলনৰ বা-মাৰলীৰ মাজত সোমোৱা নাছিল। তেতিয়া তেখেতৰ জীৱন পাৰিবাৰিক অথন্তৰ আৰু লগতে আৰ্থিক দুঃসঙ্গতিয়ে মেৰাই ধৰিছিল। তথাপি তলে তলে সংযোগ ৰক্ষা কৰি আছিল। কংগ্ৰেছৰ সৰ্বভাৰতীয় পৰ্যায়ৰপৰা অহা গোপন নিৰ্দেশবোৰো ফুকন ডাঙৰীয়াৰ ঠিকনাত ব্যক্তিগত যোগাযোগত প্ৰেৰিত হৈছিল। তেনে এখন নিৰ্দেশ-পত্ৰ মোৰ নিজেও দেখা মনত আছে।

এদিন এখন সভা আহ্বান কৰা হৈছিল পলাশবাৰীৰপৰা বাৰ মাইল দক্ষিণে লোহাৰ ঘাটত। হৰেণ ভৰালী নামৰ এজন শিক্ষিত কংগ্ৰেছ কৰ্মীয়ে এই সভাৰ আয়োজনত আগ ভাগ লৈছিল। তেওঁ ৰাইজৰ মান ৰক্ষা কৰিবলৈ ফুকন ডাঙৰীয়াক সেই সভালৈ যেনে তেনে নিব লাগিব, এই ভাবি কেইজনমান লোকেৰে সৈতে ফুকনক দেখা কৰিলেহি। ৰাইজৰ আগ্ৰহ দেখি ফুকন ডাঙৰীয়াও মান্তি হল। এই সভালৈ ফুকনৰ লগতে ত্যাগবীৰ হেম বৰুৱা আৰু আন কেইজনমান নেতৃস্থানীয় লোকো গৈছিল। সেই দিনাৰ সভাতে ৰাইজৰ মনত তৰুণৰাম ফুকন কেনে পুৰুষ, তাৰ বুজ পাইছিলো। ফুকনেও ৰাইজৰ মন কেনেকৈ জয় কৰি থৈছিল তাৰ প্ৰমাণ স্বচক্ষে দেখিছিলো। সভাৰ সময় দিয়া হৈছিল ১ বজা। আমি সদলবলে গৈ পাওঁতেই ২॥ মান বাজিল। মানুহ খাপ দি বৈ আছিল। ফুকন যোৱা গাড়ী গৈ পোৱা মাত্ৰেই উত্থুলি-মুত্থুলি লাগিল। মানুহৰ মাজত ফুকন কোনজন চিনাকি কৰি দিয়াৰ একো প্ৰয়োজন নাছিল। গাড়ীৰপৰা নামি ওলাই সভাস্থলীলৈ খোজ লওঁতেই সকলোৱে নকলেও ধৰি লব পাৰিছিল ফুকন কোনজন। পুৰুষ-তিৰোতা, ল'ৰা-বুঢ়াই ফুকনৰ-ফালে যেনেকৈ লাগি তন্ময় হৈ চাইছিল আৰু চাওঁতে সকলোৰে মুখত যি সানন্দ বিস্ময়ৰ ভাব দেখা গৈছিল, তাক মই আগেয়ে কোনো দিনে দেখা নাছিলো। কলেজত ৰঘুবংশৰ দ্বিতীয় সৰ্গ পঢ়িছিলো। তাত আছে, মহাৰাজ দিলীপ ঋষিৰ নন্দিনী নামৰ ধেনু চৰাই গধূলি উলটি আহোঁতে বনান্তবাসীসকলে নিমেষহীন উপবাসী নয়েনেৰে নন্দিনী ধেনুৰ অনুগামী

ৰজাক যেন পান কৰিছিল। উপবাসী নয়েনেৰে সম্ভাবিতজনক পান কৰা অলঙ্কাৰটো সংস্কৃত সাহিত্যৰ বহুত স্থলত পোৱা যায়। তাক কবিৰ অলঙ্কাৰ ৰূপেই বুজি থৈছিলো। কিন্তু সেই দিনা পান কৰা অলঙ্কাৰটো যে চাক্ষুষ পর্যবেক্ষণৰ বিক্ষিপ্ট বর্ণনা, তাক অনুমান কৰিব পাৰিলো, গোটেই সভাখনে সভা আৰম্ভ নোহোৱা পর্যন্ত আন একো চোৱা নাছিল, কেৱল ফুকনকহে চাই আছিল।

অসহযোগ আন্দোলনৰ সর্বময় নেতৃত্ব ফুকনে খুজি বিচাৰি অনা নাছিল। এই নেতৃত্ব আহিছিল উপযাচি। তেতিয়াৰ দিনৰ আইন কলেজৰ অধ্যাপক আৰু খ্যাতিমন্ত বাৰিষ্টাৰ এজনৰ পক্ষে প্রসিদ্ধি লাভৰ নিমিত্তে ৰাজনৈতিক পাক-ঘূৰণিত সোমাবৰ প্রয়োজনো নাছিল। তদুপৰি ব্যক্তিগতভাৱে তেখেত বিলাসপ্রিয় লোক আছিল। তেতিয়াৰ ৰাজনীতিয়ে বিলাস আৰম্বৰ দূৰতে বিদূৰ কৰি থৈছিল। এইবোৰ কথা ফুকনে নাজানিছিল বা বুজিব নোৱাৰিছিল এনেও নহয়, এনেবোৰ কথাকে ভাবি-গুণিয়েই হবলা আন্দোলনৰ জয় জয়তে ফুকন ওলাই অহাও নাছিল। কিন্তু পিছত যোগ দি অসমত অসহযোগ আন্দোলন সফল কৰিবলৈ আত্মনিয়োগ কৰিলে। এই বিপুল কর্মত ফুকন আৰু বৰদলৈ পৰস্পৰৰ পৰিপূৰক যেন আছিল। ফুকন আছিল স্বভাৱতে কম শ্রমেৰে সৰহ কাম কৰা লোক। বৰদলৈ তাৰ বিপৰীতে কঠোৰ পৰিশ্রমী। ফুকনক দহজনে লগাই দিলেহে দিয়া, বৰদলৈয়ে নিজে আগবাঢ়ি আনকো টানি আনিছিল। সংখ্যা, তথ্য আদি সংগ্রহ কৰি সেইবোৰ মনত ৰখা আৰু তাৰ আধাৰত দেশৰ সমস্যাৱলীৰ বিষয়ে দিহা-পৰামর্শ আগবঢ়োৱা কামৰ কাৰণে ফুকনৰ বাবে ব্যক্তিগত সচিব এজন অপৰিহার্য আছিল। এজন উপযুক্ত ব্যক্তিগত সচিব নথকা কাৰণেই দিল্লীৰ লেজিছলেটিভ এছেম্বলিত ফুকনে এজন সুদক্ষ সংসদী হিচাপে যিমান কৰিব পৰাৰ যোগ্যতা আছিল সেই অনুপাতে কৰি দেখুৱাব নোৱাৰিলে। পাছৰ নির্বাচনত তেখেতৰ বিৰুদ্ধে প্রচাৰো হৈছিল। ১৯৩৪ চনৰ এছেম্বলি নির্বাচনৰ আগে আগে সাদিনীয়া অসমীয়া কাকতত অসমৰ প্রশ্ন আৰু সমস্যাৰ উত্থাপন কৰাৰ সুযোগ পায়ো ফুকন কেনেকৈ নিমাত আছিল অথবা জৰুৰী বিষয়ৰ আলোচনাত কিমান দিন অনুপস্থিত আছিল

তাৰ তালিকা আৰু বিবৰণ দিয়া এটা দীঘলীয়া নিৰ্বাচনী প্ৰচাৰ-প্ৰবন্ধ প্ৰকাশিত হৈছিল। বৰদলৈৰ কিন্তু অসমৰ বিষয়ে জানিবলগীয়া তথ্য-পাতি আৰু পৰিসংখ্যা সকলোবোৰ নখ-দৰ্পণত আছিল। মহাত্মাৰ অসম ভ্ৰমণৰ বিষয়ে গান্ধীজীৰ ব্যক্তিগত সচিব কৃষ্ণদাসে 'ইয়ং ইণ্ডিয়া' কাকতত যি বিবৰণ লেখিছিল তাত বৰদলৈ ডাঙৰীয়াৰ এই বিচক্ষণতাৰ ভূয়সী প্ৰশংসা কৰিছিল। ফুকন ডাঙৰীয়াৰ বিষয়ে কৃষ্ণদাসে লেখিছিল। ফুকনৰ অদ্ভুত বাগ্মিতা আৰু তাৎকালিক অনুবাদ কৰাৰ ক্ষমতা দেখি সমগ্ৰ ভাৰত ভ্ৰমণকাৰী মহাত্মাৰ সচিবজন আচৰিত হৈছিল। ফুকনৰ বাগ্মিতা আৰু বৰদলৈৰ সংগঠন-পটুতা এই দুয়োটা পৰস্পৰ পৰিপোষক শক্তিয়ে অসমৰ অসহযোগ আন্দোলনৰ নেতৃত্বক ব্ৰজবলী কৰি তুলিছিল। সেয়েহে কৈছো, অসহযোগ আন্দোলনৰ বিপুল কৰ্মত ফুকন আৰু বৰদলৈ পৰস্পৰৰ পৰিপূৰক আছিল। ফুকনৰ বাগ্মিতাৰ বিষয়েও দুআষাৰ কোৱা ভাল। বাগ্মিতাৰো ৰকম আছে। গাৱঁলীয়া জনসভাত বাগ-বৈদগ্ধ্যৰ চিনাকি দিয়া বহুত লোকৰ বাগ্মিতা বিদ্বৎ-সম্মিলনত গৈ ভোটা হৈ পৰে। সংসদ ভৱনত বাক-চাতুৰ্যৰ দ্বাৰা প্ৰশংসা লাভ কৰিব পৰা বহুত লোকে জনসভাত নৈপুণ্য দেখুৱাব নোৱাৰে। বাগ্মিতাত খ্যাতিমান লোকেও কোনো কোনো ক্ষেত্ৰত বাৰ্তালাপ বা ঘৰুৱা আলচত (table-talk) দক্ষতাৰ পৰিচয় দিব নোৱাৰে। এইদৰে বাগ্মিতা বা বাগ্‌-বৈদগ্ধ্যৰো বিভিন্ন ভঙ্গিতা আছে। ফুকন ডাঙৰীয়াৰ বাগ্মিতা আছিল সৰ্বতোভদ্ৰ। অশিক্ষিত বা অৰ্ধশিক্ষিত সমাজৰ আগত দিয়া বক্তৃতা যেনেকৈ জনৰঞ্জক আছিল, শিক্ষিত আৰু বিদ্বৎ-সম্মিলনৰ বক্তৃতায়ো তেনেকৈ পৰিতোষ বিধান কৰিব পাৰিছিল। সংসদৰ ভাষণেই হওক বা কাচাৰীত জুৰিক সম্বোধন কৰি দিয়া অধিবচনেই হওক, সমানে হৃদয়-গ্ৰাহী আৰু প্ৰত্যয়জনক আছিল। বিশ্ৰম্ভালাপত ফুকন ডাঙৰীয়া সেই সময়ত যে অদ্বিতীয় আছিল, এই বিষয়ে দ্বিতীয় মতৰ অৱকাশ নাই। প্ৰকৃততে ফুকনৰ সৰ্বভাৰতীয় নেতৃত্বৰ গৌৰব লাভৰ মূলতে এই বিৰল গুণটোৰ অবদান আটাইতকৈ বেছি। তেখেতৰ সভা-শুৱনি আকৃতি আৰু ৰাজোচিত ব্যক্তিত্বৰ দান তাৰ পাছতহে লেখিবলগীয়া। সেই সময়ৰ সংসদী ৰাজনীতিত ফুকনে দেখাদেখিকৈ ডাঙৰ-দীঘল বক্তৃতাৰে অবিহুণা

যোগোৰা নাছিল সঁচা, কিন্তু সংসদ-গৃহৰ বাহিৰতো সংসদী সদস্যসকলক বা আনকো স্বমতলৈ আবৰ্তিত কৰাৰ গুৰু দায়িত্ব আছে। ক্ষেত্ৰবিশেষে সংসদত বক্তৃতাতকৈ এনেধৰণৰ ঘৰুৱা অথবা গুপুত মেলবোৰৰ গুৰুত্ব বেছি। প্ৰকৃতাৰ্থত, সংসদত যি হয় তাৰ তিনি চতুৰ্থাংশ বাহিৰত হয়। এনে ঘৰুৱা আৰু গুপুত-মেলত আলাপ-চতুৰ লোকৰ আৱশ্যক। ফুকন ডাঙৰীয়া তেনে এজন আলাপ-চতুৰ পুৰুষ (able conversationalist) আছিল। তেখেতৰ এই গুণটোৰ কাৰণেই মতিলাল নেহৰুৰ তেখেত প্ৰিয়পাত্ৰ হৈ পৰিছিল। স্বৰাজ্য পাৰ্টি গঠনত ফুকনৰ প্ৰভূত অৱদানৰ কথা সেই সময়ৰ ৰাজনৈতিক নেতা সকলোৱে উপলব্ধি কৰিছিল। মতিলাল নেহৰু, চিত্তৰঞ্জন দাস প্ৰভৃতি ভাৰতবৰেণ্য নেতাসকলৰ লগত স্বমৰ্য্যাদাৰে সমানে ফেৰ মাৰিব পৰাৰ গুৰিতে ফুকনক এই গুণটোৱেই সহায় কৰিছিল।

ফুকন ডাঙৰীয়াই আন বহুতৰ দৰে আবেগ নিৰ্ঘোষ স্বৰেৰে আৰু শব্দাৰম্বৰপূৰ্ণ ভাষাৰে বক্তৃতা নিদিছিল। শব্দৰ গুৰুঝঙ্কাৰ বক্তৃতাৰ সুগুণ নহয়, শব্দৰ সুপ্ৰয়োগেহে বক্তৃতাৰ প্ৰত্যয়বাহিতা আৰু সৌষ্ঠব বঢ়ায়। একোটা শব্দই বা বাক্যই যথা স্থানত যথোচিতভাৱে ব্যৱহাৰ কৰিলে ভাষাই অপূৰ্ব মাহাত্ম্য লাভ কৰে। কণ্ঠ-নিৰ্ঘোষ বা উদাত্ত ধ্বনিযুক্ত শব্দ-সমূহে কোনো বক্তৃতাক সেই শক্তি দিব নোৱাৰে। বহুত সময়ত কাণ তাল মাৰি যোৱা চিঞৰেৰে এঘণ্টাকাল বক্তৃতা দিয়াৰ পাছত বক্তাই ঢোকা-ঢোকে পানী খায় আৰু শ্ৰোতাই কাণ খজুৱায়, তাতে শেষ। শ্ৰোতাৰ মনত সাঁচ নবহুৱায়, বক্তৃতা শেষ হোৱাত যেন সকাহ অনুভৱ কৰে। ফুকন ডাঙৰীয়াই স্বাভাৱিক উচ্চতাতকৈ কণ্ঠস্বৰ কেতিয়াও ডাঙৰ নকৰিছিল। বাগাড়ম্বৰ বঢ়াবৰ কাৰণেই শব্দৰ অযথা প্ৰযোগ নকৰিছিল। প্ৰকৃতপক্ষে তেখেতৰ শব্দ প্ৰযোগ আছিল অযত্নসাধ্য অৰ্থাৎ শব্দ বিচাৰি খেপিয়াব যে নালাগিছিলেই বৰং যত যেনে শব্দ, সুষ্ঠ আৰু শোভন হয় তেনে শব্দ আপোনা-আপুনি মুখত ওলাই পৰিছিল। সৰহভাগ বক্তাৰ বক্তৃতাটো যদি কৈ থাকোতেই হুবহু লেখি উলিওৱা হয় দেখা যাব বাক্যবোৰৰ সমতা নাই, স্থলবিশেষে কৰ্তা-কৰ্ম আৰু ক্ৰিয়াবো সমন্বয় হেৰাই গৈছে। কেতিয়াবা আকৌ পোনাই-পজৰাই লোৱাৰো দৰ্কাৰ হৈ

পৰে। মুঠতে সেই দৰেই হুবহু ছপাখানালৈ পঠাব পৰা নহয়। তাক সম্পাদন কৰিহে পঠাব পৰা হয়। ফুকন ডাঙৰীয়াৰ বক্তৃতাত ভাষাৰ আঁৰ নাছিল; বাক্য ওখোৰা-মোখোৰা নথকা সুতোল আছিল। তেখেতৰ বক্তৃতা কৈ যাওঁতে সংক্ষিপ্ত লিপিৰে লেখি গলে তাক অলপো হাত নুফুৰোৱাকৈ ছপাবৰ কাৰণে প্ৰেছলৈ পঠাই দিব পৰা বিধৰ আছিল। ১৯২৯ চনত তেজপুৰৰ অসম ছাত্ৰ সম্মিলনৰ বাৰ্ষিক অধিবেশনৰ সভাপতি আছিল দেশভক্ত ফুকন। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল তেখেতৰ বৰজোৱাঁয়েক লক্ষ্মীধৰ শৰ্মা। এই লেখক তেতিয়া তেজপুৰ হাইস্কুলৰ দশমমান শ্ৰেণীৰ ছাত্ৰ। মুল সভাত ফুকনে লেখিত অভিভাষণ পাঠ কৰিছিল। পিছ দিনাৰ সভাপতিৰ মন্তব্যৰ বেলিকাও এটি দীঘলীয়া ভাষণ দিছিল। কিন্তু সেইখন লেখিত নাছিল। জোৱাঁয়েকে কোৱা শুনিছিলো ফুকনে বোলে মন্তব্যত কি কব তাৰ টোকা এটা কৰিবলৈ কাগজ কলম যতনাই লৈছিল আৰু বোলে এশাৰী কি দুশাৰীমান লেখিছিলো, এনেতে দেখা কৰিবলৈ অহা মানুহৰ সমাগম বাঢ়ি গল আৰু টোকাও প্ৰস্তুত কৰা নহল। পাছে আগ দিনাৰ লেখিত অভিভাষণতকৈয়ো সেই দিনাৰ মন্তব্য-ভাষণ বেছি ৰোচক আৰু ৰঞ্জক হৈ পৰিছিল। সম্মিলন হৈ যোৱাৰ পাছতো অলপ দিনলৈ ফুকনৰ সেই বক্তৃতাৰ প্ৰশংসা মানুহৰ মুখে মুখে শুনিবলৈ পাইছিলো। তেতিয়া অসমীয়া সংক্ষিপ্ত লেখন পদ্ধতিৰ প্ৰচলন হোৱা নাছিলেই বুলিব লাগে। বাণীবদ্ধ কৰা যন্ত্ৰৰ নামকে শুনা নাছিলো। গতিকে কেইবাজনো কলেজ আৰু ওপৰ শ্ৰেণীৰ ছাত্ৰই সমুখৰ ফালে বেলেগ বেলেগ ঠাইত বহি ফুকন ডাঙৰীয়াৰ মন্তব্য-ভাষণ শ্ৰুতলিপি লেখাদি লেখি গৈছিল। আটাইকেইজন ছাত্ৰৰ হাতৰ গতি বৰ খৰ আছিল আৰু সমগ্ৰ ভাষণটো যেনেকৈ কৈ গৈছিল সেই দৰেই লিপিবদ্ধ কৰি পেলাইছিল। পাছত কেউজনৰে লেখাখিনি মিলাই হেৰফেৰ নোহোৱাকৈ বক্তৃতাৰ পূৰ্ণৰূপটো লেখি উলিওৱা হ'ল। দেখা গল প্ৰত্যেক বাক্যই পূৰ্ণ, নিটোল আৰু সুসংহত। এই ভাষণটোৰ দুই-এটা বাক্য আজিও মনৰপৰা মোচ খোৱা নাই, যেনে ছাত্ৰসকলক সম্বোধন কৰি কৈছিল, "দেশবাসীলৈ চাই, তোমালোকৰ নিজলৈ চাই, লাহ-বিলাহ পৰিহাৰ কৰা।" আকৌ দান-বৰঙণি প্ৰসঙ্গত বিভিন্ন বৰ্গলৈ নিবেদন

জনোৱাৰ পাছত আইসকলৰ ফালে চাই কৈছিল, "আইসকলেও তেওঁবিলাকৰ নাই বোলা ধনেৰে এফেৰি দিবলৈ যেন কাতৰ নহয়।" 'আইসকলৰ নাই বোলা ধন' কথাষাৰ অসমীয়া সুগৃহিণীৰ কথা যি জানে, তেওঁহে বুজিব। এনে অসমীয়া গৃহিণী আছে, যাৰ হাতত গোপনে অলপ অচৰপ ধন থাকে। স্বামীয়ে বা আনে কেতিয়াবা খুজিলে নাই বুলি কয়, কিন্তু বিপদৰ সময়ত উলিয়াই দিয়ে। অসমীয়া সমাজৰ লগত সুপৰিচয় আৰু ভাষাৰ ওপৰত আধিপত্য নাথাকিলে এনেবোৰ অৰ্থদ্যোতক যথোচিত প্ৰয়োগ কথা কওঁতেই আপোনা-আপুনি ওলাই নাহে।

তৰুণ ফুকনৰ বাগ্মিতাৰ আন এটা বিশেষত্ব হৈছে যে তেখেতৰ দীঘলীয়া বক্তৃতাতো এঘুৰীয়া ঢেক্ বা একতানতা নাথাকে। গতিকে শ্ৰোতাৰ আমনি লাগিবৰ কাৰণ নাথাকে। বহুত স্থলত বিষয় গুৰু-লঘুতা অনুসাৰে তেখেতৰ কথা কোৱাৰ ভঙ্গীবো লৰচৰ হয়। আটাইতকৈ অনুপম গুণ হৈছে তেখেতৰ সুমিষ্ট ৰসিকতা। মূল কথাৰ লগত ৰজিতা খুৱাই খুহুতীয়া কথাৰ ৰঞ্জন লগোৱা তেখেতৰ বাগ্-বিভৱৰ অন্যতম বৈশিষ্ট্য আছিল। খুহুতীয়া সাধু আৰু কথাৰ মূৰত কোৱা 'মজাৰ গল্পৰ' ভঁৰালো তেখেতৰ অক্ষয় আছিল। কি ৰাজহুৱা সভা, কি ওকালতিৰ অধিবচন, কি ঘৰুৱা বিশ্ৰান্তলাপ, সকলোতে সৰসতাৰএই কিটিপটো ফুকনে ব্যৱহাৰ কৰিছিল। নিচেই সৰু থাকোঁতে অসহযোগ আন্দোলনৰ প্ৰচাৰ কাৰ্যত ফুকন ডাঙৰীয়াই যোৰহাটত কুলধৰ চলিহা ডাঙৰীয়াৰ বঙলাৰ সন্মুখৰ ঘাঁহনিত অনুষ্ঠিত হোৱা এখন জনসভাত বক্তৃতা শুনিছিলো। ফুকনৰ বক্তৃতা শুনাৰ সুযোগ মোৰ জীৱনত সেয়ে প্ৰথম। মই তেতিয়া পাঠশালাৰ ছাত্ৰ। পাছে সেইদিনাৰ বক্তৃতা শুনি গাত পিন্ধি যোৱা কামিজ চোলাটো বস্ত্ৰমেধ যজ্ঞত আহুতি দি চুৰিয়াখন ওভোতাই গাত লৈ ঘৰ পাইছিলোহি আৰু দেউতাৰ ডাবি-হুকি খাইছিলো। সেই সভাত কোৱা পটন্তৰ এটাৰ কথা আজিও মনত আছে। প্ৰথম বিশ্বযুদ্ধ হৈ থাকোঁতে বোলে ইংৰাজে ভাৰতক যুদ্ধ শেষ হলে স্বৰাজৰ কথা বিবেচনা কৰিম বুলি আশ্বাস দিছিল। পাচে সেইটো আশ্বাস নাছিল, আচলতে টুটুৰনিহে আছিল। যুদ্ধ হৈ যোৱাৰ পাছত ক'ৰ স্বৰাজৰ কথা কলৈ গল তাৰ গোন্ধকে নোলোৱা হ'ল। সেই কথাকে বিবৰি ফুকনে বাপেকে কল খাবলৈ

নাপাই কান্দি থকা লৰাক গছৰ কলথোক দেখুৱাই ভুৰুকাব খোজাৰ পাটন দিছিল. " 'সৌথোকা কল বোপাই পকিলেই তোমাক দিম', পাচত পকিলে সেইকল কোনবা টলকত বজাৰেই পায়গৈ নে বান্দৰেই খায় তাৰ উৱাদিহ নাথাকে।" শ্ৰোতাসকলে গিৰ্জনি মাৰি হঁহা কথা আজিও মনত আছে। কটন কলেজত পঢ়ি থাকোঁতে কিবা হত্যাকাণ্ডৰ মোকৰ্দমাত ফুকন আচামীৰ পক্ষে জজৰ কাচাৰীত বেৰিষ্টাৰ ৰূপে নিযুক্ত হৈছিল। কেনেবাকৈ শুনি কলেজৰ শ্ৰেণীৰপৰা বিৰত থাকিও আমি অলপসংখ্যক ছাত্ৰ চাবলৈ গৈছিলো। জজ কাচাৰী মানুহে নধৰা হৈছিল। জজগৰাকী চাহাব আছিল। ফুকনে সেইদিনা মতিলাল নেহৰুৰ নিচিনা চুৰিদাৰ পায়জামা আৰু ছেৰোৱানি পিন্ধি গৈছিল। সেই পোছাকেও তেখেতক তুলি ধৰিছিল আৰু গোট খোৱা সকলো মানুহৰে দৃষ্টি আকৰ্ষণ কৰিছিল। জুৰিক সম্বোধন কৰি দিয়া অধিবচন মাজে মাজে খুহুতীয়া কথাৰে ফুকনে ৰসাল কৰি তুলিছিল, আকৌ সময়ে সময়ে অনুভূতি কোমলাবলৈ করুণ নিবেদনো জনাইছিল। সাক্ষী-বাদীৰ কথাবোৰ ফঁহিয়াই কিবা প্ৰসঙ্গত কোৱা দুই বন্ধুৰ কঁঠাল খোৱাৰ সাধু এটা শুনা মনত আছে। পকা কঁঠাল এটা মাজতে থৈ দুই বন্ধুৱে দুফালৰপৰা খাবলৈ আৰম্ভ কৰিলে। তাৰে বন্ধু এক খাৰৈয়া আছিল। সি খাবলৈ আৰম্ভ কৰিয়েই ইটোক সুধিলে "তোৰ পিতাৰ কেনেকৈ মৰিল?" সিটোৱে পিতাকৰ মৃত্যুৰ ঘটনা ইনাই বিনাই কবলৈ আৰম্ভ কৰি দিলে। ইতিমধ্যে সিটো খোৱাত ব্যস্ত হৈ পৰিল। এইবাৰ সিটোক সুধিলে "তোৰ পিতাৰনো কেনেকৈ মৰিল?" কি ক'লে. "মোৰ পিতাই বেমাৰ পৰিল আৰু ঘপহ কৰে মৰিল" এই বুলি সময় নষ্ট নকৰি সি দুইহাতে কঁঠাল খাবলৈ ধৰিলে। সাধুটো কি প্ৰসঙ্গত কৈছিল আৰু আচামীৰ পক্ষেনো তাক কেনেকৈ কামত লগাইছিল· এইবোৰ কথা মনত নাই। তাৰ প্ৰাসঙ্গিকতা সম্বন্ধে কিবা বুজিছিলো নে নাই তাকো কব নোৱাৰো। কিন্তু কচাৰীময় হাঁহিৰ ৰোল উঠিল। এটা ফল ধৰিছিল, জুৰিকেইজনে গঙ্গাটোপ মূৰ্তি পৰিহাৰ কৰি মনে মনে মিচিকিয়া হাঁহিৰে মূৰ দুপিয়াবলৈ ধৰিলে। ৰসিকতাত ফুকনক বহুতে মতিলাল নেহৰুৰ লগত তুলনা কৰে। সেই সময়ৰ ৰাজনৈতিক মহলত মতিলাল নেহৰু ৰসিক আৰু আলাপ চতুৰ পুৰুষ আছিল। ফুকন ডাঙৰীয়া বহুত

বিষয়ত মতিলাল নেহৰুৰ অনুগামী আছিল। অলপীয়া কথাকে বা লোকৰ মুখে শুনি লোৱা কথাকো সজাই-পৰাই মনোগ্ৰাহীকৈ উপস্থাপিত কৰাৰ কৌশলত ফুকন ডাঙৰীয়া সিদ্ধহস্ত আছিল। তেখেতৰ চিকাৰ কাহিনীৰ একোটা চিকাৰৰ কথা যদি ভালকৈ গমি চোৱা যায় তেনেহলে দেখা যাব যে আচল চিকাৰৰ বৃত্তান্ত বেছি নহয়, কিন্তু তাক নানা কথাৰ অৱতাৰণাৰে এনেদৰে সজাই-পৰাই লেখা হৈছে যে সি মনোজ্ঞ কাহিনীত পৰিণত হৈছে। ওকালতি ব্যৱসায়তো তেখেতৰ এই গুণটোৱে সহায় কৰিছিল। মোকৰ্দমাৰ ক্ষেত্ৰতো তেখেতে নিজে অহৰ্নিশ পৰিশ্ৰম নকৰিছিল। সবিষ্ঠসকলৰ সহায়তাৰ ওপৰত বেছিকৈ নিৰ্ভৰশীল আছিল। সেই বুলি মক্কেলৰ পক্ষৰ কোনোদিনা ক্ষতি সাধন নকৰিছিল। এবাৰ এই লেখকক ফুকন ডাঙৰীয়াই নিজে কৈছিল, "মই দেৱানী মোকৰ্দমা বৰকৈ নলওঁ কেতিয়াবা সৰহ ধন পালেহে যদি লওঁ। লওঁতে লওঁ, তোমাৰ শহুৰেৰাৰ ( কামাখ্যাৰাম বৰুৱা ) নিচিনাকৈ দিনে-নিশাই মোকৰ্দমাৰ কথাকে পঢ়ি থকাৰ মোৰ সময় আৰু ধৈৰ্য'এটাও নাই। কেতিয়াবা জটিল দেৱানী মোকৰ্দমা হাতত পৰিলে মই মাষ্টৰৰ ওচৰ পাওঁগৈ ( কামাখ্যা ৰাম বৰুৱাক তেখেতে মাষ্টৰ বুলি মাতিছিল )। মাষ্টৰে গালত হাত দি গোটেই মোকৰ্দমা সংক্ৰান্ত আইনৰ কথা বুজাই দিয়ে আৰু কয়, 'তুমি ঘৰত গৈ ভালকৈ চাই মেলি লবা।' মই বাৰু বুলি শলাগি গুচি আহোঁ। পাছত মাষ্টৰে দিয়া সম্বলেৰেই সজাই-পৰাই ওকালতি কৰো, মোকৰ্দমাও ভাল হয়। পাছত মাষ্টৰে কয়, 'তুমি দেখিছো কিছু পঢ়া-শুনা কৰিলা।' মই কওঁ, 'পঢ়া-শুনাহে কৰিলো নে ৰাতি শোৱাই নাই' পাছে মইহে জানো কাৰ ধনেৰে মহাজনী কৰিলো।"

উক্ত প্ৰসঙ্গতে কথাই কথাই ফুকনে কৈছিল—অৱশ্যে তেখেতৰ স্বাভাৱিক ধেমেলীয়া ভঙ্গীৰে—ৰাতিয়ে-দিনে মুৰ ঘমাই পৰিশ্ৰম কৰাটো বুদ্ধিমান্দ্যৰ চিন, তীক্ষ্ণ, বুদ্ধিৰ মানুহে অলপ পৰিশ্ৰমেৰেই সৰহ কাম সাধে। তেখেতে এই তত্ত্বৰ প্ৰমাণ স্বৰূপে দুটা জন্তুৰ দৃষ্টান্ত দিছিল। ধেমেলীয়াকৈ কলেও এই উক্তিয়ে তেখেতৰ স্বভাৱৰেই এটা ইঙ্গিত দাঙি ধৰিছে।

খুহুতীয়া কথা আৰু ধেমেলীয়া স্বভাৱ দেশভক্তৰ চৰিত্ৰৰ সবিশেষ দিক। তেখেতে প্ৰয়োজনীয় সময়ত অত্যন্ত গম্ভীৰ স্বভাৱ

ধাৰণ কৰিব পাৰিছিল। কিন্তু স্বভাৱটি আছিল ধেমেলীয়া। অতল বিষয়ৰ আলোচনা কৰোঁতেও তাৰ মাজতে ধেমেলীয়া স্বভাৱটিয়ে ভুমুকি মাৰে। ১৯৩০ চনৰ এটা কথা মনত আছে। উজান বজাৰৰ নাওজান পুলৰ ওচৰতে নবীন বৰদলৈ ডাঙৰীয়াৰ কেইটামান খেৰী ভাড়াঘৰ আছিল। তাৰে দুটা আইন অমান্য আন্দোলনৰ ভলন্টিয়াৰ শিবিৰৰূপে বিনা ভাড়াই ব্যৱহাৰ কৰিবলৈ বৰদলৈ ডাঙৰীয়াই অনুমতি দিছিল। এদিন তাৰে এটা ভিতৰফালৰ কোঠাত গুৱাহাটীৰ নেতাসকলৰ এটা গোপন বৈঠক হৈছিল। ফুকনকে প্ৰমুখ্য কৰি গুৱাহাটীৰ কংগ্ৰেছী নেতা প্ৰায় আঠাইকেইজনেই উপস্থিত আছিল। আন্দোলন বেছি শক্তিশালী কৰাৰ উপায় সম্পৰ্কেই আলোচনা হৈছিল আৰু এই আলোচনা গম্ভীৰ পৰিবেশত বহুত পৰলৈকে চলিছিল। বৈঠকৰ শেহত সকলো যেতিয়া কোঠাটোৰপৰা ওলাই আহিল, ফুকনে পুলিচে গম পোৱা হলে কেনেকৈ চালেহিহেতেন আৰু' 'অ' তুহুন' বুলি কেনেকৈ কলেহেতেন তাকে যিদৰে ভাও দি দেখুৱালে সকলোৰে মুখৰ গম্ভীৰতা খন্তেকলৈ নোহোৱা হৈ গ'ল। জীৱনৰ লঘু দিশটোক অৱমাননা নকৰা কাৰণেই ফুকন ডাঙৰীয়াই জীৱনৰ বহুত ঘাত-প্ৰতিঘাত অম্লানবদনে সহিবলৈ পাৰগ হৈছিল। পাছৰ ফালে তেখেত কংগ্ৰেছৰ দলীয় ৰাজনীতিৰপৰা ফালৰি কাটি অহাত তেখেতৰ জীৱনত ৰাজনৈতিক বিপৰ্যয় ঘটিছিল। তেখেতৰ লগত কোনোপধ্যেই কোনোপিনেদি তুলনা কৰিব নোৱাৰা একোজন লোকৰ লগত লোকেল বৰ্ড নিৰ্বাচনতো তেখেত পৰাজিত হৈছিল, কিন্তু কোনো দিনে কোনেও তাৰ বাবে তেখেতক কাতৰ হোৱা নেদেখিছিল। আইন অমান্য আন্দোলনৰ সময়তেই বকোত লোকেল বৰ্ডৰ সদস্যৰ কাৰণে এটা নিৰ্বাচন অনুষ্ঠিত হৈছিল। তাত ফুকন স্বতন্ত্ৰ প্ৰাৰ্থী হ'ল। প্ৰতিদ্বন্দ্বী আছিল সেই ঠাইৰে খড়্গ চৌধুৰী নামৰ এজন ব্যৱসায়ী লোক। অলপীয়া ভোটত ফুকন হাৰিল। অলপীয়া ভোটত হলেও ফুকনৰ পক্ষে হতাশজনক পৰাজয়। ফুকন গুৱাহাটীত নাছিল, কলৈ গৈছিল মনত নাই। উলটি অহাৰ পাছত মই আৰু কংগ্ৰেছ কৰ্মী গোলোক পাঠক দুয়ো দেখা কৰিবলৈ গৈছিলো। ভাবিছিলো ফুকন মন মৰা হৈ বহি থাকিব। পাছে যি ফুকন সেই ফুকনেই। হাঁহি-ধেমালি আৰু চুপতিৰে আমাক বিদায় দিলে।

১৯২০ চনৰ অসহযোগ আন্দোলনত ফুকনৰ নেতৃত্বতে বকোৱে সৰ্বভাৰতীয় দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ তুমুল সংগ্ৰাম কৰিছিল আৰু ইংৰাজ চৰকাৰৰ পুলিচৰ হাতত বকোৰ ৰাইজৰ নগুৰ-নাগতি হৈছিল। সেই বকোতে এজন স্থানীয় ব্যৱসায়ীৰ লগত ফুকনৰ পৰাজয় ঘটিল, ই এটা বিধিৰ বিপাক।

১৯৩৪ চনত হৰিজন আন্দোলনৰ কামত মহাত্মা গান্ধী অসমলৈ আহিছিল। গান্ধীজী জাহাজেৰে আহি উজান বজাৰৰ ঘাটত নামিছিল। মই সেইবাৰ বি. এ. পৰীক্ষাৰ্থী। কটন ছাত্ৰাবাসৰপৰা স্বেচ্ছাসেৱকৰূপে গান্ধী আদৰণিৰ কামত সহায় কৰিছিলো। ডাঃ হৰেকৃষ্ণ দাস ডাঙৰীয়াৰ বৰপেটীয়া পাৰাৰ বাসভৱনত গান্ধীজীৰ থকাৰ আয়োজন কৰা হৈছিল। আমি যিমানদূৰ জানো এই বিষয়ে অসমৰ সেই সময়ৰ কংগ্ৰেছ নেতাসকলে ফুকনক তেনেকৈ একো কোৱা নাছিল। বৰং অৱহেলাহে কৰিছিল বুলি কলে অতিৰঞ্জনা নহব। গান্ধীজী আহি পাবৰ দিনা উজান বজাৰৰ ঘাটলৈকে লোকে লোকাৰণ্য। স্বেচ্ছাসেৱকবিলাকে জনসাধাৰণক জাহাজৰপৰা নামি আলিবাটলৈ উঠা দলংজাতীয় বাট-ডোখৰত সোমাবলৈ দিয়া নাছিল, কেৱল উদ্যোক্তাসকলহে ঘাটৰ ব'টৰ ওপৰত আছিলগৈ। আমি বাটৰ মুখত হাতত ধৰাধৰিকৈ প্ৰৱেশদ্বাৰ ৰুদ্ধ কৰি আছিলো। গতিকে নেতৃ-সমাগমটো ভালকৈ দেখা পোৱাৰ সুযোগ হৈছিল। ফুকন ডাঙৰীয়া সবাৰো শেহত আহিছিল আৰু সমুখ ভাগত থকা নেতৃবৰ্গৰ লগলৈ নামি নগৈ বাটতে আৰ-তাৰ লগত কথা পাতি আছিল। আমি নেতৃবৰ্গৰপৰাও কোনোবা আহি ফুকনক আগশাৰীলৈ নিবলৈ যত্ন কৰা দেখা নাছিলো। গান্ধীজী নামিয়েই তেখেতৰ স্বাভাৱিক খৰতকীয়া খোজেৰে নেতৃবৰ্গৰ সৈতে ৰাষ্টালৈ আগুৱায় আৰু ফুকন ডাঙৰীয়াৰ কথা সোধে। ফুকন আগবাঢ়ি গ'ল। গান্ধীজীয়ে ফুকনক তেওঁৰ লগ এৰিবলৈ নিদিলে। যিখন মটৰ গাড়ী গান্ধীজী আৰু আন দুজনমান নেতালৈ আগবঢ়াই থৈছিল তাত গৈ গান্ধীজীয়ে ফুকনক কাষতে বহুৱাই ল'লে। অকল গান্ধীজীৰেই নহয়, ভাৰতৰ সকলো সম-সাময়িক নেতাৰে ফুকনৰ প্ৰতি এনে শ্ৰদ্ধা আৰু বহুমানতা সমানভাৱে আছিল। তেতিয়া সৰ্বভাৰতীয় ক্ষেত্ৰত তৰুণৰাম ফুকনৰ ব্যক্তিত্ব আৰু

দেশসেৱাই অসমৰ মুৰ জিলিকাইছিল। উৰিষ্যা সীমা আয়োগৰ সদস্য হিচাপে উৎকল প্ৰদেশত ভ্ৰমণ কৰোঁতে ফুকনে ঠায়ে ঠায়ে অসমীয়া ভাষাতে বক্তৃতা দিছিল। উড়িয়া ৰাইজে শুনি বুজি পাইছিল আৰু হেনো তেখেতৰ মুখত উড়িয়া শুনা যেন পাই বৰ সন্তোষ পাইছিল। ভাৰতৰ বিভিন্ন প্ৰদেশত অসমৰ মৰ্যাদা তৰুণৰাম ফুকনে এনেকৈয়ে ৰক্ষা যি কৰিছিলেই বঢ়াইছিলো।

প্ৰভাবী ব্যক্তিত্ব, অনন্যসাধাৰণ বাগ্মিতা, দেশময় লোকপ্ৰিয়তা আৰু চূড়ান্ত ত্যাগ—এই সকলোবোৰ গুণৰ অধিকাৰী হৈয়ো জীৱনৰ শেষৰ ফালে ফুকন ডাঙৰীয়া ৰাজনৈতিক জগতত বিপৰ্যয়ৰ সমুখীন হ'বলগাত পৰিল কেলৈ? এইটো তেখেতৰ জীৱন অধ্যয়নৰ সমাধেয় এটা ডাঙৰ প্ৰশ্ন। সংসদ (তেতিয়াৰ এছেম্বলি), বিধান সভা, লোকেল বৰ্ড সকলো নিৰ্বাচনতে এটাৰ পাছত এটাকৈ তেখেতে পৰাজয় বৰণ কৰিবলগা হ'ল। অসমৰ প্ৰথম কংগ্ৰেছী মন্ত্ৰীসভাৰ মুখ্য মন্ত্ৰিত্বৰ পদৰ দায়িত্ব সাধাৰণ যুক্তিৰে বিচাৰি চালে আৰু যথাগতিত হোৱা হলে ফুকনেই লব লাগিলহেতেন, কিন্তু নালাগিল। উপৰন্তু পদে পদে পৰিস্থিতিৰ পাক-ঘূৰণিত ৰাজনৈতিক জগতৰ কেন্দ্ৰ-বিন্দুৰপৰা ফুকন ডাঙৰীয়া আঁতৰি পৰিবলগা হৈছিল। আমি ভাবি পোৱাত ইয়াৰ কাৰণ কেইবাটাও, তাৰে ভিতৰত প্ৰধান কেইটামানৰ কথা আলচি চাব পাৰি।

দেশভক্ত ফুকনৰ সৰ্বময় নেতৃত্ব হ্ৰাস পোৱাৰ প্ৰধান কাৰণ হৈছে ফুকনে ১৯৩০ চনৰ আইন অমান্য আন্দোলনত সৰ্বোতোভাৱে শীৰ্ষ স্থানত নিজকে প্ৰতিষ্ঠিত ৰাখিব নোৱাৰিলে। তাৰ ফলত নেতৃত্ব সেই সময়ৰ সবিষ্ঠসকলৰ হাতত পৰিলেগৈ। ভাৰতৰ ৰাজনৈতিক বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ অধ্যায়ত তেখেত পাছ হুঁহকি থাকিব লগা হোৱাটো তেখেতৰ আৰু দেশবাসীৰ পক্ষে দুৰ্ভাগ্যৰ কথা হৈছিল। সেই সময়তে ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছ অধিবেশনৰ ধাৰৰ বোজাত তেখেতৰ আৰ্থিক দশাৰ বিপৰ্যয় যি ঘটিছিলেই, লগতে পৰিয়ালত পত্নী, কন্যা, জোৱাঁই সকলোৰে দীঘলীয়া অসুখ আৰু শেহান্তত বিয়োগদুখে তেখেতক এক প্ৰকাৰ জুৰুলা কৰি পেলাইছিল। আন মানুহ হলে কাতৰ হৈ আত্মশক্তিকে হেৰুৱাই

পেলালেহেতেন, কিন্তু তৰুণ ফুকন বুলিহে পোন হৈ থিয় দি থাকিব পাৰিছিল। গতিকে আইন অমান্য আন্দোলনত ১৯২১ চনৰ অসহযোগ আন্দোলনৰ নিচিনাকৈ সিংহদৰ্পে জাপ দিব নোৱাৰাটো ক্ষমণীয় হলেও ৰাজনৈতিক জীৱনত এই বিৰতি তেখেতৰ আৰু দেশৰ পক্ষে দুৰ্ভাগ্যজনক হৈ পৰিছিল।

ৰাজনীতিও কালৰ হেচোকত নিজ গতিত আগবাঢ়ে। সেই গতিৰ লগত বেগ ৰক্ষা কৰিব নোৱাৰিলে নিজৰ অন্তৰে সম্পূৰ্ণৰূপে আদৰিব নোৱাৰা পথকো সময় আৰু বতাহ বুজি গচকি যাবলৈ সক্ষম নহলে, নেতাও পিছ পৰি বৈ যাবলগা হয়। ফুকন ডাঙৰীয়াৰো সেই দশাই হল। সেই সময়ৰ কংগ্ৰেছৰ বহুতো সিদ্ধান্তক তেখেতে সৰ্বান্তঃকৰণে সমাদৰ কৰি সামৰি লবলৈ টান পাইছিল। ১৯৩৮ চনৰ আগতে অসম কংগ্ৰেছে মন্ত্ৰিত্ব গ্ৰহণ নকৰিব বুলি সিদ্ধান্ত গ্ৰহণ কৰিছিল। তেনে সিদ্ধান্ত সেই মুহূৰ্ত্তত আন কোনো প্ৰদেশ কংগ্ৰেছে লোৱা নাছিল। অসম কংগ্ৰেছৰ এই সিদ্ধান্ত ফুকনে সমুলি ভাল পোৱা নাছিল। ফুকনে কৈছিল, "আমিনো নালাগে নলওঁ বুলি আগতে হাতখন দাঙি থব লাগে কেলৈ?" সেই কাৰণেই ফুকন কংগ্ৰেছৰপৰা ফালৰি কাটি আছিল। পাছত যেতিয়া সুভাষ বসু জাতীয় কংগ্ৰেছৰ সভাপতি হল আৰু অসমত কংগ্ৰেছে মিলিত মন্ত্ৰীসভা গঠনৰ সিদ্ধান্ত গ্ৰহণ কৰিলে, ফুকন ডাঙৰীয়াই সানন্দচিত্তে তাক ওলগনি জনালে। কংগ্ৰেছ মন্ত্ৰীসভা গঠনৰ সৰু-সুৰা যুদ্ধখনত ফুকনে মহাৰথীৰ দৰেই কংগ্ৰেছ দলক সহায় কৰিছিল। পোনতে ফালৰি কাটি নহা হলে কিজানি মন্ত্ৰীসভাৰ ৰূপেই সলনি হ'লহেতেন।

ৰাজনীতিৰ ক্ষেত্ৰত নতুন নতুন চামে নতুন নেতৃত্ব বিচৰাৰ এটা মোহ সদায় দেখা যায়। ১৯৩০ চনৰপৰা তেনে এটা মোহে আমাৰ অসমৰ বহুত জননেতাকে চুইছিল, এই কথা নুই কৰিব নোৱাৰি। আমি অনুভৱ কৰিছিলো সেই সময়ৰপৰাই ত্যাগবীৰ হেমবৰুৱা, লোকসেৱক অমিয়কুমাৰ দাস প্ৰভৃতি উঠি অহা জননায়কসকলৰ মনত পুৰণি নেতৃত্বৰ প্ৰতি অসন্তোষ বাঢ়ি আহিছিল। এটা সময় আহিছিল, যেতিয়া বৈ থকাৰ বা ভাবি-গুণি কাল কটোৱাৰ ধৈৰ্য অনুসৰণকাৰীসকলে ধৰি

থাকিব নোৱাৰে। অসমত আইন অমান্য আন্দোলন আৰম্ভ নোহোৱা দেখি এই দুজন নেতা বিশেষকৈ অধৈৰ্য হৈ পৰিছিল, কিন্তু তেতিয়া ফুকনে হেনো কৈছিল, "অসমত আইন অমান্য আন্দোলনৰ বতৰ হোৱা নাই, অলপ বাট চোৱা ; মই যথাসময়ত আহ্বান দিম্।" লাচিত কল্প এই দুজন নেতাই শুভক্ষণলৈ বাট চোৱাৰ যুক্তি দেখা নাপালে। অসমত আইন অমান্য আন্দোলন আৰম্ভ হ'ল, কিন্তু দেশভক্ত ফুকন সমুখত নাছিল। তেতিয়াৰপৰাই পুৰণি নেতৃত্বৰ প্ৰতি বিৰূপ মনোগতি শিপাবলৈ ধৰিলে আৰু ক্ৰমাৎ ফুকন নহলেও হব এনে এটা প্ৰত্যাহ্বানৰ ভাবো ক্ৰিয়াশীল হৈ পৰিল। ফুকনৰ ৰাজনৈতিক বিপৰ্যয়ৰ ইয়ো এটা প্ৰধান কাৰণ।

ফুকন ডাঙৰীয়া নিজে আগৰণুৱা হৈ ওলাই আহি বাকীবিলাকক টানি নিয়াতকৈয়ো বাকীবিলাকেহে তেখেতক উলিয়াই আনিব লাগিছিল; প্ৰায় সকলো সময়তে তেখেতে অনুগত বন্ধুসকলৰ ওপৰত নিৰ্ভৰ কৰিছিল। সেই শ্ৰদ্ধাবান বন্ধুসকলৰ পৰামৰ্শ সজ উদ্দেশ্যৰ দ্বাৰা প্ৰণোদিত হলেও ফুকনৰ পক্ষে যে অনুকুল নাছিল পাছত তাক বহুতে অনুভৱ কৰিছিল। পাছলৈ এই বন্ধুসকলে নিজ নিজ স্বাৰ্থৰ অনুকুলতেই হওক বা দেশৰ কথা ভাবিয়েই হওক লাহে লাহে আঁতৰি গৈছিল। ফুকন ডাঙৰীয়া নিঠৰুৱা হৈ পৰিছিল।

ফুকনৰ জীৱনৰ পূৰ্ণ বিকাশত সবাতোকৈ ডাঙৰ প্ৰতিবন্ধক আছিল তেখেতৰ শ্ৰম-বিমুখতা। সমস্ত গুণৰ অধিকাৰী হৈয়ো এই এক দোষেই তেখেতৰ পক্ষে 'গুণৰাশিনাশী' নহলেও সেই গুণবিলাকৰ প্ৰয়োগৰ ক্ষেত্ৰত হকা-বধা কৰিছিল। তেখেতৰ সহচৰ দুই-এজনে আজিও কোৱা শুনো যে ফুকনৰ যদি এজন সুযোগ্য ব্যক্তিগত কৰ্মসচিব থাকিলহেতেন, দেশে তেখেতৰপৰা আৰু অধিক দান পালেহেতেন, আৰু তেখেতেও ঈশ্বৰদত্ত শক্তিৰ পূৰ্ণ পৰিচয় পোৱাৰ সুযোগ পালেহেতেন। যি নহওক, এটা বিৰাট সুপ্তিৰপৰা অসমীয়া জাতিটো জাগ্ৰত কৰি বৃটিছ সিংহৰ বিপক্ষে ৰণাঙ্গনত নমাই দিয়াৰ নিচিনা অঘটন-ঘটন সাধন কৰিলে দেশভক্ত ফুকনে। বেৰিষ্টাৰ তৰুণৰাম ফুকনে যদি দেশভক্ত ফুকন হৈ সৰ্বভাৰতীয় জীৱন-মৰণৰ মহা আন্দোলনৰ বাঘজৰী কোঢ়ামুঠীয়াকৈ নধৰাহেতেন ৰাজনীতিৰ,

ক্ষেত্ৰত গৌৰবোচিত আসন পাবলৈ অসমৰ কিজানি আৰু কিছুকাল পলম হ'লহেঁতেন।

তৰুণৰাম ফুকন ভূ-ভাৰন্তলৈ অহা এশ বছৰ পূৰ্ণ হৈ গলেও সেই পুৰুষজনৰ নিচিনা ব্যক্তিত্বসম্পন্ন গুণশালী পুৰুষ এজন অসমে জন্ম দিব পৰা নাই। প্ৰকৃতিৰ বিধানমতে সমান শক্তিসম্পন্ন আৰু সৰ্ববিষয়তে একে ব্যক্তিত্বৰ মানুহ উপজিব নোৱাৰেও। তথাপি কোনোবা কালত কেতিয়াবা হয়তো ফুকন-সদৃশ পুৰুষ এজন অসমভূমিত আকৌ উপজিব।

# খুৰাদেউক চিকাৰী হিচাপে মই যেনেদৰে জানিছিলো

**বীৰেন্দ্ৰৰাম ফুকন**

মোৰ সৰুৰেপৰা চিকাৰত বৰ ৰাপ আছিল। কিন্তু মোৰ দেউতা স্বৰ্গীয় নবীনৰাম ফুকন আৰু খুৰা স্বৰ্গীয় তৰুণৰাম ফুকনে মোক অকলে চিকাৰ কৰিবলৈ যাবলৈ নিদিছিল। মোক কয়, "আমি চিকাৰলৈ গ'লে তোমাকো লৈ যাম।" কিন্তু বহুত দিনলৈকে সেইটো হৈ উঠা নাছিল। মোৰ বয়স যেতিয়া ২২ বছৰমান হ'ল, তেতিয়া দেউতাই মোক সৰু-সুৰা চৰাই মাৰিবলৈ নিছিল। চকৰদ আছিল আমাৰ পৰিয়ালৰ চিকাৰৰ প্ৰধান স্থল। সেই সময়ত চকৰদত চৰাই, পহু, বাঘ, হাতী আদি নানান ধৰণৰ চিকাৰ পোৱা গৈছিল। মোৰ দেউতা নবীনৰাম ফুকনে তাত এমাহ দুমাহ-মান থকাকৈ চিকাৰ কৰিবলৈ গৈছিল। ইংৰাজৰ দিনত বনবিভাগৰপৰা থকা-মেলাৰ সকলো বন্দবস্ত কৰি দিছিল আৰু চৰকাৰী হাতী আদিও তেখেতক দিছিল। দেউতা তাত থকা সময়ত গোপীনাথ বৰদলৈ, শ্ৰীবিষ্ণুৰাম মেধি, ৰোহিণী চৌধুৰী, মহেন্দ্ৰমোহন লাহিৰী আদি গণ্য-মান্য ব্যক্তিসকল তালৈ গৈছিল। খুৰাদেউ দেউতাৰ লগত ৭।৮ দিন থকাকৈ যায়। যদিও খুৰাদেউ ভাল চিকাৰী আছিল, তথাপি দেউতাই ভাল বিশ্বাসী মানুহ লগত নহলে খুৰাক চিকাৰলৈ নপঠাইছিল। মোৰ এটা কথা মনত আছে, খুৰাদেৱে এদিন চিকাৰলৈ যাওঁ বুলি কোৱাত আমাৰ অতি বিশ্বাসী বলবাহাদুৰক লগত দি চিকাৰ কৰিবলৈ পঠাবলৈ দেউতা মান্তি হ'ল। মই আগেয়ে কৈছো যে সেই সময়ত তাত যথেষ্ট পৰিমাণে চিকাৰ পোৱা হৈছিল। যিফালেই যোৱা যায়, সেইফালেই পহু, বাঘ ইত্যাদি পোৱা যায়। চিকাৰলৈ যাওঁতে খুৰাদেৱে এটা বৰ ডাঙৰ পহু দেখিলে আৰু তাৰ গালৈ গুলী কৰিলে। বেচেৰা পহু একে গুলীতে পৰিল। হাতীত তুলি পহুটো কেম্পলৈ লৈ অনা হ'ল। মৰমৰ ভায়েকে পহু মৰা দেখি দেউতা অতি আনন্দিত হ'ল; কিন্তু যেতিয়া দেখিলে যে তেখেতে মাইকী পহু মাৰিলে সেই মুহূৰ্তৰপৰাই দেউতাই খুৰাৰ লগত মাত-বোল বন্ধ কৰি দিলে। খুৰাই বুজিব পৰা নাছিল, কিয় দেউতাই তেখেতৰ

ওপৰত খং কৰিছিল। পাছত যেতিয়া বুজিলে যে মাইকী পহু মৰাৰ কাৰণে দেউতাৰ খং উঠিছিল, সেই দিনাই মাইকী পহু আৰু নামাৰো বুলি খুৰাই প্ৰতিজ্ঞা কৰিলে। দেউতাই আইন খুব মানিছিল আৰু আনেও আইন মানি চলাটো তেখেতে বিচাৰিছিল। এদিন খবৰ আহিল, দীপৰ বিলত হাতী নামিছে; ৰাইজৰ মাজত সন্ত্ৰাসৰ সৃষ্টি হৈছে। মোৰো সেই হাতীটো মাৰিবলৈ বৰ ইচ্ছা আছিল। কিন্তু খুৰাৰ কথাৰ ওপৰত আমি মাতিব নোৱাৰিছিলো। তেখেতে যাবলৈ সাজু হ'ল। লগত ললে কুহিৰাম আৰু হিৰাকাক। মোকো তেখেতে লগত ওলাবলৈ কলে আৰু ময়ো উচ্‌পিচ্‌কৈ যাবলৈ ওলালো। আমি গৈ চকৰদৰ তাবাকৰ ঘৰতে আশ্ৰয় ললো। তাবাকৰ সৰু পৰিয়াল। তাৰ চিকাৰত বৰ ৰাপ। তাৰো নিজৰ বন্দুক আছে। গধুলি হোৱাৰ লগে লগে খুৰাই চাৰিওফালে মানুহ পঠিয়ালে হাতীৰ সন্ধানত। হাতী দিনত পাহাৰত থাকে আৰু গধুলিৰ লগে লগে ওলাই আহি মানুহৰ অনিষ্ট কৰে। সেইদিনা হাতী পাহাৰৰপৰা নানামিল। সদায় ওলাই থকা হাতী নোলোৱা দেখি আমি আচৰিত হলো। খুৰাদেৱে ক'লে, "হাতী অন্তৰ্যামী। চিকাৰী গলে ওলাব লগা হাতীও নোলায়।" ৰাতি শুই থাকিলো। পুৱা ৰঙা ৰদ ওলোৱাৰ লগে লগে খুৰাই আমাক কুকুৰা চিকাৰত পঠালে। আমি কেইটামান দৰিক আৰু কুকুৰা মাৰিলো।।

গধুলি হৈ অহাৰ লগে লগে আগৰ দৰেই গাঁৱৰ মানুহকেইজনমান সাজু হ'ল হাতীৰ খবৰ কৰিবলৈ। ৰাতি প্ৰায় ১২ মান বজাত মানুহ-কেইটাই আহি খবৰ দিলে যে দুটা হাতী (এটা দঁতাল আৰু আনটো মখনা) ওচৰতে আছে আৰু গাৱঁৰ মানুহৰ বাৰীত সোমাই কল-বন নষ্ট কৰিবলৈ ধৰিছে। ৰাতি হাতী মৰা ঠিক নহয় বুলি খুৰাই আমাক কলে, কাৰণ হাতীৰ শৰীৰৰ কেইটামান নিৰ্দিষ্ট ঠাই আছে. য'ত মাৰিলে হাতী মৰে। ৰাতি টৰ্চৰ পোহৰত গুলিয়াওঁতে গুলী ঠিক ঠাইত নালাগিলে হাতীয়ে মানুহৰ অধিক অনিষ্টহে কৰিব পাৰে আৰু তদুপৰি চিকাৰীৰো প্ৰাণৰ সংশয় আছে।

ৰাতিপুৱা দোকমোকালিতে খুৰা ওলাল। লগত বলবাহাদুৰ আৰু তাবাক। মোকো লগতে ওলাবলৈ কলে যদিও মোক দুৰত থাকিবলৈ

ক'লে। মখনাটো বনবিভাগৰ কাৰ্যালয়ৰ কাষতে আছিল। আমি দূৰৰ-পৰাই দেখিলো, হাতী সমান ঠাইত আছে। সমান ঠাইৰপৰা হাতী মৰা বৰ টান আৰু লগতে ই ভয়ৰ কথাও। খুৰাৰপৰা মাত্ৰ এশগজমান দূৰতে হাতী আছিল আৰু সিয়ো সমান ঠাইত। আমি বৰ ভয় খাইছিলো। কিন্তু খুৰাই নিৰ্বিকাৰ হৈ হাতত কৰদাইত ৰাইফল লৈ হাতীলৈ বন্দুক দাণ্ডি থিয় হ'ল। আমি দূৰৰপৰাই দেখিলো, প্ৰকাণ্ড মখনাটোৱে কাণ, নেজ থিয় কৰি খুৰাৰ ফালে খেদি গৈছে। খুৰাই গুলী এৰিলে আৰু হাতীয়েও লগে লগে আঠু ললে। কিন্তু মুহূৰ্ত্ততে আকৌ হাতীটো উঠিল। খুৰাই দ্বিতীয়বাৰ গুলী এৰিলে আৰু লগে লগে মখনা ধৰাশায়ী হ'ল। আমি সকলোৱে হাতী মৰা চাবলৈ গ'লো। খুৰাই দূৰৰপৰা আমাক নাযাবলৈ ইঙ্গিত দিলে কাৰণ দঁতাল হাতীটো ওচৰতে আছিল।

মখনা মৰা ঠাইৰপৰা মাত্ৰ আধা ফাৰ্লংমান দূৰতেই দঁতালটো এডাল ডাঙৰ গছৰ আঁৰত লুকাই আছিল। খুৰাই জনা নাছিল যে হাতী ইমান ওচৰতে জোপ লৈ আছিল। সেই প্ৰকাণ্ড গছডাল হাতীটোৱে খণ্ডতে তৎমুহূৰ্ত্ততে বগৰাই দি খুৰাৰ ফালে খেদি আহিল। কিন্তু সি ওচৰলৈ আহিব নোৱাৰিলে। একে গুলীতে দঁতালৰ প্ৰাণবায়ু উৰি গল। দাঁত কটা বৰ টান কাম। প্ৰায় পুৱাৰপৰা দাঁত কটা আৰম্ভ কৰি আবেলি চাৰিমান বজাত দাঁত লৈ ঘৰ পালোহি।

আৰু এদিনৰ কথা। চকৰদৰপৰা খবৰ আহিল, এটা প্ৰকাণ্ড দঁতাল ওলাই গাঁৱৰ মানুহৰ ত্ৰাসৰ সৃষ্টি কৰিছে আৰু এজন মানুহ মাৰিছে। খুৰাই খবৰ পালে গধুলি প্ৰায় সাতমান বজাত। মই ভাবিছিলো যে সেই সময়ত তেখেত কেতিয়াও নাযায়। কিন্তু খবৰ পোৱাৰ লগে লগে তেখেত আকৌ যাবলৈ ওলাল আৰু তেখেতৰ লগত সদায় ফুৰা কুহিৰামক বিচনা, খোৱা-লোৱা বয়-বস্তু লৈ সাজু হবলৈ হুকুম দিলে।

হাতী 'Elephant control licence' মতে মাৰিব পাৰি। কিন্তু লাইচেন্সৰ চৰ্ত্ত মতে দুটা হাতী মাৰিব লাগিব। তদাঁল এটা আৰু মখনা এটা। এযোৰ দাঁতৰ কাৰণে খুৰাই আন এটা মখনা মাৰিবলৈ ইচ্ছা নকৰিলে। চিন্তা কৰি ৰাতি প্ৰায় ৮ মান বজাত খুৰাই তেতিয়াৰ ইংৰাজ

ডেপুটি কমিছনাৰৰ বঙলালৈ গৈ চাহাবলৈ খবৰ পঠিয়ালে যে তৰুণ ফুকন এটা জৰুৰী কথাত তেখেতক দেখা কৰিবলৈ আহিছে।

সেইখিনি সময়ত চাহাবে তেখেতৰ মেম চাহাবৰ লগত চিম্‌নিত জুই পুৱাই আছিল। খুৰা যোৱা খবৰ পাই তেখেত তৎক্ষণাত উঠি আহিল আৰু ভিতৰলৈ মাতি নি যোৱাৰ কাৰণ সুধিলে। খুৰাদেৱে হাতীৰ অত্যাচাৰৰ কথা ক'লে। লগে লগে চাহাবে হাতী মৰাৰ হুকুম দিলে আৰু দাঁতযোৰ দিম বুলিও কলে। ডেপুটি কমিছনাৰক ধন্যবাদ দি খুৰা ঘৰলৈ আহিল আৰু চকৰদলৈ বুলি যাত্ৰা কৰিলে। চকৰদলৈ যাব লাগিলে দীপৰ বিল পাৰ হব লাগে। চকৰদ পাওঁতে ৰাতি প্ৰায় ১১ মান বাজিল। ভাত খোৱা আৰু নহল। অলপ কিবাকিবি খাই শুই থকা হল হাতীৰ চিন্তাত। খুব পুৱাই অলপ চাহ খাই আমি পৰ্বতত উঠাৰ সিদ্ধান্ত ললো। লগত বলবাহাদুৰ আৰু তাবাক। পৰ্বতৰ অকোৱা-পকোৱা বাট। ডাঠ হাবিৰ মাজেদি হাতীৰ দণ্ডীয়ে দণ্ডীয়ে ( হাতী যোৱা বাটা ) যাব লাগে। এমাইলমান যোৱাৰ পাছতো হাতী থকা একো উমান পোৱা নগ'ল। অলপ পাছতে আগত বাঁহ ভঙাৰ শব্দ পালো। আকৌ এবাৰ শব্দ পালো গছ ভঙাৰ। খুৰাদেৱে বুজি পালে যে সেয়া হাতীয়েই হ'ব। হাতত সাবে ভৰিত সাৰে তেখেত আগ বাঢ়িল। গৈ দেখিলে যে সেইটো বিচাৰি যোৱা দঁতালটোৱেই হয়। কিন্তু ডাঠ বেতনিৰ মাজত সোমাই গৈ সি খাই আছে। বহুপৰ চেষ্টা কৰিও ভালদৰে হাতী দেখা নগ'ল।

খুৰাই বলবাহাদুৰক এটা কাম কৰিবলৈ কলে যে তেখেতে ৰাইফল লৈ সাজু হৈ থাকিব আৰু বলবাহাদুৰে এটা হাত চাপৰি মাৰিব। কোৱা মতে কাম হল। বল বাহাদুৰে চাপৰি মৰাৰ লগে লগে হাতীটো ঘূৰিল আৰু বেতনি ছুফাল কৰি খেদি আহিল। নেদেখিলে বুজিব নোৱাৰি হাতীয়ে কেনেদৰে খেদি আহে।

কেইখোজমান অহাৰ পিচতে খুৰাই গুৰুমকৈ তাৰ গালৈ গুলী এৰিলে। কিন্তু সি দৌৰি অহাৰ কাৰণে গুলী ঠিক ঠাইত নালাগিল। মগজুৰ পচৰেবে গুলী যোৱাৰ বাবে হাতীটো পৰি প'ল। কিন্তু উঠিবৰ বাবে সি শেষ চেষ্টা কৰিলে কিন্তু নোৱাৰিলে। দ্বিতীয় গুলী মাৰি খুৰাই

তাৰ প্ৰাণবায়ু শেষ কৰি দিলে। অত্যাচাৰী দঁতালটোৰ দাঁত বৰ ডাঙৰ নাছিল। কিন্তু বেছ শকত আছিল। দাঁত কটা পৰ্ব আৰম্ভ হ'ল। বহু কষ্ট কৰি দাঁত কাটি লৈ ঘৰ পালোহি।

আৰু এদিনৰ কথা। সেইদিনা খুৰাদেউ ঘৰত নাছিল। ছিলঙলৈ গৈছিল মোকৰ্দমা সংক্ৰান্তত। বৰদুৱাৰ বাগানৰ মেনেজাৰৰপৰা খবৰ আহিল যে বাগানৰ ওচৰতে এটা খুব ডাঙৰ দঁতাল ওলাই ৰাইজৰ অনিষ্ট কৰিবলৈ ধৰিছে। তাৰ উৎপাতত বাগানৰ মজদুৰে চাহপাত তুলিবলৈ নোযোৱা হৈছে। সেই হাতীটোৱে দিনে-ৰাতিয়ে সেই অঞ্চলত ঘূৰি ফুৰিছে। হাতীটোৰ ভাটি খুলিছিল। ভাটি খোলা হাতী বৰ অত্যাচাৰী হয়। তাৰ হিতা-হিত জ্ঞান নাথাকে। অতি দুৰ্দান্ত হয়। খবৰ পাই মোৰ বৰ আনন্দ লাগিল। খুৰা ঘৰত নাই ; এই সুযোগ মই লবই লাগিব। আমি ঘৰৰপৰা যাত্ৰা কৰিলো প্ৰায় দুইমান বজাত। লোহাৰ ঘাট পালোগৈ প্ৰায় পাঁচমান বজাত। মোৰ লগত আছিল মোৰ দাদা শ্ৰীহিৰণ ফুকন আৰু হিৰাকাকা। লোহাৰ ঘাটৰ-পৰা মটৰেৰে যোৱাৰ উপায় নাই। কাৰণ বাট বৰ বেয়া। বহু কষ্ট কৰি বৰদুৱাৰ বাগান পালোগৈ। মেনেজাৰ আছিল নগেন ঠাকুৰ। তেখেতে আমাক সকলো ঠিক-ঠাক কৰি দিলে। হাতীটোৰ অত্যাচাৰৰ কথা আমাক সকলো ক'লে। তেখেতে ক'লে যে হাতী গলেই পাম। তেখেতৰ বাগানৰ নিজা হাতী আছে, সেইটো আমাক হাতী মৰাৰ বাবে দিব। আমাৰ অসীম আনন্দ লাগিল আৰু নিশ্চয়কৈ ভাবি ললো যে হাতী আমি মাৰিমেই।

ৰাতি প্ৰায় দুইমান বজাত গাড়ীৰ শব্দ শুনিলো, ভাবিলো কোনোবা মানুহ বাগানলৈ আহিছে। কিন্তু হঠাৎ খুৰাৰ মাত শুনিলো। আমাৰ জানিবলৈ বাকী নেথাকিল যে তেখেতে হাতীটোকে মাৰিবৰ বাবে আহিছে। মনত বৰ বেজাৰ লাগিল আৰু খঙো উঠিল। কিন্তু কি হব। খুৰাক আমি বৰ মানিছিলো। তেখেতৰ মুখৰ ওপৰত টু বুলিবলৈয়ো সাহস নাছিল। আমি তেখেতৰ মাত শুনিও ওলাই অহা নাছিলো। আন্ধাৰে-পোহৰে বাগানৰ হাতীটো আহি পালেহি বাগানৰ দুৱাৰ মুখ। খুৰাই সাজ-পাৰ পিন্ধি সাজু হল হাতী মাৰিবলৈ। আমাক মতাই আনিলে। হাঁহি

ফুকনে আমাক শুধিলে : "হাতী মাৰিবৰ বাবে আহিছানেকি ?" আমি কি মাতিম। মনৰ কথা মনতে থাকি গ'ল। মৰমৰ সুৰেৰে মোক ক'লে, "তুমি এতিয়া ডেকা ল'ৰা। তুমি আগলৈ বহুত হাতী মাৰিব পাৰিবা। আমি বুঢ়া হৈ আহিছোঁ। কিমান দিন আৰু চিকাৰ কৰিম ? বেয়া নোপোৱা যদি ময়ে হাতীটো মাৰোগৈ।" খুৰা হাতীত উঠি গ'ল দঁতালৰ সন্ধানত। প্ৰায় এক ঘণ্টামানৰ পাছতে গুলীৰ শব্দ শুনিলো। আমি ধৰি ললো যে হাতী পৰিছে। কিন্তু পাছত আৰু দুটা গুলী মৰা শুনি চিন্তা লাগিল। কাৰণ খুৰাৰ হাত অব্যৰ্থ। কিছু সময়ৰ পাছত খুৰাদেউক অহা দেখিলো আৰু তেতিয়া আমি নিশ্চিন্ত হ'লো যে হাতী পৰিছে। তেখেতে আহি আমাক সকলো কথা কলে, কেনেকৈ আৰো দুগুলী মাৰিব লগাত পৰিল। আৰু কলে যে কোনো ৰকমেহে তেখেতৰ প্ৰাণ ৰক্ষা পৰিছে। মই আগেয়ে কৈছো যে দাঁত কটা বৰ টান কাম। কিমান যে কুঠাৰ ভাগিল। প্ৰায় তিনিমান বজাত দাঁত কটা পৰ্ব শেষ হ'ল। দাঁত লৈ সগৰ্বে ঘৰ পালোহি।

১৯৩৯ চনৰ ২৮ জুলাই। আমি তেতিয়াও ভবা নাছিলো যে খুৰাদেৱে ইমান সোনকালে আমাক এৰি থৈ যাব। তেখেতে শেষ নিশ্বাস পেলোৱাৰ কিছু সময়ৰ আগতে আমাৰ পৰিয়ালৰ পৰম বন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাই তেখেতক সাধাৰণ অসুখৰ বাবে চাবলৈ আহিছিল। দুয়ো বহুত সময় ধৰি শ্মশানৰ বিষয়ে আৰু খুৰাদেউৰ অতি প্ৰিয় অনুষ্ঠান কুষ্ঠ ৰোগীৰ আশ্ৰয়ৰ বিষয়ে আলোচনা কৰি আছিল।

ডাঃ বৰুৱা ডাঙৰীয়া প্ৰায় দুইমান বজাত আমাৰ ঘৰৰপৰা যায়। তেখেত যোৱাৰ পিচত খুৰাদেৱে মোক মাতি আনি তেখেতৰ 'জয়বাহাদুৰ' বোলা হাতীৰ মাহুতক খবৰ দিবলৈ কলে যে তেখেতে পিচদিনা চকৰদলৈ হাতী মাৰিবৰ বাবে যাব। তেখেতৰ হাতীটো আনিব লাগে আৰু মাল নিব লাগে। তেখেতে প্ৰায় তিনিমান বজাত আজাৰা হৈ চকৰদলৈ যাব।

মই হাতীৰ কাৰণে খবৰ দি ঘৰ পালোহি। আমি সকলো তেখেতৰ বঙলাৰ বেৰুতে বহি আছিলো। আমাৰ পেহীদেৱো আমাৰ লগতে বহি কথা পাতি আছিল। পেহীদেউক এগিলাচ চৰবত দিবলৈ কৈ তেখেত গাধোৱা ঘৰত সোমাল। অলপ সময়ৰ পাছতে গাধোৱা ঘৰত এটা শব্দ

শুনিলো। কিহৰ শব্দ জানিবৰ বাবে খুবাদেউৰ শোৱা কোঠালিলৈ গ'লো। গৈ দেখিলো যে খুবাদেউ গাধোৱা ঘৰৰপৰা ওলাই অহা নাই। গাধোৱা ঘৰৰ ভিতৰত এটা ঘৰঘৰনি শব্দ শুনিলো। গাধোৱা ঘৰৰ দুৱাৰ মেলি চাই দেখো যে খুবা মাটিত পৰি আছে, মাত বোল নাই। সেইখিনি সময়ত আমাৰ ঘৰতে ডাক্তৰ শ্ৰীৰুদ্ৰ গোস্বামী আছিল। তেখেতে খুবাদেউক এটা বেজী দিলে আৰু লগে লগে ডাঃ ভুবনেশ্বৰ বৰুৱাক খবৰ দিবলৈ ক'লে।

ডাঃ বৰুৱাদেউ তৎক্ষণাত আহিল। তেখেতে চাই চকুৰ পানী টুকি ঘোষণা কৰিলে যে ফুকন আৰু নাই।

খবৰ পোৱাৰ লগে লগে মানুহ আহিল। তেখেতৰ বিৰাট চৌহদ মানুহে নধৰা হল।

চকুৰ নিমিষতে এনে এজন পুৰুষৰ প্ৰাণ নোহোৱা হৈ গ'ল। আমি দুৱা-দুৱা লগাই কান্দিলো—সমগ্ৰ দেশে কান্দিলে।




নিজে চিকাৰ কৰা হাতী-দাঁত লৈ ফুকন



দেশভক্তৰ পত্নী বিদ্যুৎপ্ৰভা দেৱী



১৯০৭ চনত তৰুণৰাম ফুকন



চিকাৰত মৰা বাঘৰ ওপৰত ফুকন



ৰাজহুৱা সভালৈ ৰাওনা



ঘোঁৰাৰ ওপৰত ফুকন



বিলাতত ছাত্ৰ অৱস্থাত ফুকন



দেশভক্ত ফুকনৰ পুত্ৰ-কন্যা। বাওঁফালৰপৰা

প্ৰ[illegible]দেৱী, শ্ৰীবলেনৰাম ফুকন, শ্ৰীনৃপেনৰাম ফুকন



ভুলাভাই দেশাই, গোপীনাথ বৰদলৈ, হেমচন্দ্ৰ বৰুৱা আৰু অন্যান্যসকলৰ সৈতে
তৰুণৰাম ফুকন



**মণ্টেগু-চেমচফোর্ড প্ৰতিনিধিদলৰ সদস্যসকল** (বাওঁফালৰপৰা বহি) পদ্মনাথ গোহাঞিবৰুৱা, গঙ্গাগোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা, নবীনচন্দ্ৰ বৰদলৈ ; (থিয় হৈ) চন্দ্ৰধৰ বৰুৱা, তৰুণৰাম ফুকন, প্ৰসন্নকুমাৰ বৰুৱা



গুৱাহাটীৰ ভৰলুমুখত দেশভক্ত ফুকনৰ ঘৰ



দেশভক্তৰ লোকান্তৰত তেওঁৰ ঘৰৰ সন্মুখত হোৱা জনসমাগমৰ দৃশ্য